মহাকবি শূদ্ৰকৰ

# মৃচ্ছকটিকম্

অনুবাদক ঃ
ড° থানেশ্বৰ শৰ্মা
প্ৰাধ্যাপক, সংস্কৃত বিভাগ,
গুৱাহাটী বিশ্ববিদ্যালয়




চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী- ১

*THE MRCCHAKATIKAM* of Mahakavi Sudraka, translated into Assamese with an Introduction by Dr. Thaneswar Sarmah, M.A., Guwahati-14 and published by Shri Rajendra Mohan Sarma on behalf of Chandra Prakash, Panbazar, Guwahati- 781001

---

প্ৰকাশক : শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মা
চন্দ্ৰ প্ৰকাশ
পাণবজাৰ, গুৱাহাটী- ১
দূৰভাষ : ২৫১১৯৪৬

তৃতীয় প্ৰকাশ : ২০০৯

বেটুপাত : বঞ্জিত

মূল্য : ২০০.০০ টকা

ডি.টি.পি. : ষ্টেণ্ডাৰ্ড ইম্‌প্ৰেচনচ্
কালিপুৰ, গুৱাহাটী-৯

# সবিনয় নিবেদন

অসমীয়া সাহিত্যত অনুবাদ বা অনুদিত সাহিত্যৰ নিতান্ত অভাৱ বুলি প্ৰায়ে কোৱা শুনা যায়। সংস্কৃতকে ধৰি অনা-অসমীয়া দেশী সাহিত্যৰপৰাই হওক বা ইংৰাজীকে ধৰি আনবোৰ বিদেশী সাহিত্যৰপৰাই হওক আমি যিদৰে ভাল গ্ৰন্থৰ অনুবাদ পাব লাগিছিল অনুবাদকৰ অভাৱত আমাৰ অভাৱ অপূৰ্ণ হৈয়ে ৰৈ আছে। বিশেষতঃ অন্য ভাষাৰ সাহিত্যিকসকলে যিদৰে যি আন্তৰিকতাৰে চিৰায়ত সাহিত্য-শ্ৰেণীৰ সাৰ্থক অনুবাদ কৰি নিজ নিজ সাহিত্যৰ ভঁৰাল চহকী কৰিছে অসমীয়া সাহিত্যিকসকলে তেনে কোনো সজ প্ৰচেষ্টা হাতত লোৱা কমেই চকুত পৰে। লেখকৰ অনুবাদৰ প্ৰতি অনীহা ভাবেই অকলে নহয়, অনুবাদ আৰু অনুবাদকৰ প্ৰতি থকা পাঠকসকলৰ আওকণীয়া মনোবৃত্তিও ইয়াৰ অন্যতম কাৰণ।

অনুবাদ সাহিত্যৰ বুৰঞ্জী অসমীয়া সাহিত্যৰ বুৰঞ্জীৰ জন্মলগ্নৰ সৈতে জড়িত বুলিব পাৰি। কাৰণ মৌখিক সাহিত্যৰ পাছত একমাত্ৰ অনুবাদৰ মাজেৰে আমাৰ সাহিত্যৰ বুৰঞ্জীৰ শুভাৰম্ভ হৈছে। পঞ্চদশ শতিকাৰপৰাই আমাৰ কৱি সকলে ধাৰাবাহিক ভাৱে ৰামায়ণ, মহাভাৰত আৰু অনেক পুৰাণৰ পূৰ্ণ বা আংশিক অনুবাদ কৰি আমাৰ সাহিত্যৰ সু-উচ্চ সৌধ সজাৰ সাধু প্ৰচেষ্টা চলাই আহিছে। শ্ৰীমন্তশংকৰ, দামোদৰ প্ৰভৃতিয়ে বৈষ্ণৱ ধৰ্ম নকৈ প্ৰচলন কৰাৰ আগতে মাধৱ কন্দলীয়ে ৰামায়ণৰ অনুবাদ কৰিছে। শ্ৰীমন্তশংকৰদেৱ প্ৰভৃতিয়ে ভাগৱতৰ আংশিক অনুবাদ আগবঢ়ায়। ৰামসৰস্বতীয়ে মহাভাৰতৰ অনুবাদ কৰে। কবিৰত্ন ভট্টদেৱে কথাগীতা আৰু কথাভাগৱত ৰচনা কৰে। তদুপৰি নাৰায়ণদেৱে পদ্মপুৰাণ, দ্বিজ বৈদ্যনাথে ব্ৰহ্মবৈবৰ্তপুৰাণ, শিৱপুৰাণ, ৰিপুঞ্জয়ে ব্ৰহ্মা-বৈবৰ্ত পুৰাণ, পদ্মপুৰাণ, দ্বিজ ৰামানন্দই ধৰ্মপুৰাণ, নৃসিংহ পুৰাণ, পৰমানন্দে স্কন্দপুৰাণ (কাশীখণ্ড), মহীনাথে মাৰ্কণ্ডেয় পুৰাণ (দেৱী সপ্তশতী), হৰেন্দ্ৰ নাৰায়ণদেৱে স্কন্দ পুৰাণ (ব্ৰহ্মোত্তৰ), বৃহদ্ধৰ্মপুৰাণ, ৰামগোবিন্দই ব্ৰহ্মাণ্ড পুৰাণ, বিষ্ণুপুৰাণ আৰু ভৱিষ্যৎ পুৰাণৰ অনুবাদ কৰে। ইয়াৰ অধিকাংশ আজিও অপ্ৰকাশিত।

এই আধুনিক যুগতো জনদিয়েকে সংস্কৃত সাহিত্যৰ কাব্য আৰু নাটকৰ অনুবাদ আগবঢ়াইছে। অসমীয়ালৈ অনুদিত সংস্কৃত নাটকৰ ভিতৰত আছে, ভাসৰ স্বপ্নবাসৱদত্তা, প্ৰতিমা, দূত ঘটোৎকচ, কৰ্ণভাৰম্, শূদ্ৰকৰ মৃচ্ছকটিকম্, বিশাখদত্তৰ মুদ্ৰাৰাক্ষস,

কালিদাসৰ অভিজ্ঞান শাকুন্তলম্ আৰু বিক্ৰমোৰ্বশীয়ম্, ৰাজশেখৰৰ কৰ্পুৰ মঞ্জৰী। কালিদাসৰ ৰঘুবংশ, কুমাৰসম্ভৱ, মেঘদূত আৰু ঋতুসংহাৰ আৰু অশ্বঘোষৰ বুদ্ধচৰিতৰ অনুবাদো অসমীয়াত হৈছে। বাণৰ কাদম্বৰী, দণ্ডীৰ দশকুমাৰ চৰিত, বিষ্ণুশৰ্মাৰ পঞ্চতন্ত্ৰ আৰু হিতোপদেশ, আৰু শিৱদাসৰ বেতাল পঞ্চবিংশতি, দ্বাত্ৰিংশপুতলা প্ৰভৃতিৰ অনুবাদো অসমীয়াত ওলাইছে। একেদৰে কৌটিলীয় অৰ্থশাস্ত্ৰও অসমীয়াত ওলাইছে। এয়ে যে যথেষ্ট নহয় তাক কোৱা নিষ্প্ৰয়োজন। সমগ্ৰ সংস্কৃত সাহিত্যৰ পৰিকল্পিত যোজনা সম্মত অনুবাদ বঙলা আদিত যিদৰে সংঘবদ্ধ প্ৰচেষ্টাৰে হ'বলৈ ধৰিছে, তেনেকৈ অসমীয়ালৈ সমগ্ৰ সংস্কৃত সাহিত্যৰ অনুবাদ কৰাৰ বৃহৎ সংঘবদ্ধ যোজনা তৈয়াৰ কৰা আৱশ্যক। এইক্ষেত্ৰত ব্যক্তিগত প্ৰকাশকৰ উপৰিও অসম প্ৰকাশন পৰিষদ আৰু নৱোদিত 'আনন্দৰাম বৰুৱা প্ৰতিষ্ঠানে' আগ ভাগ ললে ভাল হয়।

এনেবোৰ অনুবাদৰ অভাৱৰ প্ৰতি লক্ষ্য ৰাখি— বিশেষতঃ ছাত্ৰ-ছাত্ৰীৰ পাঠ্যপুথিৰ অভাৱলৈ নজৰ কৰি আমি দুই-এখন সংস্কৃত পুথিৰ অনুবাদ আগবঢ়োৱাৰ প্ৰয়াস পাইছোঁ। ইতিপূৰ্বেও মৃচ্ছকটিকৰ অনুবাদ ওলাইছিল। সম্প্ৰতি সি দুষ্প্ৰাপ্য হোৱা গুণে চন্দ্ৰ প্ৰকাশৰ স্বত্বাধিকাৰী শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মাৰ তাগিদাত কম সময়তে প্ৰকৰণখনৰ অনুবাদ কৰিবলগীয়া হৈছে।

যি কোনো গ্ৰন্থৰ যথাৰ্থ অনুবাদ যে তেনেই দুৰূহ কাম তাক অনুবাদ কৰ্মত লগা লোকে জানে। বিশেষতঃ বহুতো সময়ত সংস্কৃত ভাষাৰ দুই-এক শব্দৰ অনুবাদ দিয়া অসম্ভৱ হয়। গতিকে ভুল চুক হোৱা স্বাভাৱিক। তথাপি আমি যথোচিত যত্ন লৈ কামত হাত দিছোঁ। ছাত্ৰ-ছাত্ৰীৰ প্ৰয়োজনত অহাকৈ নাতিদীৰ্ঘ ভূমিকাও সাঙুৰি দিছোঁ। তথাপি গ্ৰন্থখনৰ অনেক দিশৰ ওপৰত ইবেলি আলোকপাত কৰাৰ সময় নহ'ল। সুধী সকলৰপৰা উৎসাহ পালে ভৱিষ্যতে অধিক নিয়াৰিকৈ কাম কৰাৰ সাহস পাম।

পুথিখনৰ প্ৰকাশৰ কাম সাগ্ৰহে হাতত লোৱা বাবে আমি প্ৰকাশক শ্ৰীৰাজেন্দ্ৰ মোহন শৰ্মাৰ নথৈ শলাগ ললোঁ।


শান্তি কুটীৰ,
চিনাকি পথ,
গীতানগৰ, গুৱাহাটী-২৪

ইতি —
বিনয়াবনত
**শ্ৰী থানেশ্বৰ শৰ্মা**
৭।১২।৯২

# দ্বিতীয় সংস্কৰণৰ পাতনি

আমি অনুবাদ কৰা মৃচ্ছকটিকৰ দ্বিতীয় সংস্কৰণ এটা পাঠক সমাজলৈ আগবঢ়াবলৈ পাৰি সুখী হৈছোঁ; কাৰণ অসমৰ পাঠক সমাজে গ্ৰন্থখনৰ প্ৰথম প্ৰকাশক ভালদৰে আদৰি লৈছে। সেয়ে প্ৰমাণ কৰে যে আমাৰ অনুবাদ কৰ্ম অথলে যোৱা নাই।

নাটকখনৰ বিষয়ে নতুনকৈ একো ক'বলগীয়া আছে বুলি অনুভৱ কৰা নাই। মাত্ৰ ইমানকে ক'ব খোজোঁ যে বেদ চাৰিখনৰ ভিতৰত অথৰ্ববেদ যিদৰে জনসাধাৰণৰ নিকটবৰ্তী আৰু জনপ্ৰিয়, মৃচ্ছকটিকো সেইদৰে জনগণৰ মাজত জনপ্ৰিয়। তাৰ কাৰণ এই যে দুই গ্ৰন্থৰ মাজত পোৱা বিষয়বস্তু। মৃচ্ছকটিকত নাট্যকাৰে সমাজৰ মধ্য আৰু নিম্নস্তৰৰ সমাজখনৰ চিত্ৰ নিপুণহাতেৰে চিত্ৰিত কৰিছে। গতিকে ই সংস্কৃত সাহিত্যৰ মাজত এক ব্যতিক্ৰমধৰ্মী নাটক বা প্ৰকৰণ। সেয়ে এই নাটকখনে পাঠক সমাজৰ আদৰ পোৱাত আমি আচৰিত হোৱা নাই। আমি মাত্ৰ যন্ত্ৰবৎ কৰ্তব্য পালন কৰিছো।

কিতাপখনৰ দ্বিতীয় প্ৰকাশ উলিওৱাত কিছু পলম হ'ল। বহুতো লোকে কিতাপখন বিচাৰিও নোপোৱা হৈছে। আনকি কোনো কোনো প্ৰকাশকে কিতাপখন বজাৰত নেদেখি দ্বিতীয় তাঙৰণ এটা প্ৰকাশৰ প্ৰস্তাৱ দিছিল। পিছে চন্দ্ৰপ্ৰকাশেও কিতাপখনৰ মহত্বলৈ লক্ষ্য কৰি দ্বিতীয় তাঙৰণ উলিওৱাত যথোচিত আগ্ৰহ দেখুৱাইছে। তাৰ বাবে অনুবাদক হিচাপে মই চন্দ্ৰ প্ৰকাশক ধন্যবাদ জনাবৰ নথৈ শলাগ ললোঁ। আশাকৰোঁ ই পুনঃ ৰাইজৰ সমাদৰ লাভ কৰিব। ইতি

বিনয়াবনত

**শ্ৰীথানেশ্বৰ শৰ্মা**

২৫।৮।২০০৩

# সূচীপত্ৰ

# ভূমিকা

## গ্ৰন্থকাৰৰ পৰিচয়

সংস্কৃত সাহিত্যৰ অনেক গ্ৰন্থকাৰৰ প্ৰকৃত পৰিচয়, গ্ৰন্থৰচনাৰ কাল আৰু আন অনেক কথা আজিও অনুমান বা কল্পনাৰ বিষয় হৈ ৰৈছে। স্বপ্নবাসৱদত্তাদি গ্ৰন্থৰ গ্ৰন্থকাৰৰ বিষয়ে আজিও যিদৰে সংশয় ছেদ হোৱা নাই সিদৰে মৃচ্ছকটিকৰ দৰে যুগান্তকাৰী প্ৰকৰণ শ্ৰেণীৰ ৰূপকখনৰ গ্ৰন্থকৰ্ত্তা সম্বন্ধেও পণ্ডিত সমাজৰ সংশয় দূৰ হোৱা নাই। তাৰ মূল কাৰণ হৈছে সততে সংস্কৃত গ্ৰন্থত পোৱাৰ দৰে এই নাটকৰ (প্ৰকৰণ/ৰূপকৰ অৰ্থত) অন্তত ৰচকৰ নাম দিয়া হোৱা নাই। অৱশ্যে প্ৰস্তাৱনাত গ্ৰন্থকৰ্তাজন শূদ্ৰক বুলি কোৱা হৈছে। তথাপি ই ভৱভূতিয়ে তেওঁৰ নাটকত দিয়া আত্মপৰিচয়ৰ দৰে নহয়। কোনোবাই যেন প্ৰাচীনকালৰ 'কৱিৰাজ'ৰ বৰ্ণনাহে দিছে তেনেকৈ শূদ্ৰক বিষয়ক কথাখিনি অতীতকালৰ ক্ৰিয়াৰ যোগত দিছে। এনে স্থলত গ্ৰন্থকৰ্তাৰ বিষয়ে সন্দেহ ওপজায় স্বাভাৱিক।

নাট্যকাৰৰ বিষয়ে প্ৰস্তাৱনাত এনেদৰে অৱতাৰণা কৰিছেঃ এতৎ কৱিঃ কিল—

দ্বিৰদেন্দ্ৰগতিশ্চকোৰনেত্ৰঃ পৰিপূৰ্ণেন্দুমুখঃ সুবিগ্ৰহশ্চ।
দ্বিজমুখ্যতমঃ কৱিৰ্বভূৱ প্ৰথিতঃ শূদ্ৰক ইত্যগাধসত্ত্বঃ।।

অপি চ —

ঋগ্বেদং সামৱেদং গণিতমথ কলাং বৈশিকীং হস্তিশিক্ষাং
জ্ঞাত্বা শৰ্বপ্ৰসাদাৎ ব্যপগততিমিৰে চক্ষুষী চোপলভ্য।
ৰাজানং বীক্ষ্য পুত্ৰং পৰমসমুদয়েনাশ্বমেধেন চেষ্ট্বা।
লব্ধা চায়ুঃ শতাব্দং দশদিন সহিতং শূদ্ৰকোऽগ্নিংপ্ৰৱিষ্টঃ।।

অপি চ—

সমৰব্যসনী প্ৰমাদশূন্যঃ ককুদো বেদৱিদাংতপোধনশ্চ।
পৰবাৰণবাহুযুদ্ধলুব্ধঃ ক্ষিতিপালঃ কিল শূদ্ৰকো বভূৱ।।

মৃঃ ১।৩—৫।

ইয়াৰপৰা বুজা যায় যে কৱি শূদ্ৰক এজন জাতিত দ্বিজ বা ক্ষত্ৰিয় আছিল। তেওঁ কোনো ৰাজ্যৰ বিদ্বান ৰজা আছিল। দেখাত তেওঁ শুৱনি পুৰুষ আছিল। তেওঁৰ গতি গজেন্দ্ৰৰ দৰে গহীন-গম্ভীৰ আছিল। তদুপৰি তেওঁ ঋগ্বেদ, সামৱেদ,

গণিত, বৈশিক কলা (নাগৰক বিদ্যা) আদি সম্যকভাৱে জানিছিল। শংকৰৰ কৃপাত তেওঁ অবিদ্যা-অন্ধকাৰ দূৰ কৰি জ্ঞান চক্ষু লাভ কৰিছিল। তাতে আকৌ তেওঁ বলী আৰু পৰাক্রমী লোক আছিল। আনহে নেলাগে শত্রুৰ প্রকাণ্ড হাতীৰেও বাহুযুদ্ধ কৰি ভাল পাইছিল। তেওঁ প্রমাদশূন্য আৰু তপোনিষ্ঠও আছিল। তেওঁ অশ্বমেধ যজ্ঞও অনুষ্ঠিত কৰিছিল। তেওঁ এশ বছৰতকৈও দহদিন অধিক আয়ু ভোগ কৰি পুত্রক ৰাজপাটত বহুৱাই থৈ অগ্নিত প্ৰৱেশ কৰি আত্মত্যাগ কৰিছিল।

গ্ৰন্থকাৰৰ বিষয়ে এই পৰোক্ষ বৰ্ণনা পঢ়িলে দেখা যায় যে এয়া কৱিজনৰ নিজৰ উক্তি নহয়; বৰঞ্চ নাট্যকাৰৰ মৃত্যুৰ অনেক দিনৰ পাছত কোনোবা অনুৰক্ত পাঠকে বা লেখকে পৰোক্ষভূত কালৰ আশ্রয়ত নাট্যকাৰ শূদ্রকৰ পৰিচয় প্রয়োজনৰ খাতিৰতে দাঙি ধৰিছে। কিন্তু এই পৰিচয়ে পণ্ডিতসকলৰ মনত নাট্যকাৰ সম্বন্ধে প্রচুৰ সন্দেহৰ সৃষ্টি কৰিছে। সেয়ে নাট্যকাৰৰ বিষয়ে পণ্ডিতসকলৰ মাজত পৰস্পৰ বিৰোধী নানান মতবাদৰ সৃষ্টি হৈছে আৰু তাৰ ফলত বিষয়টো অধিক জটিল হৈয়ো পৰিছে। এচাম পণ্ডিতে প্রস্তাৱনাত কোৱা কথা বিশ্বাস কৰিবলৈ সৈমান নহয়। তেওঁলোকে শূদ্রকক ৰূপকথাৰ নায়ক যেন কল্পিত লোক বুলি কয়। তেওঁলোকৰ মতে প্রকৰণখনৰ ৰচক আন কোনোবা অজ্ঞাত কৱিহে। আন এচাম পণ্ডিতে মৃচ্ছকটিকৰ কৱিক (শূদ্রকক) ইতিহাস প্রসিদ্ধ কোনো ৰজা বা কৱি বুলি ভাবে। আন আৰু এচামৰ মতে শূদ্রক ইতিহাস প্রসিদ্ধ ৰজা হলেও, তেওঁক প্রকৰণৰ কৱি বুলি মানিবলৈ নোখোজে। তদুপৰি আৰু এচাম পণ্ডিতো আছে যিসকলে শূদ্রকক ইতিহাস প্রসিদ্ধ ৰজা বুলি স্বীকাৰ কৰাৰ লগতে তেওঁক প্রকৰণৰ ৰঁচোতা বুলিও মানি লয়। এনেকৈ মতভেদৰ বাবে সুনিশ্চিত প্রমাণ বা সাক্ষ্যৰ অভাৱত পণ্ডিসকলে নিজ নিজ বুদ্ধিমত্তা আৰু শাস্ত্রজ্ঞানৰ দৌৰ অনুসৰি নিজৰ অনুমান বা কল্পনাৰ অনুৰূপ যুক্তিতৰ্ক উপস্থাপন কৰা দেখা যায়। শ্ৰীনিবাসন শাস্ত্রীয়ে মতসমূহ চাৰিটা ভাগত ভগাইছেঃ

(১) ড° চিলভেইন লেভি (১৮৬৩-১৯৩৫) আৰু ড° আৰ্থাৰ বেৰিডেল কীথৰ (১৮৭৯-১৯৪৪) মতানুসৰি মৃচ্ছকটিক শূদ্রক ৰচনা নহয়, কোনোবা অজ্ঞাত কৱিৰহে ৰচনা। (কান্তানাথ তেলঙ্গ ইয়াৰ সমৰ্থক)।

(২) ড° কাৰ্ল ৰিকাৰ্ড পিশ্চেলৰ (১৮৪৯-১৯০৮) মতে মৃচ্ছকটিক আলংকাৰিক গদ্যকাৰ দণ্ডীৰ ৰচনা। (ভাৰতীয় পণ্ডিত কৰ্মকাৰ এই মতৰ সমৰ্থক)।

(৩) পণ্ডিত নেৰুৰকাৰ প্রভৃতিৰ মতে মৃচ্ছকটিক ভাসৰ অন্যতম ৰচনা।

(৪) ড° জি. ভি দেৱস্থলিৰ মতে মৃচ্ছকটিকৰ ৰচক শূদ্ৰক।

(১) আগতেই কৈ অহা হৈছে যে মৃচ্ছকটিকৰ প্ৰস্তাৱনাত নাট্যকাৰ শূদ্ৰক সম্বন্ধে কথিত কথাখিনিৰ বৰ্ণনাৰীতি আৰু পৰোক্ষভূত কালৰ ব্যৱহাৰে পণ্ডিত সকলক শূদ্ৰকৰ গ্ৰন্থকৰ্তৃত্ব সম্বন্ধে সন্দেহবাদী কৰিছে। প্ৰসিদ্ধ পণ্ডিত চিলভেইন লেভিয়ে এসময়ত মত প্ৰকাশ কৰি গৈছে, যে মৃচ্ছকটিক ৰজা শূদ্ৰকৰ ৰচনা নহয়, বৰঞ্চ এয়া কোনো অজ্ঞাত কৱিৰ ৰচনা হোৱাহে সম্ভৱপৰ। ৰচকে নিজ গ্ৰন্থখন অধিক প্ৰাচীন বুলি দেখুৱাবলৈ ৰজা শূদ্ৰকৰ কৃতি বুলি দেখুৱাৰ প্ৰয়াস পাইছে। আন কোনো লোকৰ বুলি নকৈ শূদ্ৰকৰ বুলি প্ৰকাশ কৰাৰ কাৰণ সম্বন্ধেও তেওঁ কয় যে কৱিজনে নিজ কৃতিক কালিদাসৰ নাটকতকৈও পুৰণি বুলি দেখুৱাবলৈ কালিদাসৰ পৃষ্ঠপোষক বুলি জনাজাত বিক্ৰমাদিত্যতকৈয়ো প্ৰাচীনতম ৰাজপুৰুষ শূদ্ৰককে তেওঁৰ নাটকৰ ৰচকৰূপে বাছনি কৰিছিল। কান্তানাথ তেলঙ্গ প্ৰভৃতিয়ে লেভিৰ সকলো যুক্তিৰ সাৰবত্তা আছে বুলি নেভাবে। ড° কীথেও লেভিৰ মত সমৰ্থন নকৰে। তেৰোঁ শূদ্ৰকক কাহিনীৰ নায়কস্বৰূপ কাল্পনিক পুৰুষ বুলিহে ভাবে। তেওঁ 'শূদ্ৰক' নামটোও আশ্চৰ্যৰ বস্তু বুলি কয়। তেওঁৰ মতে এনে নাম ৰজাৰ ক্ষেত্ৰত দেখা নাযায়। তেওঁৰ মতে ভাসৰ দৰিদ্ৰ চাৰুদত্তৰ সৈতে আৰ্যকৰ কথা যোগদি মৃচ্ছকটিক নিৰ্মাণ কৰে। তাকে কৰিও তেওঁ নিজ নাম গুপুতে ৰাখে। কীথে নিজৰ মতৰ সমৰ্থনত কোনো যুক্তি আগবঢ়োৱা দেখা নাযায়।

কান্তানাথ শাস্ত্ৰী তৈলঙ্গে কীথৰ মতামতক দুখণ্ড কৰিছেঃ (১) শূদ্ৰক কাল্পনিক পুৰুষ (২) শূদ্ৰক প্ৰকৰণৰ কৰ্তা নহয়, আন কোনোবাহে। তৈলঙ্গে দ্বিতীয় খণ্ড সমৰ্থন কৰে যদিও তেওঁ প্ৰথম খণ্ড সমৰ্থন নকৰে; কাৰণ, ভাৰতীয় ঐতিহ্যত অনেক শূদ্ৰকৰ অস্তিত্ব থকাৰ প্ৰমাণ আছে।

পণ্ডিত লেভি আৰু কীথৰ মত সমৰ্থ কৰি প্ৰসিদ্ধ ভাৰতীয় পণ্ডিত কান্তানাথ শাস্ত্ৰী তেলঙ্গে এনেদৰে নিজ মত ব্যক্ত কৰিছে, 'আমাৰ বিচাৰতো শূদ্ৰক 'মৃচ্ছকটিক'ৰ কৰ্তা নহয়। ইয়াৰ কৰ্তা আন কোনোবা কবি। এনে অনুমান হয় যে কোনো কৱিয়ে ভাসৰ 'দৰিদ্ৰ চাৰুদত্ত' দেখে। সেয়া অসম্পূৰ্ণ বুলি তেওঁৰ মনত হ'ল। তেতিয়া তাক পূৰ্ণৰূপ দিবলৈ তেওঁৰ মনত খেলালে। তেওঁ আৱশ্যকতা আৰু নিজৰ কল্পনাৰে ৰচনা কৰা অথবা গুণাঢ্যৰ 'বৃহৎকথা'ৰপৰা লোৱা গোপালদাৰক আৰ্যকৰ বিদ্ৰোহৰ কথা বঢ়াই দিলে। এইদৰে 'মৃচ্ছকটিক' তৈয়াৰ হ'ল। কৱিয়ে জানি বুজি নিজৰ নাম গুপুতে ৰাখিলে। প্ৰস্তাৱনাত শূদ্ৰকৰ সৈতে 'কিল'ৰ প্ৰয়োগে তাকে সূচনা কৰে।

কৰিয়ে এই শব্দৰ প্ৰয়োগো জানি-বুজি কৰিছিল। তাকো এবাৰ-দুবাৰ নহয় চাৰিবাৰ। তিনিবাৰ ইয়াৰ প্ৰয়োগ শূদ্ৰকৰ সৈতে কৰিছে আৰু এবাৰ চাৰুদত্তৰ সৈতে। প্ৰস্তাৱনাত শূদ্ৰকৰ নাম বৰ্ণনা কৰা পদ্য দিয়াৰ আগতেও লিখিছে "এতৎ কৱিঃ কিল"। ইয়াৰ পাচত আকৌ পঞ্চম পদ্যত শূদ্ৰকৰ সৈতে 'কিল' শব্দ আছে। এই অব্যয়ৰ প্ৰয়োগ প্ৰায় 'ঐতিহ্য', 'অলীকতা' অথবা 'সম্ভাৱনা' সূচনা কৰিবলৈ (দিয়া) পোৱা যায়। ই বেছিকৈ অনিশ্চয়তা ব্যক্ত কৰে। এইটোও ক'ব নোৱাৰি যে ইয়াত ইয়াৰ প্ৰয়োগ 'ইদং কিলাব্যাজমনোহৰং বপুঃ' (শাকু)ৰ দৰে ঐতিহ্য আদি অৰ্থৰপৰা ভিন্ন অৰ্থ বুজাবলৈ (ব্যৱহাৰ) কৰা হৈছে। 'লব্ধা চায়ুঃ শতাব্দং দশদিনসহিতং শূদ্ৰকোऽগ্নিং প্ৰৱিষ্টঃ', 'বভূব' আৰু 'চকাৰ'ৰ প্ৰকাশত ইয়াত 'কিল' শব্দই 'ঐতিহ্য' আদি অৰ্থৰ বোধহে জন্মায়। কৱিজনে নিজৰ আয়ুৰ নিশ্চিত প্ৰমাণ কেনেকৈ পালে? আগলৈ কেতিয়া আৰু ক'ত তেওঁৰ মৰণ হ'ব তাকেই বা তেওঁ কেনেকৈ জানিছিল? 'বভূৱ' আৰু 'চকাৰ'ৰ লিট্ লকাৰো পৰোক্ষ ভূতৰ বোধক হোৱা বাবে ঐতিহ্য আদি অৰ্থকহে সমৰ্থন কৰে। ......ইয়াত এইটোও ক'বলৈ নোৱাৰি যে নাটকখন শূদ্ৰকৰেই হয়, কেৱল প্ৰস্তাৱনাৰ শ্লোক অন্য কৱিৰদ্বাৰা প্ৰক্ষিপ্ত। এনেকৈ ধৰি ললে ইয়াৰ অৰ্থ এনে হ'ব যে শূদ্ৰকে নিজৰ নাম নিদিয়াকৈয়ে নাটকৰ প্ৰচলন কৰিছিল। ইয়াৰ উপৰিও 'চকাৰ' আৰু 'বভূৱ'ৰ প্ৰকাশত এইটোও মানি লব লাগিব যে শূদ্ৰক মৰাৰ বহুকাল পাছত প্ৰস্তাৱনাৰ শ্লোক ৰচিত হৈছে। এনে পৰিস্থিতিত এই প্ৰশ্নও উঠিব যে তেনেহ'লে শূদ্ৰকে (?) নিজৰ নাটক নিজৰ নাম সন্নিৱিষ্ট নকৰাকৈয়ে প্ৰচলিত কৰিছিল নেকি? তেওঁতো ৰজাই আছিল। তেওঁৰতো কালৈকো ভয় নাছিল। তদুপৰি বহুদিনলৈকে তেওঁৰ নাম প্ৰস্তাৱনাত দিয়াৰ ইচ্ছা কিয় হোৱা নাছিল? বহু কালাতীত হোৱাৰ পাছত নো নাম দিয়াৰ প্ৰশ্ন কিয় উঠিল? এইবোৰ প্ৰশ্নৰ কোনো সন্তোষজনক উত্তৰ পোৱা নাযায়। যদি সঁচা অন্তৰেৰে কেৱল কৱিৰ নাম স্থায়ী কৰিবলৈ আৰু তেওঁৰ পৰিচয় দিবলৈকে সেই শ্লোক কেইটা প্ৰক্ষিপ্ত কৰা হৈছে তাত সন্দেহ কৰিবলগীয়া বিচিত্ৰ কথা আৰু পৰোক্ষ ভূতৰ ক্ৰিয়া হয়তো নিদিলেহেঁতেন। যিদৰে অন্য প্ৰসিদ্ধ নাটকৰ কৱিয়ে নিজৰ পৰিচয় দিয়ে তেনেকৈয়ে সঁচা বুলি পতিয়ন যাব পৰা শ্লোক তৈয়াৰ কৰি মিলাই দিলেহেঁতেন। সেইবাবে আমি ইয়াকে মানি লোৱাটো শ্ৰেয়স্কৰ বুলি ভাবোঁ যে এই নাটক শূদ্ৰকৰ নহয়। কোনো অন্য কৱিয়ে ইয়াক ৰচনা কৰি শূদ্ৰকৰ নামত প্ৰচাৰ কৰিছে। শূদ্ৰক ইতিহাস প্ৰসিদ্ধ ব্যক্তি আছিল নে নাই তাৰ কোনো প্ৰয়োজন নাই।"

ওপৰোক্ত ধৰণে বিচাৰ কৰাৰ পাছতো পণ্ডিত কান্তানাথ শাস্ত্ৰী তৈলঙ্গে অৱশেষত এটা প্ৰশ্ন তুলিছেঃ কৱি-নাট্যকাৰসকলে অতি কষ্ট কৰি গ্ৰন্থ এখন ৰচনা কৰি তাত নিজৰ কৰ্তত্ব সাব্যস্ত কৰিহে ভাল পায়, সন্তোষ লাভ কৰে। এনে স্থলত মৃচ্ছকটিকৰ কৱিজনে নিজৰ নাম গুপ্ত কৰি প্ৰাচীন ৰজা এজনৰ নামত গ্ৰন্থ কৰ্ত্তৃত্ব আৰোপ কৰাৰ কি কাৰণ থাকিব পাৰে? তেওঁ তাৰ উত্তৰত দুটা কাৰণ দৰ্শাইছে ঃ (১) ভাসৰ দৰিদ্ৰ চাৰুদত্তক আধাৰ হিচাপে কৱিয়ে লৈ তাত আৰ্য্যকৰ কথা যোগ দি মৃচ্ছকটিক নিৰ্মাণ কৰাৰ পাছত কৱিজনে হয়তো ভাবিছিল যে তাত নিজৰ নাম কৱি হিচাপে ৰাখিলে লোকে তেওঁক 'চোৰ কৱি' বুলিব। সেয়া সজ কাম নহ'ব। (২) নাটকত অংকিত বা চৰ্চিত ঘটনা চক্ৰও সেই সময়ৰ সামাজিক নিয়ম আৰু বিচাৰ ধাৰাৰ বাৰুকৈয়ে প্ৰতিকূল। ভাসে বসন্তসেনাক চাৰুদত্তৰ ঘৰলৈ পঠিয়ায়ে নাটকৰ সামৰণি মাৰিছে। কিন্তু মৃচ্ছকটিকত চাৰুদত্ত আৰু শৰ্বিলকে ব্ৰাহ্মণ হৈও বেশ্যাৰে বিবাহ কৰোৱাৰ দৰে বৈপ্লৱিক ঘটনা সন্নিবিষ্ট কৰিছে। কৱিয়ে ব্ৰাহ্মণক চোৰ, জুৱাৰী আদিৰ সাজত সাজিছে। একেদৰে ৰজা পালকক ক্ৰুৰ, দুৰ্মতিপৰায়ণ আৰু অবিবেচক তথা ধৰ্মশাস্ত্ৰৰ বিপৰীত আচাৰত মত্ত লোক হিচাপেও নাটকত দেখুৱা হৈছে। তাতে আকৌ ৰজাই নীচ কুলীয়া ৰক্ষিণী স্ত্ৰী ৰাখি তেওঁৰ ভ্ৰাতাৰ হাতত শাসন অপব্যৱহাৰ হ'বলৈ এৰি দিছিল। আনকি চন্দনক বীৰকৰ দৰে উচ্চ-পদস্থ লোকসকল নীচ কুলৰপৰা নিযুক্ত হৈ প্ৰজাতকৈ ৰজাৰ স্বাৰ্থত কাম কৰিছিল। এনেবোৰ কাৰণতে নাট্যকাৰে নিজৰ নাম প্ৰকাশ নকৰি ৰজা শূদ্ৰকৰ নাম কৱি হিচাপে প্ৰকাশ কৰিছিল।

(২) জাৰ্মান পণ্ডিত পিশ্চেলে মত প্ৰকাশ কৰে যে দশকুমাৰচৰিতৰ কৱি দণ্ডীয়ে মৃচ্ছকটিক প্ৰকৰণ ৰচনা কৰিছিল। ৰাজশেখৰে কৈ গৈছে যে দণ্ডীয়ে তিনিটা (খন) প্ৰবন্ধ ৰচনা কৰিছিল। "ত্ৰয়ো দণ্ডিপ্ৰবন্ধাশ্চ ত্ৰিষু লোকেষু বিশ্ৰুতাঃ"। ইয়াৰ ভিতৰত 'দশকুমাৰ চৰিত' আৰু 'কাব্যাদৰ্শ' দুই প্ৰবন্ধ। আৰু তৃতীয় প্ৰবন্ধ মৃচ্ছকটিক বুলি পিশ্চেলে কয়। মৃচ্ছকটিক দণ্ডীৰ ৰচনা বুলি কৈ তাৰ সমৰ্থনত পিশ্চেলে যুক্তি দিয়ে যেঃ (ক) দণ্ডীৰ কাব্যাদৰ্শত (২।২২৬) আৰু মৃচ্ছকটিকত (১।১৪) একেটা শ্লোক সমানে পোৱা যায়। শ্লোকটো হৈছেঃ

লিম্পতীৱ তমোऽঙ্গানি বৰ্ষতীৱাঞ্জনং নভঃ।
অসৎপুৰুষসেৱেৱ দৃষ্টিৰ্বিফলতাংগতা।।

গতিকে দুয়োখন গ্ৰন্থ একেজন কৱিৰ হোৱা সম্ভৱ। (খ) মৃচ্ছকটিক আৰু দশকুমাৰ চৰিতত বৰ্ণনা কৰা সমাজৰ মাজত অনেক সাদৃশ্য বৰ্ত্তমান।

পিশ্চেলৰ মতৰ সমৰ্থনত আগবঢ়োৱা যুক্তিৰ মাজত কিবা সাৰবত্তা আছে বুলি শ্ৰীনিৱাস শাস্ত্ৰী প্ৰভৃতিয়ে নেভাৱে। প্ৰথমতঃ 'লিম্পতীৱ তমোऽঙ্গানি' প্ৰভৃতি শ্লোকটি আচলতে ভাসৰ চাৰুদত্ততো পোৱা যায়। গতিকে তাৰ ভেটিত মৃচ্ছকটিক আৰু কাব্যাদৰ্শৰ গ্ৰন্থকাৰক একাকাৰ কৰা সম্ভৱ নহয়। দ্বিতীয়তঃ দুখন গ্ৰন্থৰ পাতত পোৱা সামাজিক অৱস্থাৰ সাদৃশ্য থকা বুলি তাৰ ভেটিত গ্ৰন্থকাৰৰ একত্ব স্থাপন কৰাটোও সম্ভৱ নহয়। তৃতীয়তে 'অৱন্তিসুন্দৰী কথা' আৱিস্কৃত হোৱাৰ পাছত দণ্ডীৰ তৃতীয় প্ৰবন্ধৰূপে মৃচ্ছকটিকলৈ কোনো ঠাই নেথাকে।

পণ্ডিত মেকডোনেলে তেওঁৰ গ্ৰন্থত' পিশ্চেলৰ মত সমৰ্থন কৰিছে। ড" পীটাৰ্চনে অৱশ্যে ইয়াৰ প্ৰতিবাদ কৰিছে। ভাৰতীয় পণ্ডিত অধ্যাপক আৰ্, ডি, কৰ্মৰকাৰে পণ্ডিত পিশ্চেলৰ অভিমত সমৰ্থন কৰিছে। বৰঞ্চ তেওঁ মৃচ্ছকটিকৰ গ্ৰন্থকাৰজন যে দাক্ষিণাত্যৰ তাৰ সমৰ্থনত যুক্তি প্ৰদৰ্শন কৰিছে। কালী আৰু দুৰ্গাক তেওঁ 'সহ্যবাসিনী' বুলিছে। চন্দনকে 'কৰ্ণাটক কলহ প্ৰয়োগ, (৬।২০; ২১) কৰাৰ কথা কৈছে। তদুপৰি ৬।২০।৮-৯ 'বৰগুলুম্বক' আৰু 'খুণ্টমোটক' আদি শব্দৰ প্ৰয়োগ কৰিছে। 'লিম্পতীৱ তমোऽঙ্গানি' শ্লোকৰ বাহিৰেও অন্য ভালেমান বাক্য বচনৰ সমতা 'কাব্যাদৰ্শ' আৰু মৃচ্ছকটিকৰ মাজত কৰ্মৰকাৰে দেখা পাইছে। এনেদৰে তেওঁ যুক্তি প্ৰদৰ্শন কৰাৰ পাছত কৰ্মৰকাৰে সিদ্ধান্তলৈ আহি কৈছেঃ

"A careful scrutiny of all these points would, we think, establish the conclusion that after all Pischel and Macdonell were right in believing that Dandin (6th century A.D.) is the real author of the Mrcchakatika."

তথাপি দণ্ডীৰ দৰে শক্তিশালী কৱি এজনে সমাজৰ অনেক কথাকে দশকুমাৰ চৰিতত উদঙাই দি মৃচ্ছকটিকত কেৱল শূদ্ৰকৰ নাম কৱি হিচাপে দিয়াৰ কোনো যুক্তিসঙ্গত কাৰণ দেখা নাযায়।

(৩) পণ্ডিত নেৰুৰকাৰৰ দৰে কোনো কোনো পণ্ডিতে ভাসকেই মৃচ্ছকটিকৰ গ্ৰন্থকাৰ বুলি কৈছে। তেওঁলোকৰ মতে জাতিত শূদ্ৰ হোৱা কাৰণে ভাসেই শূদ্ৰক নামেৰে প্ৰসিদ্ধ হৈছিল। ভাসে নিজৰ 'চাৰুদত্ত' নামে নাটকৰ পৰিবৰ্ধন কৰিয়েই মৃচ্ছকটিক ৰচনা কৰে। কিন্তু ভাসে অন্য তেৰখন নাটকত এই নাম (শূদ্ৰক) ব্যৱহাৰ নকৰি অকল মৃচ্ছকটিকত তাৰ ব্যৱহাৰ কৰাৰ কোনো কাৰণ বিচাৰি পোৱা নাযায়। তদুপৰি শূদ্ৰকক ৰজা আখ্যাও দিয়া হৈছে, যিটো ভাসৰ ক্ষেত্ৰত কোনোপধ্যে প্ৰয়োজ্য নহয়।

(৪) নাটকৰ প্ৰস্তাৱনাত প্ৰাপ্ত শূদ্ৰক বিষয়ক তথ্য আগতে দাঙি ধৰা হৈছে। যদিও শূদ্ৰকৰ বৰ্ণনা পৰোক্ষভূত কালতে হয়তো কোনোবা অৰ্বাচীন জনে তুলি ধৰিছে তথাপি শূদ্ৰক ভিন্ন অন্য কাৰোবাক উক্ত নাটকৰ কৰ্ত্তা বুলি কবলৈ যথোচিত সাক্ষ্য-প্ৰমাণৰ অভাৱ। ভাৰতীয় পৰাম্পৰাই শূদ্ৰককে নাট্যকাৰ বুলি বিশ্বাস কৰি আহিছে, তাৰ বিপৰীতে বিশ্বসনীয় সাক্ষ্য প্ৰমাণ সহ যুক্তি-তৰ্ক নোপোৱালৈকে উক্ত বদ্ধমূল বিশ্বাসৰ অন্যথা এচাম পণ্ডিতে কৰিবলৈ নোখোজে। সেইচামৰ অন্যতম হৈছে (মোৰ গুৰু) ড° জি, ভি. দেৱস্থলি। তেখেতে মৃচ্ছকটিকৰ গ্ৰন্থকাৰ সম্বন্ধে দীঘলীয়া আলোচনা কৰাৰ পাছত কৈছেঃ "We, therefore, take it for granted that the author of the Mrechakatika is Sudraka–a king, until anything is proved to the contrary. The only thing that we can say with some certainty about our author is that he is a southerner...."

# শূদ্ৰকৰ বিষয়ে ঐতিহাসিক আৰু সাহিত্যিক উল্লেখ

সুবিশাল সংস্কৃত সাহিত্যৰ অনেক গ্ৰন্থত ৰজা শূদ্ৰকৰ উল্লেখ বৰ্তমান। সেয়ে কীথে ভবাৰ দৰে শূদ্ৰকক কেবল কাল্পনিক লোক বুলি উৰুৱাই দিলেই নহয়। বিবিধ গ্ৰন্থৰ পাতত বিবিধ প্ৰসঙ্গ আৰু কাল অনুসৰি শূদ্ৰকৰ উল্লেখ অৱশ্যে পোৱা যায় যদিও তাৰে কোনোজনক মৃচ্ছকটিকৰ গ্ৰন্থকৰ্তা তাক নিৰ্দ্ধাৰণ কৰা সহজ কথা নহয়। নাম একে হলেও কাল বিভিন্ন হোৱা বাবে নাটকৰ ৰচনাৰ সময়ৰ সৈতে খাপ খুৱাই লৈ মন্তব্য কৰাও টান। কালিদাসৰ ক্ষেত্ৰতে দেখা যায় যে একে নামৰ অনেকজনে বিভিন্ন কালত কাব্য ৰচনা কৰি খ্যাতি আৰ্জি গৈছে। এতিয়া তাৰে কোনজন বিক্ৰমাদিত্যৰ সভাকৱি মেঘদূত-অভিজ্ঞান শাকুন্তলৰ গ্ৰন্থকাৰ আছিল তাক কোৱা যথাৰ্থতে টান কাম। শূদ্ৰকৰ বেলিকাও প্ৰায় একে সমস্যা। তথাপি বিভিন্ন গ্ৰন্থৰ উল্লেখবোৰৰ মূল্যাঙ্কন কৰি মৃচ্ছকটিকৰ গ্ৰন্থকাৰ বুলিবলৈ কোনজন শূদ্ৰক যোগ্য তাক বিচাৰ কৰা আমাৰ কৰ্ত্তব্য। তলত সেই বিষয়ে সংক্ষেপতে আলোচনা কৰা হ'লঃ

(১) স্কন্দপুৰাণৰ কুমাৰিলা খণ্ডত শূদ্ৰক নামৰ প্ৰসিদ্ধ ৰজাই কলি সংবৎ ৩২৯০ বছৰত ৰাজ্যভাৰ লব বুলি উল্লেখ আছে। নতুন গণনা মতে সেইকাল ১৯০ খৃঃ চন (কলিকালাব্দ ৩১০০ খৃঃ পূঃ ধৰিলে) হ'ব। কৰ্ণেল ৱিল্‌ফোৰ্ড চাহাবে সবাতোকৈ আগতে স্কন্দপুৰাণোক্ত এই শূদ্ৰক জনক আন্ধ্ৰভৃত্য বংশৰ প্ৰতিষ্ঠাপক সিমুকৰপৰা অভিন্ন বুলি কৈছে। বিল্‌ফোৰ্ড আৰু উইলচনে স্কন্দ পুৰাণৰ শূদ্ৰককে আন্ধ্ৰভৃত্যবংশীয় সিমুক বুলি ঠাৱৰ কৰাৰ লগতে তেওঁক মৃচ্ছকটিকৰ ৰচক বুলিও কৈছে। আধুনিক পণ্ডিত স্মিথ প্ৰভৃতিৰ মতে সিমুকৰ কাল ২৪০ খৃষ্ট পূৰ্বাব্দ। গতিকে শূদ্ৰক আৰু সিমুকৰ কালৰ ব্যৱধান কমেও চাৰিশ বছৰৰ। মৃচ্ছকটিকৰ ৰচনাৰ কাল ইয়াৰ মাজত ধৰিবলৈ কোনো সুসঙ্গত কাৰণ নাই।

(২) কিছুদিন আগতে দণ্ডীবিৰচিত 'অৱন্তিসুন্দৰী কথা' উপলব্ধ হৈছে। তাত শূদ্ৰক নামে ব্ৰাহ্মণ ৰজা এজনৰ উল্লেখ পোৱা যায়। এই শূদ্ৰকে আন্ধ্ৰবংশীয় স্বাতি

নামে ৰজা এজনকো পৰাজিত কৰিছিল। ৰজা স্বাতিয়ে খৃঃপূঃ ৫৬ অব্দত ৰাজত্ব কৰিছিল। মহাৰাজ বিক্ৰমাদিত্যৰো একে কাল বুলি জনা যায়। সেয়ে পণ্ডিতসকলে শূদ্ৰক আৰু বিক্ৰমাদিত্য একেজন ব্যক্তি আছিল বুলি ক'ব খোজে। সেয়ে হ'লে অবন্তি সুন্দৰী কথাৰ শূদ্ৰকজন আন্ধ্ৰভৃত্য বংশৰ প্ৰতিষ্ঠাপক শূদ্ৰকতকৈ পৃথক হ'ব। অৱন্তিসুন্দৰী কথাৰ ব্ৰাহ্মণ শূদ্ৰকজনেই মৃচ্ছকটিকৰ দ্বিজ আৰু শূদ্ৰক হোৱা সম্ভৱ নে কি? ইয়াক ঠাৱৰ কৰাৰ বাটত বাধা হৈছে ৰাজশেখৰৰ এক উক্তি। তেওঁৰ মতে ৰামিলক আৰু সৌমিলকে শূদ্ৰককথা ৰচনা কৰিছিল। সৌমিলকৰ উল্লেখ কালিদাসেও মালৱিকামিত্ৰত কৰিছে। গতিকে তেওঁ কালিদাসৰ পূৰ্ববৰ্ত্তী কৱি। কালিদাস আকৌ বিক্ৰমাদিত্যৰ (খৃঃ পূঃ ৫৬) সমকালীন। এনে অৱস্থাত অৱন্তিসুন্দৰী কথা উল্লেখিত শূদ্ৰকক মৃচ্ছকটিকৰ গ্ৰন্থকৰ্তা বোলা সম্ভৱ নহয়।

(৩) অধ্যাপক ষ্টেন কোনোৱে মৃচ্ছকটিকৰ ৰচক শূদ্ৰকক আভীৰ ৰজা শিৱদত্ত বুলি ঠাৱৰ কৰিবলৈ বিচাৰিছিল। ড° ফ্লীট চাহাবৰ মতে এই শিৱদত্তই ২৪৮-৪৯ চনত আন্ধ্ৰবংশৰ অন্তিমৰজাক পদচ্যুত কৰি ৰাজপাট দখল কৰে আৰু চেদি সংৱৎ প্ৰতিষ্ঠা কৰে। কোনোৱে 'আভীৰ' আৰু 'গোপাল দাৰক' পদ দুটাৰ আধাৰতে এনে মত পোষণ কৰে। এই সামান্য প্ৰমাণৰ ওপৰত ভেটি কৰি শূদ্ৰকৰ পৰিচয় তুলি ধৰিবলৈ কৰা যত্ন পণ্ডিতসকলে গ্ৰাহ্য কৰিবলৈ নোখোজে।

(৪) কেতবোৰ সাহিত্যিক উল্লেখৰ পৰা এইটো ওলাই পৰে যে শূদ্ৰক বিক্ৰমাদিত্য বা শ্ৰীহৰ্ষবৰ্দ্ধন আদিৰ দৰে স্বয়ং সাহিত্য প্ৰেমী ৰজা আছিল। শূদ্ৰকৰ নামেৰে নামাঙ্কিত 'বিক্ৰান্তশূদ্ৰক', 'শূদ্ৰকবধ', 'শূদ্ৰকচৰিত' আদি একাধিক গ্ৰন্থৰ উল্লেখ পোৱা যায়। অৱশ্যে এইবোৰ গ্ৰন্থৰ পাণ্ডুলিপি উদ্ধাৰ হোৱা নাই। কল্হনকৃত 'ৰাজতৰঙ্গিনী' আৰু সোমদেৱকৃত 'কথা সৰিৎসাগৰ গ্ৰন্থত শূদ্ৰকৰ উল্লেখ বিদ্যমান। 'কাদম্বৰী'ত শূদ্ৰকক বিদিশাৰ ৰজাৰূপে বৰ্ণনা কৰিছে আৰু হৰ্ষচৰিতৰ পাততো চন্দ্ৰকেতুৰ অৰি বুলি উল্লেখ কৰিছে। 'বেতালপঞ্চবিংশতিত' ৰজা শূদ্ৰকৰ ৰাজধানী 'বৰ্দ্ধমান' বা 'শোভাৱতী' বুলি উনুকিয়াইছে। আলংকাৰিক বামনে তেওঁৰ সূত্ৰালংকাৰ সূত্ৰ (অধি° ৪, অ° ২, ৪) 'শূদ্ৰকাদি ৰচিতেষু প্ৰবন্ধেষু' বুলি শূদ্ৰকৰ নাম কাঢ়ি নিৰ্দেশ দিছে। বামনে মৃচ্ছকটিকৰো শ্লোকোদ্ধাৰ কৰিছে।

ওপৰৰ আলোচনাৰ পৰা বুজা যায় যে শূদ্ৰক কেৱল কল্পিত ৰজাৰ নামেই নহয়। তেওঁ এজন ইতিহাস প্ৰসিদ্ধ ৰাজন্ আৰু কৱি আছিল। একে নামৰ অনেকজন গুণী ৰজা আছিল। এওঁলোকৰ কোনজন মৃচ্ছকটিকৰ ৰচক আছিল তাকহে কোৱা

টান। কোনো কোনোৱে ক'ব খোজে যে হয়তো শূদ্রক নামে কোনো কৱিয়ে ৰচনা কৰা নাটককে পাছলৈ শূদ্রক ৰজাৰ ৰচনা বুলি প্ৰচলন কৰা হ'ল। আন এচামৰ মতে জনৈক শূদ্রক ৰজাৰ সভাকৱিয়ে ৰচনা কৰা নাটকতে পৃষ্ঠপোষক ৰজাৰ নাম কৱিৰূপে সন্নিৱিষ্ট কৰি গ'ল।

## মৃচ্ছকটিকৰ সাম্ভাব্য ৰচনাকাল

আলোচ্য নাটকৰ ৰচনা-কাললৈ পণ্ডিতসকলৰ মাজত অনেক মতান্তৰ বৰ্ত্তমান। সেইবাবে মৃচ্ছকটিকৰ ৰচনাকাল খৃষ্টপূৰ্ব ৩০০ অব্দৰপৰা খৃষ্টীয় ৭০০ চনৰ মাজত দোদুল্যমান অৱস্থাত পোৱা যায়। তথাপি আলোচনাৰ সুবিধাৰ বাবে আমি তথ্যখিনি দুভাগত ভাগ কৰি তলত তুলি ধৰিলোঁ।

### (১) খৃঃ পূঃ ৩০০ অব্দৰ খৃঃ ১০০ অব্দলৈঃ

আগতে পাই আহিছোঁ যে কোনো কোনো পণ্ডিতে আন্ধ্ৰভৃত্য বংশীয় ৰজা সিমুককে ৰজা শূদ্রক বুলি কোৱাৰ প্ৰয়াস পাইছিল। সেয়া গৃহীত হ'লে সিমুকৰ ৰাজত্বকাল অনুসৰি প্ৰকৰণখন ৰচনাৰ কাল খৃঃ পূঃ তৃতীয় শতিকাৰপৰা খৃষ্টীয় প্ৰথম শতিকাৰ মাজত হ'লহেতেন। এই প্ৰসঙ্গত এম্ আৰ্ কালেৰ বিচাৰ-বিবেচনা মনকৰিবলগীয়া।

(১) এই প্ৰকৰণখনৰ ঘটনাৰাজিৰপৰা বুজা যায় যে সেই সময়ত বৌদ্ধধৰ্মৰ অৱস্থা উন্নত আছিল আৰু জনসাধাৰণৰ মাজত এই ধৰ্মৰ ভিক্ষুসকলে সন্মান লাভ কৰিছিল। ভিক্ষুসকলেও বৰ সাৱধানেৰে নিজ ধৰ্ম পালন কৰিছিল। খৃষ্টীয় প্ৰথম শতিকা মানৰপৰাহে বৌদ্ধধৰ্মৰ অৱনতি হ'বলৈ ধৰে। ভাণ্ডাৰকাৰে আন্ধ্ৰবংশীয় ৰজাসকলৰ দিনতে বৌদ্ধধৰ্মৰ অৱস্থা উন্নত আছিল বুলি কৈছে। নাটকখনো খৃষ্টীয় ১ ম শতিকাৰ যথোচিত পূৰ্বতে ৰচিত হোৱা বুলি ধৰিব পাৰি।

(২) নাটকৰ প্ৰস্তাৱনাত উল্লেখিত বৈশিকীকলাৰ চৰ্চা বাৎসায়নে কামসূত্ৰ ৰচনা কৰা সময়ত বা তাৰ পাছত হৈছিল। কামসূত্ৰৰ ৰচনা খৃষ্টীয় ১০০ চনৰ পূৰ্বতে হৈছিল। মৃচ্ছকটিকো ইয়াৰ ওচৰৰ কোনো সময়ত ৰচিত হোৱা সম্ভৱ।

(৩) নাটকৰ নৱম অঙ্কত বিচাৰকে 'অঙ্গাৰকবিৰুদ্ধস্য' (৯।৩৩) এই শ্লোকত মঙ্গলক বৃহস্পতিৰ শত্ৰুগ্ৰহৰূপে দেখুৱা হৈছে। এয়া বৰাহমিহিৰৰ কালৰ আগৰ

জ্যোতিষীয় ধাৰণা। বৰাহমিহিৰৰ সাম্ভাব্যকাল খৃঃ ৫০০ শতিকাৰ ওচৰা-ওচৰি। ইয়াৰ যথেষ্ট পূৰ্বতে মৃচ্ছকটিকা ৰচনা কৰা হৈছিল।

(৪) নাট্যকলাৰ বিষয়ে পিছত প্ৰচলিত অনেকবোৰ নীতি-নিয়ম মৃচ্ছকটিকৰ ৰচকৰ জ্ঞাত নাছিল। পাত্ৰ অনুসৰি বিবিধ প্ৰাকৃতৰ প্ৰয়োগ, ৰসৰ প্ৰাধান্য বিষয়ক নিয়ম আদি নাট্যকাৰৰ অজ্ঞাত আছিল। তদুপৰি প্ৰকৰণখনৰ শৈলী ভাসৰদৰে সহজ-সৰল, কালিদাসৰ দৰে পৰিস্ফুট বা ভৱভূতিৰদৰে কলাপূৰ্ণ নহয়। এনে তথ্যই নাটকখন যে প্ৰাৰম্ভিক যুগৰ ৰচনা তাকে ইঙ্গিত কৰে।

(৫) মৃচ্ছকটিকৰ প্ৰাকৃত ব্যাকৰণৰ নিয়মৰ অনুকূল নহয়। সি প্ৰাকৃত যুগৰ (MIA) প্ৰাৰম্ভিক ভাগক আঙুলিয়ায়। তাৰপৰা বুজা যায় যে উক্ত প্ৰাকৃত কালিদাস পূৰ্ব যুগৰ।

(৬) মৃচ্ছকটিকত ‘ৰাষ্ট্ৰিয়’ শব্দৰ প্ৰয়োগ আৰক্ষীৰ অধিকাৰী অৰ্থত কৰা হৈছে। ই ভাৰতীয় নাট্য যুগৰ আৰম্ভণিক সূচিত কৰে। কালিদাসৰ কালত শব্দটোৱে ৰজাৰ শ্যালক বুজায়।

(৭) শকাৰ আৰু বিট শ্ৰেণীৰ পাত্ৰৰ প্ৰয়োগেও নাটকৰ প্ৰাচীনতা দাবী কৰে। পাছলৈ এনে পাত্ৰৰ সন্নিৱেশ নাটকত হোৱা দেখা নাযায়।

নাটকৰ বাহিৰৰ প্ৰমাণেও নাটকৰ প্ৰাচীনত্ব প্ৰমাণ কৰে। ৰামিলক- সৌমিলকৰ ‘শূদ্ৰককথা’ ৰচনা কৰা কথা আৰু কালিদাসৰ নাটকত সৌমিলকৰ উল্লেখে শূদ্ৰকক কালিদাস বা বিক্ৰমাদিত্যৰ (খৃঃ পূঃ ৫৬ অব্দ) পূৰ্বৰ যুগৰ বুলি ইঙ্গিত কৰে।

### (২) খৃঃ ৩০০ চনৰপৰা খৃঃ ৭০০ চনলৈঃ

অন্য এচাম পণ্ডিতে আগৰ চামৰ যুক্তিবোৰ গ্ৰহণ কৰিবলৈ সন্মত নহয়। এওঁলোকে কয় যে ভাসৰ নাটকবোৰ আৱিষ্কৃত হোৱাৰ পাছত পৰিস্থিতি সলনি হৈছে। অন্ততঃ মৃচ্ছকটিকৰ মূল কাহিনী যে ভাসৰ চাৰুদত্ত নাটক সেয়া সিদ্ধ হৈছে। গতিকে কৱি ভাসৰ কালেই মৃচ্ছকটিকৰ উৰ্দ্ধসীমা হোৱা স্বাভাৱিক। কিন্তু ভাসৰ কালো খৃঃ পূঃ ৪ৰ্থ শতিকাৰপৰা খৃঃ ৭ম শতিকালৈ দোদুল্যমান। তথাপি অনেকে খৃঃপূঃ ১ম শতিকাৰপৰা খৃঃ ৬০০ শতিকা বুলি স্বীকাৰ কৰিছে।

একেদৰে মৃচ্ছকটিকৰ নৱম অঙ্কত অধিকৰণিকে চাৰুদত্তক শাস্তি বিহিবলৈ নীতি নিৰ্দ্ধাৰণ কৰোঁতে মনুৰ উল্লেখ কৰিছেঃ

অয়ং হি পাতকী বিপ্রো ন বধ্যো মনুৰব্ৰবীৎ।
ৰাষ্ট্ৰাদস্মাত্ত নিৰ্বিস্যো বিভবৈৰক্ষতৈঃ সহ।।

সচৰাচৰ মনুৰ কাল খৃঃ পূঃ ২০০ বুলি কোৱা হয়। গতিকে মৃচ্ছকটিকৰ কালৰ উৰ্দ্ধসীমা খৃঃ পূঃ ২০০ অব্দ হোৱা স্বাভাৱিক।

মৃচ্ছকটিকৰ কালৰ নিম্নসীমা কোনো কোনো পণ্ডিতৰ মতে কালিদাসৰ কাল হোৱা উচিত (খৃঃ পূঃ ১০০—খৃঃ ৫০০)। কিন্তু অন্য এচাম পণ্ডিতে তাক স্বীকাৰ নকৰে। বিশেষতঃ কীথ আৰু যাকোবীৰ মতে মৃচ্ছকটিক কালিদাসতকৈ পাছৰ। কাৰণ কালিদাসৰ ওপৰত মৃচ্ছকটিকৰ কোনো প্ৰভাৱ পৰা নাই। শূদ্ৰক বা মৃচ্ছকটিক কালিদাসৰ পূৰ্বৰ হোৱাহেতেন কালিদাসে ভাস, সৌমিলক, কৱিপুত্ৰ আদিৰ সৈতে তাৰো উল্লেখ কৰাৰ সম্ভাৱনা আছিল। গতিকে মৃচ্ছকটিকৰ ৰচনা কালিদাসৰ যুগত কৈ পাছত হোৱা সম্ভৱপৰ। তেনেহ'লে গ্ৰন্থখনৰ নিম্ন সীমানো কি হ'ব পাৰে? বামনৰ কাব্যালংকাৰসূত্ৰবৃত্তিত শূদ্ৰকৰ উল্লেখ থকা কথা ওপৰতে উল্লেখ কৰা হৈছে। দণ্ডীৰ কাব্যাদৰ্শতো 'লিম্পতীৱ তমোऽঙ্গানি' আদি উদ্ধৃত হৈছে। গতিকে মৃচ্ছকটিকৰ কাল ৭০০ খৃষ্টাব্দৰ পাছলৈ নিবলৈ নোৱাৰি গতিকে মৃচ্ছকটিকৰ কাল খৃঃ পূঃ ৩০০ অব্দৰপৰা খৃঃ ৭০০ অব্দৰ মাজত হ'ব লাগে। সঠিক কাল সুনিৰ্দিষ্ট প্ৰমাণৰ অভাৱত কৰা সম্ভৱ নহয়।

# মৃচ্ছকটিকম্ ঃ প্ৰকৰণ

**নামকৰণ ঃ** দাৰ্শনিকৰ দৃষ্টিৰে নামকৰণত অন্বৰ্থকতা বা অৰ্থ সঙ্গতিৰ অভাৱ প্ৰায় দেখা পোৱা যায়। কিন্তু সাহিত্যিকৰ দৃষ্টিত নামৰ মাজত অৰ্থসঙ্গতি থকা উচিত। অথবা সাহিত্যিকে নামৰ সাৰ্থকতা বিচাৰি চায়। ক্ষেমেন্দ্ৰই তেওঁৰ 'ঔচিত্যবিচাৰ চৰ্চা'ত নামৌচিত্য সম্বন্ধে কৈছে—

'নাম্না কৰ্মাণুসাৰেণ জ্ঞায়তে গুণদোষয়োঃ'।

এনে অৱস্থাত কোনো নাটকৰ প্ৰকৃত অৰ্থৰ অনুকূল নাম নিৰ্বাচন কৰোঁতে কবিজনৰ কলাকুশলতা প্ৰকাশ পায়। প্ৰস্তুত অৰ্থৰ অনুৰূপ (গ্ৰন্থৰ) নাম শুনা মাত্ৰকে সহৃদয (শ্ৰোতা বা পাঠক বা দৰ্শকৰ) জনৰ হৃদয় বিকশিত হৈ পৰে। কবিৰাজ বিশ্বনাথৰ মতে কোনো নাটকৰ নাম তাৰ গৰ্ভিত অৰ্থৰ প্ৰকাশক হোৱা উচিত—

নামকাৰ্য্যং নাটকস্য গৰ্ভিতাৰ্থপ্ৰকাশকম্।

কিন্তু আমাৰ আলোচ্যমান গ্ৰন্থখনক প্ৰকৰণ শ্ৰেণীৰ বুলি ধৰিলে তাৰ নাম নায়ক-নায়িকাৰ নাম সংযুক্ত কৈ ৰখা 'মালতী মাধৱ'ৰ সদৃশ 'চাৰুদত্তবসন্তসেনিকা' বা 'বসন্তসেনাচাৰুদত্তম্' হোৱা উচিত আছিল। কিয়নো বিশ্বনাথে সাহিত্য দৰ্পণত প্ৰকৰণৰ নামৰ লক্ষণ তেনে ভাবেই দিছে—

'নায়িকা-নায়কাখ্যানাং সংজ্ঞাপ্ৰকৰণাদিষু'।

তেনেহ'লে দুষ্ট দগাবাজ (ধূৰ্ত) লোকৰ ক্ৰিয়াকলাপপূৰ্ণ প্ৰকৰণ শ্ৰেণীৰ ৰূপক 'মৃচ্ছকটিকম্' বা 'মাটিৰ গাড়ীৰ অন্বৰ্থকতা বা সাৰ্থকতা কি? মৃচ্ছকটিক অতিশয় ঘটনা বহুল প্ৰকৰণ। ইয়াৰ ষষ্ঠ অঙ্কত অঙ্কিত এক সামান্য (অথচ অৰ্থব্যঞ্জক) ঘটনাক ভেটিস্বৰূপে লৈয়েই প্ৰস্তুত নাটকৰ (প্ৰকৰণৰ) নামকৰণ কৰা হৈছে।

চাৰুদত্তৰ শিশুপুত্ৰ ৰোহসেনে চুবুৰীয়াৰ ঘৰৰ ল'ৰাই সোণৰ গাড়ীৰ (খেলনাৰে) খেলি থকা দেখা পায়। চেটীয়ে তেওঁক মাটিৰে সজা গাড়ী খেলনা (পুতলা) আনি দিছে যদিও তেওঁৰ শিশুসুলভ মনটো তাৰে সন্তুষ্ট নহয়। সেয়ে তেওঁ চুবুৰীয়া ল'ৰাটোৱে খেলি থকাৰ দৰে সোণৰ গাড়ী (পুতলা) পাবলৈ বিচাৰে। কিন্তু দৰিদ্ৰতাৰ গ্ৰাসত পৰা চাৰুদত্তৰ ঘৰত এতিয়াতো ধন-সোণ এনে উভৈনদী হৈ

থকা নাই যে লাগে বুলি ক'লেই পুতেকৰ বাবে সোণৰ গাড়ী দিব পাৰে। গতিকে গাড়ী নেপাই ৰোহসেনে ৰোহ পাতি কান্দি-কাটি লেবেজান হোৱাত চেটী ৰদনিকাই তেওঁক নিচুকাবলৈ আগনিশা আহি তাত থকা বসন্তসেনাৰ ওচৰলৈ লৈ যায়। বসন্তসেনাই ল'ৰাটিৰ পৰিচয় লৈ কন্দাৰ কাৰণো সুধিলে। চেটীয়ে সকলো কথা জনোৱাত বসন্তসেনাই ল'ৰাটিৰ আকাংক্ষা পূৰণ কৰিবলৈ নিজৰ গাৰপৰা সকলো গহনা খুলি মাটিৰ গাড়ীখন ভৰাই দিলে। তাৰে তেওঁ ল'ৰাটিক গাড়ী সজাই দিবলৈ ক'লে।

দেখাত ক্ষুদ্ৰ ঘটনাংশ হ'লেও ইয়াৰ প্ৰভাৱ সুদূৰপ্ৰসাৰী হয়। পাছত বসন্ত সেনাই গাড়ী সজাবলৈ তেনেকৈ ৰোহসেনক অলংকাৰবোৰ দিয়া কথা শুনি চাৰুদত্তই সিবোৰ বসন্তসেনাক ঘূৰাই দি আহিবলৈ বিদূষকক পঠিয়াই দিয়ে। কিন্তু কোনো কাৰণত বিদূষক বসন্তসেনাৰ ওচৰলৈ যোৱাত মন্থৰ হয়। ইফালে বিচাৰপতিয়ে চাৰুদত্তক মতাই আনি বসন্তসেনাক হত্যা কৰা বুলি তেওঁক আচামি সজায়। সিদিনাই বিদূষকে বসন্তসেনাৰ ঘৰলৈ অলংকাৰ দিবলৈ গৈ বাটতে ৰেভিলৰ মুখত চাৰুদত্ত বিচাৰাধীন হোৱা খবৰ পায়। তেওঁ বসন্তসেনাৰ ঘৰলৈ নগৈ বিচাৰ মণ্ডপলৈ যায়। তাত শকাৰৰে তেওঁৰ উখনা-উখনি লগাত কাষলতিৰ তলৰপৰা বসন্তসেনাৰ অলংকাৰৰ টোপোলা মাটিত পৰিল। এই অলংকাৰ দৰ্শনে চাৰুদত্তৰ ওপৰত মৃত্যু দণ্ড আৰোপৰ আসন্ন কাৰণ হৈ পৰে। গতিকে এই অংলকাৰবোৰে যে কাহিনীভাগত প্ৰচুৰ প্ৰভাৱ পেলাইছে তাক নকলেও হয়।

প্ৰশ্ন হয় যে যদি বসন্তসেনাৰ অলংকাৰবোৰে ইমানেই প্ৰভাব বিস্তাৰ কৰিছে, তেনেহ'লে নাটকৰনাম মৃচ্ছকটিকম (মৃৎ + শকটিকম) 'মাটিৰে সজা গাড়ী নহৈ হ'ব লাগিছিল 'স্বৰ্ণশকটিকম্' বা 'সুৱৰ্ণশকটিকম্'। অৰ্থাৎ 'সোণৰ গাড়ী'।

ইয়াৰ উত্তৰো পণ্ডিতসকলে প্ৰস্তুত কৰিছে। প্ৰথমতে কোৱা হৈছে যে 'মৃচ্ছকটিকম্' নামটোৰ মাজেৰে কৱিজনে জীৱনাৰ্থে শিক্ষণীয় কথা দাঙি ধৰিছে। 'মাটিৰ গাড়ী' যেনিবা মানৱমনৰ অসন্তোষৰ এক প্ৰতীকহে। কাৰণ নাটকত অনেক ব্যক্তি অনেক বিষয়ত অসন্তুষ্ট। চাৰুদত্তই ধূতাক পায়ো সন্তোষ লাভ কৰা নাই, বসন্তসেনাৰ দৰে সুকুমাৰী তেওঁৰ বিষয় বাসনাৰ লক্ষ্য হৈছে; বসন্তসেনাই শকাৰৰ ওপৰত সন্তুষ্ট নহয়, চাৰুদত্তহে তেওঁৰ প্ৰণয়ৰ লক্ষ্য; তেনেকৈ ৰোহসেনো 'মাটিৰ গাড়ী' পাই সন্তুষ্ট হোৱা নাই, তেওঁক লাগে সোণৰ গাড়ী। এইবাবে সকলোৰে জীৱন কষ্টকৰ হৈ পৰিছে।

দ্বিতীয়তে দুই প্ৰকাৰৰ গাড়ীয়ে প্ৰৱহণ বিপৰ্যয়ৰ কথা সূচায়। নাটকৰ বিকাশত তাৰো ভূমিকা আছে।

তৃতীয়তে আমি জানো যে ভাসৰ 'চাৰুদত্ত' মৃচ্ছকটিকৰ মূল উৎস। চাৰুদত্ত নাটক চাৰি অঙ্কত সমাপ্ত। বসন্তসেনাই চাৰুদত্তৰ ঘৰলৈ অভিসাৰ কৰিবলৈ ওলোৱাতে নাটকৰ সমাপ্তি ঘটে। মৃচ্ছকটিকত এই ঘটনাৰাজিয়ে পঞ্চম অঙ্ক পৰ্যন্ত আগুৰিছে। ষষ্ঠ অঙ্কৰপৰা আৰ্য্যকৰ ঘটনা আৰম্ভ হৈছে; তাৰ আৰম্ভতে 'মাটিৰ গাড়ী'ৰ উল্লেখ পোৱা গৈছে। ইয়াৰ পৰা আলোচ্য নাটকৰ কৱি-কল্পিত ঘটনা আৰম্ভ হৈছে। গতিকে কৱিজনে নিজৰ কল্পনা প্ৰকাশ কৰিবলৈ উক্ত ঘটনাৰ ভেটিত প্ৰকৰণ খনিৰ অন্বৰ্থক সংজ্ঞা মৃচ্ছকটিক ৰাখিছে।

চতুৰ্থতে এইটোও ক'ব পাৰি যে 'মৃচ্ছকটিকম্' নামটিয়ে দৰিদ্ৰ চাৰুদত্তৰ অৱস্থাৰ অনুকৃতি স্বৰূপ হৈছে। গাড়ী সাজিবলৈ' বসন্তসেনাই অলংকাৰ দিয়াৰ দ্বাৰা ভবিষ্যতে নায়িকালাভ আৰু ধনাঢ্যতাৰ কথা সূচাইছে। গতিকে নামটো যে সাৰ্থক তাক কোৱা বাহুল্য মাথোন।

## ৰূপকৰ ভেদঃ মৃচ্ছকটিকৰ প্ৰকৰণত্ব ঃ

ভাৰতীয় নাট্যকোবিদ আৰু আচাৰ্য্যসকলে কাৱ্য বা কৱি-কৃতিসমূহক শ্ৰৱ্য আৰু দৃশ্য— এই দুই শ্ৰেণীত ভাগ কৰিছে। শ্ৰৱ্য কাৱ্যসমূহ আবৃত্তি বা পঠন-পাঠনৰ জৰিয়তে শ্ৰোতা বা পাঠকৰ মনোগোচৰ হয়। কিন্তু দৃশ্যকাৱ্যসমূহ অভিনয়ৰ জৰিয়তে দৰ্শকৰ দৃষ্টি আৰু মনোগোচৰ হয়। দৃশ্য কাব্যসমূহ ৰূপক নামে জনা যায়। কাৰণ, অভিনয়ৰ সময়ত নাটকৰ চৰিত্ৰসমূহ অভিনেতা-অভিনেত্ৰীৰ ওপৰত আৰোপিত হয় (তদ্ ৰূপাৰোপাত্তু ৰূপকম্, সা. দ. ৬।১)।

ৰূপক আকৌ দহ প্ৰকাৰ বুলি কোৱা হৈছেঃ যথা, নাটক, প্ৰকৰণ, ভাণ, ব্যায়োগ, সমৱকাৰ, ডিম, ইহামৃগ, অংক, বীথী আৰু প্ৰহসনঃ

নাটকমথ প্ৰকৰণং ভাণ্যব্যায়োগ সমৱকাৰ ডিমঃ।
ঈহামৃগাংকবীথ্যা প্ৰহসনমিতি ৰূপকানি দশ।।

সা. দ. ৬।৩।।

ইয়াৰ উপৰিও ওঠৰ প্ৰকাৰৰ উপৰূপকো আছে। সিবোৰ হৈছেঃ নাটিকা, ত্ৰোটক, গোষ্ঠী, সট্টক, নাট্যৰাসক, প্ৰস্থান, উল্লাপ্য, কাব্য, প্ৰেঙ্ক্ষণ, ৰাসক, সংলাপক, শ্ৰীগদিত, শিল্পক, বিলাসিকা, দুৰ্মল্লিকা, প্ৰকৰণী, হল্লীশ আৰু ভাণিকা।

এই দহ প্ৰকাৰ ৰূপক আৰু ওঠৰ প্ৰকাৰৰ উপৰূপকৰ ভিতৰত আচাৰ্য্যসকলে মুখ্যৰূপক জ্ঞান কৰি নাটকৰ লক্ষণকে সম্পূৰ্ণকৈ দিছে। আনৰূপক উপৰূপকসমূহৰ সংজ্ঞা আৰু লক্ষণ পৃথকভাৱে পোৱা যায় যদিও প্ৰায় বোৰকে 'নাটক' বুলি উল্লেখ কৰা দেখা যায় (বিশেষতঃ আধুনিক ভাষা-সাহিত্যত)। তলত মুখ্যৰূপক নাটকৰ লক্ষণো তুলি ধৰা হ'ল, কাৰণ ইয়াৰ অনেকখিনি বৈশিষ্ট্য প্ৰকৰণ আদিলৈ প্ৰসাৰিত হয়।

কোৱা হৈছে যে, নাটকৰ বৃত্তান্ত লোক বিখ্যাত হোৱা উচিত। ইয়াৰ নায়কজন ধীৰোদাত্ত লক্ষণযুক্ত আৰু প্ৰখ্যাত ৰাজবংশধৰ বা দিব্য পুৰুষ হ'ব লাগে। ইয়াত শৃঙ্গাৰ বা বীৰৰস প্ৰধান (অঙ্গী) হোৱাৰ উপৰিও অন্য ৰসবোৰো অঙ্গৰূপে সন্নিৱিষ্ট হোৱা নিয়ম। নাটকত পাঁচৰপৰা দহ অঙ্ক থকা নিয়ম। নাটকত পাঁচসন্ধি থাকিব লাগে। সাহিত্য দৰ্পণোক্ত লক্ষণ (৬।৭—১১)ঃ

নাটকংখ্যাতবৃত্তংস্যাৎ পঞ্চসন্ধিসমন্বিতম্।
বিলাসৰ্দ্ধ্যাদিগুণৱদ্‌যুক্তং নানা বিভূতিভিঃ।।
সুখদুঃখসমুদ্‌ভূতি নানাৰসনিৰন্তৰম্।
পঞ্চাদিকা দশপৰাস্তত্ৰাঙ্কাঃ পৰিকীৰ্তিতাঃ।।
প্ৰখ্যাতবংশো ৰাজৰ্ষিৰ্ধীৰোদত্তঃ প্ৰতাপৱান্।
দিব্যোऽথ দিব্যাদিব্যো বা গুণবান্নায়কো মতঃ।।
এক এৱভৱেদঙ্গী শৃঙ্গাৰো বীৰ এৱ বা।
অঙ্গমন্যে ৰসাঃ সৰ্ৱে কাৰ্যো নিৰ্ৱহণেহদ্ভুতঃ।।
চত্বাৰঃ পঞ্চ বা মুখ্যাঃ কাৰ্য্যব্যাপৃত পুৰুষাঃ।
গোপুচ্ছাগ্ৰসমাগ্ৰং তু বন্ধনং তস্য কীৰ্ত্তিতম্।।

ইয়াৰ বিপৰীতে প্ৰকৰণ শ্ৰেণীৰ ৰূপকৰ লক্ষণ বিচাৰ কৰি চালে দেখা যাব যে প্ৰকৰণৰ বৃত্ত (কথাভাগ) লৌকিক আৰু কৱিকল্পিত হ'ব লাগে। শৃঙ্গাৰ অঙ্গীৰস হ'ব লাগে। বিপ্ৰ (ব্ৰাহ্মণ), অমাত্য বা বণিক প্ৰকৰণৰ নায়ক হ'ব লাগে। নায়কজন ধীৰশান্ত গুণযুক্ত হোৱা উচিত। প্ৰকৰণত নায়িকাজনী কুলজা বা বেশ্যা অথবা

দুয়োপ্ৰকাৰ হোৱা উচিত। এনেদৰে নায়িকা ভেদ অনুসৰি প্ৰকৰণ তিনি প্ৰকাৰ হয়। জুৱাৰী, দ্যুতকৰ, বিট, চেট আদি ভালেমান নীচ চৰিত্ৰ থাকে। অন্য লক্ষণবোৰ নাটকৰ দৰে। প্ৰকৰণৰ লক্ষণঃ

ভৱেৎ প্ৰকৰণে বৃত্তং লৌকিকং কৱিকল্পিতম্।
শৃঙ্গাৰোऽঙ্গী নায়কস্তু বিপ্ৰোऽমাত্যোऽথবা বণিক্।।
সাপায়ধৰ্মকামাৰ্থপৰো ধীৰ প্ৰশান্তকঃ।
নায়িকা কুলজা ক্কাপি বেশ্যা ক্কাপি দ্বয়ং ক্কচিৎ।।
তেন ভেদাস্ত্ৰয়স্তস্য তত্ৰ ভেদস্তৃতীয়কঃ।
কিতৱদ্যূতকাৰাদি বিটচেটক সংকুলঃ।

সা.দ. ৬।২২৪—৬।।

নাটকৰ দৰে প্ৰকৰণত পাঁচৰপৰা দহলৈ অংক থকাৰ উপৰিও পঞ্চসন্ধি আদি অন্য লক্ষণবোৰো থকা নিয়ম।

এইদৰে নাটক আৰু প্ৰকৰণৰ লক্ষণৰ তুলনামূলক বিচাৰ কৰিলে দেখা যায় যে মৃচ্ছকটিক প্ৰকৰণ শ্ৰেণীৰ ৰূপক। কাৰণ ইয়াৰ কথাবৃত্ত কৱিকল্পিত। নায়ক চাৰুদত্ত বিপ্ৰ হৈও বণিক আৰু ধীৰ প্ৰশান্ত গুণৱান। মুখ্যৰস শৃঙ্গাৰ। নায়িকা দুজনী ধূতা কুলস্ত্ৰী আৰু সন্তসেনা বেশ্যা। গতিকে ই তৃতীয় প্ৰকাৰৰ প্ৰকৰণ। মৃচ্ছকটিকত শকাৰ, ধূৰ্ত্ত, বিট, চেট আদিৰ ব্যাপক ভূমিকা বৰ্ত্তমান। সেয়ে মৃচ্ছকটিকক সংকীৰ্ণ শ্ৰেণীৰ প্ৰকৰণ বোলা উচিত।

# মৃচ্ছকটিকৰ কথা বস্তুৰ মূলোৎস

মৃচ্ছকটিক প্ৰকৰণখনিৰ কথাবস্তুৰ মাজত দুটা ভাগ পৰিষ্কাৰ হিচাপে চকুত পৰে। তাৰে প্ৰথম ভাগত (প্ৰথম অঙ্কৰপৰা চতুৰ্থ অঙ্কলৈ বৰ্ণিত) চাৰুদত্ত আৰু বসন্তসেনাৰ প্ৰেমকথা আৰু দ্বিতীয় ভাগত (পঞ্চম অঙ্কৰপৰা দশম অঙ্কলৈবৰ্ণিত) গোপালদাৰক আৰ্যকৰ ৰাজ্যলাভ। মহাকৱি ভাসৰ চাৰুদত্ত নাটক উদ্ধাৰ হোৱাৰ পাছত পণ্ডিত এচামে প্ৰমাণ কৰিবলৈ বিচাৰিছে যে মৃচ্ছকটিকৰ প্ৰথমাংশ— প্ৰথম চাৰি অঙ্কৰ বৰ্ণনীয় বিষয়বস্তু— ভাসৰ চাৰুদত্তৰ ঘটনাৰ ওপৰতে আধাৰিত হৈছে। চাৰুদত্ত আৰু মৃচ্ছকটিকৰ প্ৰথম কথাংশৰ মাজত দৰ্শনীয়ভাৱে সাদৃশ্য আছে। শব্দতঃ আৰু অৰ্থতঃ দুয়ো প্ৰকাৰে ৰূপক দুখনৰ মিল আছে। চাৰুদত্ত ৰূপকৰ ৰূপৰেখা চমুকৈ এনে—

ভাসৰ চাৰুদত্তৰ আদিত নান্দী শ্লোক নাই। সূত্ৰধাৰ আৰু নটীৰ সংবাদেৰে নাটকৰ কাৰ্য্যৰ শুভাৰম্ভ হয়। এই নাট্যকৃতিৰ চাৰি অংকৰ কথাবস্তু মৃচ্ছকটিকৰ প্ৰথম চাৰি অঙ্কৰ কথাভাগেৰে সমান। ইয়াত চাৰুদত্ত, বিদূষক, শকাৰ, বিট, সংবাহক, চেট (মৃচ্ছকটিকৰ কৰ্ণপূৰক) আৰু সজ্জলক (মৃচ্ছকটিকৰ শৰ্বিলক) — এইসকল পুৰুষপাত্ৰ। ব্ৰাহ্মণী (ধূতা), বসন্তসেনা, ৰদনিকা (চাৰুদত্তৰ ঘৰৰ চেটী) আৰু মদনিকা (বসন্তসেনাৰ ঘৰুৱা চেটী) — এইসকল নাৰী পাত্ৰী। নাটকৰ অন্তিম অঙ্কত বসন্তসেনাই চেটী মদনিকাক সজ্জলকৰে সৈতে বিদায় দি নিজে অলংকাৰ পিন্ধি প্ৰসাধন কৰি চাৰুদত্তৰে অভিসাৰ কৰিবলৈ বুলি প্ৰতিকূল বতৰতে যাত্ৰা কৰে। ইমানতে নাটকৰ পৰালি পৰে।

শূদ্ৰকৰ মৃচ্ছকটিকৰ প্ৰথম চাৰিটা অঙ্কটো এইখিনি কথাকে পোৱা যায়।

মৃচ্ছকটিক প্ৰকৰণৰ প্ৰতি পৃষ্ঠাৰ চাৰুদত্তৰ শ্লোক, সংলাপ আৰু বাক্য-বচনৰ অংশ য'তে ত'তে দেখা যায়। সেয়ে মৃচ্ছকটিকৰ প্ৰথম চাৰি অঙ্কক চাৰুদত্তৰ ৰূপান্তৰ মাত্ৰ বুলি ক'ব পাৰি। পাৰ্থক্য মাথোন ইমানেই যে ভাসৰ চাৰুদত্তত ঘটনাৰাজি সহজ-সৰল আৰু কিছু চমুকৈ বৰ্ণনা কৰা হৈছে আৰু তাকে মৃচ্ছকটিকত অধিক

অলংকৃত আৰু বিস্তাৰিত শৈলীত বৰ্ণনা কৰা হৈছে। তাৎলৈ চকু দি পণ্ডিতসকলে মৃচ্ছকটিকক চাৰুদত্তৰ পৰিবৰ্দ্ধিত ৰূপান্তৰ বুলি বিবেচনা কৰিছে। তাৰে সৈতে বৃহৎকথাৰপৰা লোৱা ৰাষ্ট্ৰবিপ্লৱ আৰু ৰাজনৈতিক পৰিবৰ্ত্তনৰ কথা কল্পনাৰে ৰঙীন কৰি জোৰা দিছে।

কিন্তু আন এচাম পণ্ডিত আছে যিসকলে এহাতে চাৰুদত্ত নাটকখন ভাসে ৰচনা কৰা বুলি বিশ্বাস কৰিবলৈ নোখোজে; আনহাতে চাৰুদত্ত নাটকখন মৃচ্ছকটিকৰ প্ৰথম চাৰিটা অঙ্কৰ সংক্ষিপ্ত ৰূপান্তৰ বুলি ক'ব খোজে।

আন এচাম পণ্ডিতে চাৰুদত্ত আৰু মৃচ্ছকটিক দুয়োখন ৰূপককে ভাসে ৰচনা কৰা বুলি কয়। তেতিয়া প্ৰশ্ন হ'ব— ভাসেনো কি উৎসৰ আধাৰত চাৰুদত্ত বা মৃচ্ছকটিক ৰচনা কৰিছে? যদিও সোমদেৱৰ কথাসৰিৎ-সাগৰত 'ৰূপণিকা' আৰু দৰিদ্ৰ ব্ৰাহ্মণৰ প্ৰেমকথা আছে আৰু দণ্ডীৰ দশকুমাৰ চৰিতত এজন ব্ৰাহ্মণৰ সৈতে 'ৰাগমঞ্জৰী'ৰ প্ৰণয় কথা পোৱা যায় তথাপি ইবোৰ গ্ৰন্থক মৃচ্ছকটিক বা চাৰুদত্তৰ মূলোৎস বুলি ধৰিবলৈ নোৱাৰি। কিয়নো সোমদেৱ (১১শ শতিকা) আৰু দণ্ডী (৭ম শতিকা) মৃচ্ছকটিকৰ ৰচনা কালতকৈ (খৃ. পূ. ৩০০—খৃ. ৭ম শতিকা) অৰ্বাচীন। অৱশ্যে গুণাঢ্যৰ 'বৃহৎকথা'ৰ প্ৰতিভূ হিচাপে কথাসৰিৎসাগৰক উৎসগ্ৰন্থ বুলি ধৰিব পাৰি। অন্ততঃ আৰ্যকৰ ৰাজ্যপ্ৰাপ্তিৰ ঘটনাংশ বৃহৎকথাৰপৰা লোৱা হ'ব পাৰে।

বৃহৎকথামতে উজ্জয়িনীৰ ৰজা চণ্ডমহাসেনৰ বাসৱদত্তা নামে কন্যা এজনী থকাৰ উপৰিও গোপালক আৰু পালক নামে দুই পুত্ৰ আছিল। এক মতানুসাৰে গোপালকে ৰজা নহৈ ভায়েকক সিংহাসন এৰি দিয়ে। অন্যমতমতে গোপালকক হাতীৰে গচকাই মাৰি পালকে ৰাজপাট দখল কৰে আৰু আৰ্যকে পলাই গৈ ঘোষপল্লীত আত্মগোপন কৰে। পালকে আৰ্যকক ধৰি আনি বন্দী কৰি থয়। বন্ধু-বান্ধৱৰ সাহায্যত আৰ্যকে কাৰাগাৰৰপৰা পলাই সাৰে আৰু সুযোগ বুজি অত্যাচাৰী ৰজা পালকক মাৰি পিতৃৰাজ্য উদ্ধাৰ কৰে আৰু নিজে ৰাজপাটত বহে।

সম্প্ৰতি কথাসৰিৎসাগৰত এই কথাংশ পৰিষ্কাৰকৈ পোৱা নাযায় যদিও ঘটনাংশ এনেকুৱা আছিল বুলি ভাবিবৰ অৱকাশ অৱশ্যে আছে।

সমালোচকে আকৌ এই কথাও কৈছে যে ভাসৰ চাৰুদত্ত মৃচ্ছকটিকৰ প্ৰথম চাৰি অঙ্কৰ সংক্ষিপ্ত সংস্কৰণ নহয়। বৰঞ্চ মৃচ্ছকটিকহে চাৰুদত্তৰ ওপৰত আধৃত নাটক। কাৰণ, (১) চাৰুদত্তৰ প্ৰাকৃত মৃচ্ছকটিকতকৈ পুৰণি, আৰু (২) মৃচ্ছকটিক

চাৰুদত্তৰ তুলনাত অধিক পৰিষ্কৃত আৰু বিকশিত ৰূপ। এজন নাট্যকাৰে একে কাহিনীৰ ভেটিত দুখন নাটক ৰচনা কৰা কথাও ভাবিবলৈ নোৱাৰি। গতিকে চাৰুদত্ত নাটক মৃচ্ছকটিকৰ আধাৰভূমি। তাৰ পৰিবৰ্ত্তন আৰু পৰিবৰ্দ্ধন কৰি মৃচ্ছকটিক ৰচনা কৰা হৈছে। তলৰ উদাহৰণবোৰ তাৰ প্ৰমাণ ঃ

| **চাৰুদত্ত** | **মৃচ্ছকটিক** |
|---|---|
| (১) শৃণোমি গন্ধং শ্ৰৱণাভ্যাম্। অন্ধকাৰ পূৰিতাভ্যাং নাসাপুটাভ্যাং সুষ্ঠু ন পশ্যামি। | শৃণামি মাল্যগন্ধম্। অন্ধকাৰ-পূৰিতয়া পুনৰ্ণাসিকয়া ন সুব্যক্তং পশ্যামি ভূষণশব্দম্। |
| (২) স্বৰান্তৰেণ হি দক্ষা ব্যাবৰ্ত্তুং তন্ন মুচ্যতাম্। | বঞ্চনাপণ্ডিতত্বেন স্বৰনৈপুণ্য-মাশ্ৰিতা। |
| (৩) তৱ মম চ দাৰুণঃ ক্ষোভো ভৱিষ্যতি। | মৰণান্তিকং বৈৰং ভৱিষ্যতি। |
| (৪) উৎকণ্ঠিতস্য হৃদয়ানুগতা সখীৱ। | উৎকণ্ঠিতস্য হৃদয়ানুগুণা বয়স্যা। |
| (৫) শত সহস্ৰ মূল্যা। | চতুঃসমুদ্ৰ সাৰভূতা। |
| (৬) কোপ্যুপচাৰোऽপি নৈতয়া ভণিতঃ। | অহো গণিকয়া লোভোऽ দক্ষিণতা চ যতো ন কদাপি কৃতাহন্যা। |

তথাপি কথাবৃত্তৰ সামান্য পৰিবৰ্ত্তন কৰি শূদ্ৰকে প্ৰকৰণ প্ৰস্তুত কৰিছেঃ

(১) বিদূষকে কোনো কাৰণবশতঃ চাৰুদত্তৰ ঘৰত প্ৰৱেশ কৰাটো চাৰুদত্তত দেখুৱা হৈছে। কিন্তু মৃচ্ছকটিকত জুৰ্ণবৃদ্ধই দিয়া চাদৰ হাততলৈ বিদূষকে চাৰুদত্তক দেখা কৰিছে গৈ।

(২) (প্ৰথম অঙ্কত) বসন্তসেনাই বিদূষকৰ সৈতে (চাৰুদত্তত) ঘৰলৈ যোৱা দেখুৱাইছে। মৃচ্ছকটিকত চাৰুদত্তই হে বসন্তসেনাক ঘৰৰ সন্মুখলৈ আগবঢ়াই থৈছে।

(৩) মৃচ্ছকটিকৰ দ্বিতীয় অঙ্কত বৰ্ণিত জুৱা খেলৰ বিস্তৃত বিৱৰণ চাৰুদত্তৰ পাতত নাই। গতিকে ই শূদ্ৰকৰ অভিনৱ সংযোজন।

(৪) চাৰুদত্ত নাটকত পোনতে বিদূষকে গৈ বসন্তসেনাক ৰত্নাৱলী হাৰ অৰ্পণ কৰি আহে। তাৰ পাছত সজ্জলকে গৈ অলঙ্কাৰ ভেটে। কিন্তু মৃচ্ছকটিকত পোনতে

শৰ্বিলকে গৈ বসন্তসেনাক দেখা কৰে। মদনিকাৰে শৰ্বিলকক বিদায় দিয়াৰ পাছতহে বিদূষকে বসন্তসেনাক ৰত্নাৱলী দিবলৈ যায়। সেয়ে বসন্তসেনাৰ অন্তৰ পৰশাত তেওঁ চাৰুদত্তৰ ওচৰলৈ অভিসাৰ যাত্ৰা কৰে।

(৫) চাৰুদত্ত নাটকত বসন্তসেনাৰ ভৱনৰ বৰ্ণনা মাত্ৰ চাৰি পংক্তিতে শেষ কৰা হয়। কিন্তু মৃচ্ছকটিকত বিদূষকে দিয়া ভৱনৰ বৰ্ণনা বিশদ আৰু আমোদজনক।

(৬) পালক আৰু আৰ্যকৰ কথাৰ লেশমাত্ৰাও চাৰুদত্ত নাটকত পাবলৈ নাই। গতিকে মৃচ্ছকটিকৰ ৰচকে এই বৃত্তান্ত নৈকে নাটকত সংযোজন কৰিছে। চাৰুদত্ত আৰু বসন্তসেনাৰ ৰসময় প্ৰেমকথাৰে সৈতে আৰ্যক-পালকৰ বৃত্তান্ত সুন্দৰভাৱে নাট্যকাৰে মিলাই দিছে। গতিকে প্ৰথম কথাংশ আধিকাৰিক বৃত্তৰূপে আৰু দ্বিতীয় কথাংশ প্ৰাসঙ্গিক বৃত্তান্তৰূপে নাটকত বৰ্ণোৱা হৈছে।

নাট্যকাৰে ভাসৰ চাৰুদত্তৰ কথাংশক ভেটিৰূপে লৈ মৃচ্ছকটিক প্ৰকৰণখন অপূৰ্ব মনোৰম আৰু সাৰ্থক ভাৱেই প্ৰস্তুত কৰিছে। তেওঁ গোটেই ঘটনাচক্ৰক গতিশীল ৰূপ দিছে। চৰিত্ৰসমূহ নিজ নিজ বৈশিষ্ট্যৰে মহিমান্বিত হৈ পৰিছে। অন্তিমাংশত শূদ্ৰকে নিজৰ উদ্ভাৱনা শক্তিৰ পৰিচয় দিছে। শকাৰৰ ছল-চক্ৰান্তৰ মাজেৰে নায়ক-নায়িকাৰ ভাগ্যচক্ৰ বক্ৰগতিৰে আগবাঢ়ি আৰ্যকৰ নৱোদিত শাসনে সকলো বিপত্তি সম্পত্তিত পৰিণত কৰিছে। ইয়াৰ মাজত নাট্যকাৰে নিজৰ কলা-কুশলতা চমকপ্ৰদভাৱে প্ৰদৰ্শন কৰিছে। নাটকৰ পশ্চাৎপটত থকা ৰাজনৈতিক পৰিস্থিতিৰ সৈতে সামাজিক পৰিস্থিতিক সুন্দৰৰূপে মিশ্ৰিত কৰিছে; তাতে অঁকা ব্যক্তি চৰিত্ৰবোৰ বহুৰঙেৰে ৰঙীন হৈ শ্ৰোতা দৰ্শকৰ সমুখত মূৰ্তিমন্ত হৈ ধৰা দিছে। সৰ্বথা মৃচ্ছকটিক সৌন্দৰ্য্যময় প্ৰকৰণৰূপে যুগান্তকাৰী হৈ ৰৈছে।

# নাটকৰ কথাবস্তু বা কাহিনীভাগ

**প্ৰথম অঙ্কঃ** (অলংকাৰন্যাস অঙ্ক)

নান্দী শ্লোক গোৱাৰ পাছত আৰম্ভ হয় প্ৰস্তাৱনা। সূত্ৰধাৰে নিজৰ ঘৰত অসামান্য আয়োজন দেখি বৰ আচৰিত হয়। নটীক সুধি তেওঁ জানিবলৈ পায় যে 'অভিৰূপপতি' নামে ব্ৰত পালন কৰিবলৈ এনে এক আয়োজন কৰা হৈছে। কিন্তু নটীয়ে বুজোৱাৰ পাছত তেওঁ শান্ত হ'ল। নটীৰ কথামতে সূত্ৰধাৰে ব্ৰতৰ বাবে ব্ৰাহ্মণ বিচাৰি গ'ল। তেওঁ মৈত্ৰেয়ক দেখা পাই তেওঁক উৎকৃষ্ট ভোজন কৰা আৰু ভাল দক্ষিণাৰ প্ৰলোভন দেখুৱালে। মৈত্ৰেয় একোতে ৰাজি নহ'ল। তেতিয়া সূত্ৰধাৰে অন্য ব্ৰাহ্মণ বিচাৰি ওলাই গ'ল। ইমানতে প্ৰস্তাৱনা সমাপ্ত হয়।

প্ৰথম অঙ্কৰ প্ৰথমটো দৃশ্যৰ প্ৰাৰম্ভতে বিদূষক মৈত্ৰেয়ই জুৰ্ণবৃদ্ধই দি পঠোৱা জাতি ফুলৰ সুবাসেৰে আমোলমোলই থকা চাদৰ এখন লৈ গৈ চাৰুদত্তৰ ঘৰ ওলায়। চাৰুদত্তই তেওঁক স্বাগতম জনায়। তেতিয়া বিদূষকে জুৰ্ণবৃদ্ধই দিয়া উপহাৰ চাৰুদত্তৰ হাতত দিয়ে। চাৰুদত্তই বিদূষকক মাতৃকালৈ বলি আগবঢ়াবলৈ চতুষ্পথলৈ যাবলৈ কয়। গধূলি সময়ত চতুষ্পথলৈ যাবলৈ বিদূষকে ভয় প্ৰকাশ কৰে। চাৰুদত্তই তেওঁক অপেক্ষা কৰিবলৈ কৈ সান্ধ্যকৃত্য কৰিবলৈ যায়।

এই অঙ্কৰ পৰবৰ্ত্তী (২য়) দৃশ্যত ৰাজশ্যালক শকাৰ (সংস্থানক), বিট আৰু (স্থাৱৰক) চেটই বসন্তসেনাক অনুসৰণ কৰা দেখা যায়। শকাৰৰ কথাৰপৰাই বসন্তসেনাই ভূপায় যে ৰাস্তাৰ ওচৰৰ বাওঁফালে আৰ্য চাৰুদত্তৰ ঘৰ অৱস্থিত। তাকে শুনি অন্ধকাৰৰ সুযোগ লৈ বসন্তসেনা অদৃশ্য হৈ পৰে। হঠাতে তেওঁ চাৰুদত্তৰ ঘৰৰ দুৱাৰত হাত দি বন্ধ থকা পায়।

তৃতীয়টো দৃশ্য চাৰুদত্ত আৰু বিদূষক আকৌ সমুখলৈ আহে। চাৰুদত্তই সান্ধ্যক্ৰিয়া সমাপন কৰি আকৌ মৈত্ৰেয়ক মাতৃকালৈ বলি আগবঢ়াবলৈ কয়। বিদূষকে ইবাৰো যাবলৈ অমান্তি হোৱাত চাৰুদত্তই নিজৰ দাৰিদ্ৰ অৱস্থালৈ বৰকৈ দুঃখ প্ৰকাশ কৰে। তেতিয়া বিদূষকে ৰদনিকাৰে সৈতে চতুষ্পথলৈ যাবলৈ মান্তি হয়। বিদূষকে চাকি হাতত লৈ দুৱাৰ খোলাৰ লগে লগে বসন্তসেনাই কাপোৰৰ আঁচলেৰে চাকি নুমাই দিয়ে। মৈত্ৰেয়ই ৰদনিকাক বাহিৰ ওলাবলৈ কৈ নিজে চাকি গছ জ্বলাই আনিবলৈ

বুলি ভিতৰ সোমাল। এই অৱকাশতে বসন্তসেনাই চাৰুদত্তৰ ঘৰৰ ভিতৰত সোমাল। শকাৰ আৰু তেওঁৰ সঙ্গীসকলেও তেওঁক (বসন্তসেনাক) বিচাৰি সেইখিনি পায়হি। শকাৰে অন্ধকাৰতে বসন্ত সেনা বুলি ৰদনিকাক জড়পুৰকৈ ধৰে। ৰদনিকাই চিঞৰে। এনেতে বিদূষকে চাকি হাতত লৈ তাত ওলায়। ৰদনিকাৰ প্ৰতি অসৌজন্য আচৰণ কৰা বাবে বিদূষক মৈত্ৰেয় শকাৰৰ ওপৰত অসন্তুষ্ট হয়? তেতিয়া বিটে পৰিস্থিতিটো বুজাইকৈ ক্ষমা প্ৰাৰ্থনা কৰাত মৈত্ৰেয় শান্ত হয়। বিটে তাৰপৰা আঁতৰি যোৱাৰ প্ৰস্তাৱ কৰাত শকাৰে বসন্তসেনাক লগত নিনিয়াকৈ তাৰপৰা লৰচৰ কৰিবলৈ অমান্তি হয়। কিছু সময়ৰ পাছত চাৰুদত্তক ধমকি দি শকাৰে তাৰপৰা যায়। বিদূষকেও ৰদনিকাক বুজাই-বঢ়াই লৈ ভিতৰ সোমায়।

প্ৰথম অঙ্কৰ চতুৰ্থ দৃশ্যত চাৰুদত্তই কাষচপা বসন্তসেনাক ৰদনিকা বুলি ভাবি পুত্ৰ ৰোহসেনকলৈ ঘৰৰ ভিতৰলৈ যাবলৈ কয়। ৰোহসেনক উৰাবলৈ তেওঁ নিজৰ গাৰপৰা জাতিফুলৰ গোন্ধেৰে সুবাসিত চাদৰখনো বসন্তসেনাক দিয়ে। কাপোৰখন গাতলৈ বসন্তসেনা কৃতকৃত্য হয়। সেয়া চাৰুদত্তৰ যৌৱনোচ্ছল জীৱনৰ প্ৰতীক বুলি ভাবি লয়। কাপোৰখন লৈ বসন্তসেনাই নীৰৱে স্থিৰ হৈ থকা দেখি চাৰুদত্তই নিজৰ দৰিদ্ৰতাৰ বাবে এতিয়া চাকৰ-চাকৰণিয়েও তেওঁৰ আদেশ অমান্য কৰা হ'ল বুলি খেদ প্ৰকাশ কৰে। এনে সময়তে বিদূষক আৰু ৰদনিকা তাত আহি ওলায়। তেতিয়াহে চাৰুদত্তৰ ভুল ভাঙিল। সেয়ে দুয়ো দুয়োৰে ওচৰত ক্ষমা বিচাৰে। বসন্তসেনাই তেওঁৰ গহনা গাঠৰি খুলি চাৰুদত্তৰ ওচৰত ন্যস্ত কৰে। তাৰ পাছত চাৰুদত্ত আৰু বিদূষকে বসন্তসেনাক তেওঁৰ নিজৰ ঘৰত নিৰাপদে থৈ আছে। চাৰুদত্তই সেই সুবৰ্ণভাণ্ডটি দিনৰ বেলিকা বৰ্দ্ধমানক চেটক আৰু ৰাতি বিদূষকক ৰাখিবলৈ কয়।

**দ্বিতীয় অঙ্ক ঃ (দ্যুতকৰ-সংবাহক অঙ্ক) ঃ**

দ্বিতীয় অঙ্কৰ প্ৰথম দৃশ্যত বসন্তসেনা আৰু মদনিকাই কথাপাতি থাকোঁতে আন এজনী চেটীয়ে আহি বসন্তসেনাৰ মাকৰ আজ্ঞা শুনাই কয় যে মাকে বসন্তসেনাক স্নান আৰু পূজা আদি কৰিবলৈ কৈছে। বসন্তসেনাই মাকৰ কথাত অমান্তি হয়। চেটীজনী উভতি যায়। বসন্তসেনাক উদাস মনে থকা দেখি মদনিকাই তাৰ কাৰণ সোধে। বসন্তসেনাই তেতিয়া চাৰুদত্তৰ প্ৰতি ওপজা প্ৰেমৰ কথা সখীয়েকৰ সমুখত ব্যক্ত কৰে। মদনিকাই চাৰুদত্তৰ দাৰিদ্ৰ্যৰ কথালৈ আঙুলিওৱাত বসন্তসেনাই প্ৰেমিকৰ প্ৰতি অধিক অনুৰাগ প্ৰকাশ কৰে।

সংস্থানকৰ গাড়ী পদূলিত ৰৈ আছে বুলি জনায়। মাকৰ আদেশ যে বসন্তসেনাই সেই গাড়ীৰে শকাৰৰ ঘৰলৈ যাব লাগে। এই কথা শুনি বসন্তসেনা অসন্তুষ্ট হয় আৰু মাকৰ কথা মানিবলৈ অমান্তি হয়।

চেটি যোৱাৰ পাছত বসন্তসেনাই মদনিকাক পালেঙৰ ওপৰতে চাৰুদত্তৰ চিত্ৰ থৈ তালপাতৰ বিচনীখন আনিবলৈ পঠিয়ায়। এনেতে বসন্তসেনাৰ ঘৰলৈ আহে শৰ্বিলক। শৰ্বিলক আৰু মদনিকাৰ ভেটা-ভেটি হয়। শৰ্বিলকে আগনিশা চাৰুদত্তৰ ঘৰৰপৰা চুৰি কৰি অনা অলংকাৰৰ ভাগুটো মদনিকাৰ হাতত দিয়ে। সেয়া তেওঁ চাৰুদত্তৰ ঘৰৰপৰা অপহৰণ কৰি অনা কথাও কয়। শৰ্বিলকে তেওঁৰ কথা শেষ নৌ কৰোঁতেই মদনিকাই সেয়া বসন্তসেনাৰ অলংকাৰ বুলি চিনি পায়। সেয়ে মদনিকাই সেই অলংকাৰ চাৰুদত্তই দি পঠিওৱা বুলি বসন্তসেনাক শোধাই দিবলৈ শৰ্বিলকক উপদেশ দিয়ে। শৰ্বিলকে তেওঁৰ কথামতে কাম কৰিবলৈ সন্মত হয়। ইতিমধ্যে বুদ্ধিমতী বসন্তসেনাই আঁৰৰপৰাই তেওঁলোকৰ আলোচনা শুনে। চাৰুদত্তৰ লোক হিচাপে শৰ্বিলকে বসন্তসেনাক অলঙ্কাৰ দিবলৈ অহাত তেওঁ (বসন্তসেনাই) সেই গহনাৰে মদনিকাক অলঙ্কৃতা কৰি নিজৰ গাড়ীত তুলি দুয়োকে বিদায় দিয়ে।

চতুৰ্থ অঙ্কৰ তৃতীয় দৃশ্যত শৰ্বিলকে ৰজা পালকে গোপালকৰ পুত্ৰ আৰ্যকক ঘোষ পাৰাৰ পৰা ধৰি আনি ফাটেকত বন্দী কৰি থোৱা কথা শুনে। তাকে শুনি তেওঁ মদনিকাক গায়ক ৰেভিলৰ ঘৰলৈ পঠিয়াই দি নিজে আৰ্য্যকৰ মুক্তিৰ প্ৰয়াসত আত্মনিয়োগ কৰে।

চতুৰ্থ অঙ্কৰ চতুৰ্থ দৃশ্যত শৰ্বিলকে বিদূষক মৈত্ৰেয় চাৰুদত্তৰ ওচৰৰপৰা অহা বতৰা বসন্তসেনাক দিয়া হয়। তুৰন্তে বিদূষকক ভিতৰলৈ আগবঢ়াই আনিবলৈ বসন্ত সেনাই চেটীক আদেশ দিয়ে। বিদূষকে বসন্তসেনাৰ ঘৰৰ জাকজমকতা আৰু ঐশ্বৰ্য্য বিভূতি দেখি বিস্মিত হয়। বিদূষকে বসন্তসেনাক জানিবলৈ দিয়ে যে আৰ্য চাৰুদত্তই জুৱা খেলি অলংকাৰ সোপাই হেৰুৱালে।

সেইবাবে বিনিময়ত ৰত্নাৱলী তেওঁলৈ দি পঠিয়াইছে। বসন্তসেনাই বিদূষকৰ কথা মানিলৈ ৰত্নাৱলী হাৰডাৰ লৈ বিদূষকক বিদায় দিয়ে। তেওঁ বিদূষকৰ জৰিয়তে চাৰুদত্তলৈ এই বতৰা বিনিময়ত পঠিয়ালে যে সন্ধিয়া সময়ত তেওঁগৈ তেওঁক সাক্ষাৎ কৰিব। বিদূষক যোৱাৰ পাছত বসন্তসেনাই চাৰুদত্তৰ ঘৰলৈ যাবলৈ যো জা কৰে।

**পঞ্চম অঙ্কঃ (দুৰ্দিন অঙ্ক) ঃ**

পঞ্চম অঙ্কৰ আদি দৃশ্যত বিদূষকে বসন্তসেনাৰ ঘৰৰপৰা উভতি আহি চাৰুদত্তক জানিবলৈ দিয়ে যে বসন্তসেনাই ৰত্নাৱলী হাৰডালতো গ্ৰহণ কৰিলেই, তাতো সন্তুষ্ট নহৈ আৰু অধিক পোৱাৰ আশাত গধূলি আকৌ ইয়ালৈ আহিব বুলিও কৈ পঠিয়াইছে। এনেয়ে ৰত্নাৱলী হাৰডাল ৰাখি থ'লে, তাতে আকৌ বিদূষকক সোধ-পোচো ভালদৰে নকৰিলে। এনে স্থলত বেশ্যাৰ সৈতে সম্পৰ্ক ত্যাগ কৰাটোৱে উচিত বুলি মৈত্ৰেয়ই চাৰুদত্তক ক'লে।

এই অঙ্কৰ দ্বিতীয় দৃশ্যত চেটই বসন্তসেনাৰ আগমনৰ আগলি বতৰা চাৰুদত্তক জনায়। চাৰুদত্তই আনন্দ মনে তেওঁৰ আগমনলৈ অপেক্ষা কৰে। পৰৱৰ্তী (৩য়) দৃশ্যত বিট আৰু ছত্ৰধাৰিণী চেটীৰে সৈতে বসন্তসেনাক চাৰুদত্তৰ ঘৰলৈ যাত্ৰা কৰা অৱস্থাত ৰাজপথত দেখা যায়। বাটতে তেওঁলোক দুৰ্যোগপূৰ্ণ বতৰৰ — বতাহ-বৰষুণৰ সন্মুখীন হয়। বিট আৰু বসন্তসেনাৰ মুখত বৰ্ষাৰ প্ৰশংসাগীত শুনা যায়। এনেকৈ তেওঁলোকে চাৰুদত্তৰ পদূলিমুখত ওলায় গৈ। বিটে ইঙ্গিতেৰে বিদূষকক বসন্তসেনাৰ আগমনৰ বতৰা জনায়। বিদূষকে সেই সংবাদ চাৰুদত্তক দিয়ে। তাকে শুনি চাৰুদত্ত আনন্দিত হয়। তেতিয়া বিট আৰু ছত্ৰধাৰিণীক ঘৰলৈ উভতি যাবলৈ দি বসন্তসেনা চাৰুদত্তৰ ঘৰত সোমায়।

চতুৰ্থ অঙ্কৰ চতুৰ্থ দৃশ্যত চেটী আৰু বসন্তসেনাই বাটিকাত প্ৰৱেশ কৰে। তাত চাৰুদত্তই তেওঁক আদৰ সম্ভাষণ জনায়। বিদূষকে বসন্তসেনাক তেওঁৰ আগমনৰ কাৰণ সোধে। বসন্তসেনাৰ চেটীয়ে উত্তৰ দিয়ে যে 'আমাৰ গৰাকীয়নীয়ে আপোনালোকৰ ৰত্নাৱলী হাৰ ডালৰ দাম কিমান তাকে জানিবলৈ আহিছে। ইয়াৰ সলনি আপোনালোকে এই সোণৰ ভাণ্ডটি লওক।' বিদূষক আৰু চাৰুদত্তই সোণৰ ভাণ্ডটি দেখি আচৰিত হ'ল। তেতিয়া চেটীয়ে স্বৰ্ণভাণ্ড প্ৰাপ্তি বিষয়ক সকলো কথা খৰচি মাৰি ক'লে। তাকে শুনি বিদূষকে বৰ আনন্দ পালে আৰু চাৰুদত্তকো সেই বিষয়ে জনালে। সকলোৱে প্ৰকৃত ৰহস্য জানি সুখী হ'ল। সেই সময়তে আকৌ বৰষুণ হোৱাত বিদূষকে বৰ্ষাক নিন্দা কৰিলে; কিন্তু চাৰুদত্তই বৰ্ষাৰ প্ৰশংসাত মুখৰ হৈ পৰিল। আটায়ে ঘৰত সোমাল। বসন্তসেনাই সেই নিশা চাৰুদত্তৰ ঘৰত অতিবাহিত কৰিলে।

**ষষ্ঠ অঙ্কঃ (প্রবহণ বিপৰ্যয় অঙ্ক) ঃ**

এই অঙ্কৰ প্ৰথম দৃশ্যত চেটীয়ে বসন্তসেনাক টোপনীৰপৰা জগায়। চেটীয়ে বসন্তসেনাক জনায় যে চাৰুদত্ত পুষ্পকৰণ্ডক নামে পুৰণি উপবনলৈ গৈছে। তেওঁ তালৈ যোৱাৰ সময়ত গৰুৰ গাড়ীৰে বসন্তসেনাকো তালৈ যাবলৈ কৈছে। এই কথাত বসন্তসেনা সুখী হ'ল। তেওঁ ভিতৰৰ কোঠালৈ গৈ দেখি আচৰিত হ'ল যে ঘূৰাই দিবলৈ খোজা ৰত্নাৱলী হাৰডাল ধূতাদেৱীয়ে লবলৈ অস্বীকাৰ কৰিছে।

অঙ্কটিৰ দ্বিতীয় দৃশ্যত ৰদনিকাই চাৰুদত্তৰ পুত্ৰ ৰোহসেনক কোলাত লৈ ফুৰুৱা দেখা যায়। শিশুটিয়ে খেলিবলৈ সোণৰ গাড়ী বিচাৰিছে। কিন্তু চেটীয়ে তেওঁক এখন মাটিৰ গাড়ীহে দিছে। (এই মাটিৰ গাড়ীৰ 'মৃৎ+ শকটিকা'ৰ আলম লৈয়েই নাটকৰ নাম মৃচ্ছকটিকম্ হৈছে)। শিশু ৰোহসেনে সেই মাটিৰ গাড়ীখনেৰে খেলিবলৈ সৈমান হোৱা নাই; বৰঞ্চ সোণৰ গাড়ীৰ খেলনা/পুটলা পাবলৈ কন্দা-কটা কৰি আছে। ৰদনিকাই ৰোহসেনক বসন্তসেনাৰ ওচৰলৈ লৈ যায়। বসন্তসেনাই চাৰুদত্তৰ পুত্ৰ বুলি জানি মৰম-চেনেহ দেখুৱাই সোধ-পোচ কৰে আৰু কন্দাৰ কাৰণ সোধে। ল'ৰাটিৰ সৰল মাত-কথা শুনি বসন্তসেনাৰ অন্তৰ চেনেহত বিগলিত হয়। তেওঁ গাৰপৰা অলংকাৰ খুলি সোণৰ গাড়ী গঢ়ি ল'বলৈ মাটিৰ গাড়ী পূৰ্ণ কৰি দিলে।

এই ষষ্ঠ অঙ্কৰ তৃতীয় দৃশ্যত গাড়ীচালক বৰ্ধমানকে বসন্তসেনাৰ বাবে গাড়ী সাজু কৰি আনে। ৰদনিকাই গাড়ী সাজু থকা কথা বসন্তসেনাক জনায়। বসন্তসেনাই প্ৰসাধন কাৰ্য্য কৰি সাজু হোৱালৈকে গাড়ীখন ৰাখিবলৈ বৰ্ধমানক কোৱায়। এনেতে বৰ্ধমানকৰ মনত পৰিল যে তেওঁ গাড়ীৰ আবৰণিখন আনিবলৈ পাহৰিছে। সেয়ে তেওঁ গাড়ী ঘূৰাই লৈ আবৰণি আনিবলৈ যায়। এনে সময়তে শকাৰৰ গাড়ী চালক স্থাবৰক চেটই ৰাজ্যশ্যালকৰ গাড়ীখন আনি চাৰুদত্তৰ পদূলিমুখত থিয় কৰি ৰাখে। প্ৰসাধন কৰ্ম শেষ কৰি বসন্তসেনাই বৰ্ধমানকে চলোৱা গাড়ী বুলি ভুল কৰি স্থাবৰকে চলোৱা গাড়ীত উঠি বহে। খন্তেক পিছতে গোপালকৰ পুত্ৰ আৰু আৰ্যকে কাৰাগাৰৰপৰা বন্ধন শিকলি ছিগি ওলাই আহি ইফালে-সিফালে চাই কিবা প্ৰকাৰে চাৰুদত্তৰ পদূলি মুখ পায়হি। এনেতে বৰ্ধমানকেও আবৰণি লৈ গাড়ী আনি তাত ৰয়হি। আৰ্যকে মনে মনে সেই গাড়ীত উঠি বহে। বৰ্ধমানকে গাড়ীত বসন্তসেনা উঠিছে বুলি ভাবি গাড়ী চলাই দিয়ে।

অঙ্কটোৰ অন্তিম দৃশ্যত ৰজাপালকৰ সেনাধ্যক্ষ বীৰক আৰু চন্দনকে বৰ্ধমানকক গাড়ী ৰখাবলৈ কয়। আৰ্যকে বন্দীশালৰপৰা পলোৱা বাবে নগৰৰ বাহিৰলৈ যোৱা গাড়ীবোৰ তেওঁলোকে পৰীক্ষা কৰে। বহু বাদ-বিবাদৰ পাছত চন্দনকে গাড়ীত উঠি আৰ্য্যকক দেখা পায়। আৰ্য্যকে চন্দনৰ আশ্ৰয় বিচাৰে। চন্দনকে তেওঁক অভয় দান কৰে। গাড়ীৰপৰা নামি চন্দনকে গাড়ীত বসন্তসেনা থকা বুলি বীৰকক কয়। চন্দনকে অকণমান ভয়-ভয়কৈ কথাটো কোৱা যেন পাই বীৰকৰ মনত সন্দেহ হয়; সেয়ে বীৰকে নিজেও গাড়ীখন চাবলৈ ইচ্ছা প্ৰকাশ কৰে। তাকে লৈ চন্দনক আৰু বীৰকৰ মাজত কাজিয়া হয়। বীৰকে চন্দনকৰ বাধা নেওচি গাড়ীত উঠাত চন্দনকে চুলিত ধৰি বীৰকক মাটিত পেলাই দি গোৰ শোধায়। বীৰকে চন্দনকৰ বিৰুদ্ধে গোচৰ তৰিব বুলি তৰ্জন-গৰ্জন কৰি ওলাই যোৱাৰ পাছত, চন্দনকে আৰ্য্যকক আত্মৰক্ষাৰ বাবে তৰোৱাল এখন দিয়ে আৰু গাড়ীচালক বৰ্ধমানকক বাটত আনে সুধিলে বীৰক আৰু চন্দনকে গাড়ী পৰীক্ষা কৰিছে বুলি ক'বলৈ শিকাই দিয়ে। বৰ্ধমানকে গাড়ী পুষ্পকৰণ্ডকলৈ চলাই নিয়ে।

**সপ্তম অঙ্কঃ (দুৰ্দিন অঙ্ক) ঃ**

সপ্তম অঙ্কৰ প্ৰথম দৃশ্যত চাৰুদত্ত আৰু বিদূষকে বসন্তসেনা আহিবলগীয়া বৰ্ধমানকৰ গাড়ীৰ বাবে বাট চাই অধীৰ হোৱা দেখা যায়। বৰ্ধমানকৰ গাড়ী অহাত হোৱা পলমৰ বাবে দুয়ো চিন্তা প্ৰকাশ কৰে। এনেতে ওচৰ চাপি-অহা গাড়ীৰ শব্দ শুনে। গাড়ী আহি পোৱাত বিদূষকে চাৰুদত্তৰ কথামতে বসন্তসেনাক নমাই আনিবলৈ যায়। গাড়ীত আৰ্য্যকক দেখি তেওঁ ভয় খায়। তেতিয়া চাৰুদত্তই নিজে গাড়ীত চাই আৰ্য্যকক দেখি তেওঁৰ পৰিচয় সোধে। আৰ্য্যকে আত্ম পৰিচয় দি চাৰুদত্তৰ ওচৰত আশ্ৰয় আৰু অভয় দান বিচাৰে। চাৰুদত্তই অভয় দিয়ে আৰু ভৰিৰপৰা শিকলিৰ অৱশিষ্ট গুচাবলৈ চেটক কয়। তেতিয়া চাৰুদত্তই আৰ্যকক সেই গাড়ীৰেই নগৰৰ বাহিৰলৈ যাবলৈ কয়। আৰ্য্যক যোবাৰ পাছত চাৰুদত্ত আৰু বিদূষকেও (বসন্তসেনা নাহিব বুলি) সেই ঠাই ত্যাগ কৰে।

**অষ্টম অঙ্কঃ (বসন্তসেনা মোটন অঙ্ক) ঃ**

অষ্টম অঙ্কৰ প্ৰথম দৃশ্যত তিতা কাপোৰ (চীৱৰ) হাতত লৈ এজন বৌদ্ধ ভিক্ষুক ওলোৱা চকুত পৰে। শকাৰ আৰু বিটও তালৈ আহে। উদ্যানৰ পুখুৰীত চীৱৰ ধোৱা বাবে আৰু জন্মৰেপৰা বৌদ্ধধৰ্ম নোলোৱা অপৰাধত বৌদ্ধ ভিক্ষুকক

শকাৰে মৰিয়ায়। বিটে ভিক্ষুকক ৰক্ষা কৰে। ভিক্ষুজনে শকাৰৰ স্তুতি কৰি তাৰপৰা আঁতৰি যায়। বিটৰ সৈতে শকাৰে স্থাৱৰকে গাড়ী লৈ অহালৈ প্ৰতীক্ষা কৰে।

এই অঙ্কৰ দ্বিতীয় দৃশ্যত চেটই গাড়ী লৈ আহে। শকাৰে পোনতে গাড়ীত উঠিবলৈ গৈ বসন্তসেনাক দেখি ভয়তে লৰ মাৰে। তেওঁ বিটক কয় যে গাড়ীত কোনোবা তিৰোতা বহি আছে। বিটে গাড়ীত উঠি বসন্তসেনাক দেখি আশ্চৰ্য্য প্ৰকাশ কৰে। বসন্তসেনাই বিটৰ আশ্ৰয় বিচাৰে আৰু বিটে তেওঁক আশ্বাস দিয়ে। তেওঁ গাড়ীৰপৰা ওলাই আহি শকাৰক কয় যে সঁচাকৈয়ে গাড়ীত কোনো ৰাক্ষসী বহি আছে। তেওঁ খোঁজ কাঢ়ি নগৰলৈ যাবলৈ শকাৰক কয়। কিন্তু শকাৰ তাত মান্তি নহ'ল। তেতিয়া বিটে শকাৰক কয় যে গাড়ীত বসন্তসেনা আছে। শকাৰে বসন্তসেনাক মাৰি পেলাবলৈ বিটক কয়। বিটে তেনে অকাজ কৰিবলৈ অমান্তি হয়। একেদৰে চেটকো শকাৰে একে আদেশ দিয়ে। চেটয়ো বসন্তসেনাক মাৰিবলৈ অমান্তি হোৱাত শকাৰে চেটক কোবায়। তেতিয়া শকাৰে চেটক আঁতৰি যাবলৈ কয়। একেদৰে তেওঁ বিটকো তাৰপৰা আঁতৰাবলৈ বুলি বুধি পাণ্ডি কয় যে বসন্তসেনাই বিট থকা বাবে লাজ কৰিছে আৰু তেওঁৰে (শকাৰেৰে) প্ৰেমালাপ নকৰে। তাকে শুনি বিটই শকাৰে যাতে কোনোমতে বসন্তসেনাৰ অপকাৰ নকৰে তাৰে প্ৰতিশ্ৰুতি লৈ আঁতৰি যায়। তেতিয়া শকাৰে পোনতে বসন্তসেনাৰ ওচৰত প্ৰেম ভিক্ষা কৰে যদিও বসন্তসেনাই তাক প্ৰত্যাখ্যান কৰে। তেতিয়া খঙ খাই শকাৰে বসন্তসেনাৰ ডিঙিত চেপি ধৰে আৰু বসন্তসেনা মূৰ্চ্ছিত হৈ মাটিত পৰে। শকাৰে নিজৰ পৰাক্ৰমত বৰ সন্তোষ প্ৰকাশ কৰে।

অষ্টম অঙ্কৰ তৃতীয় দৃশ্যত চেটৰ সৈতে বিটে আকৌ প্ৰৱেশ কৰে। বিটে বসন্তসেনাৰ কথা সোধাত শকাৰে তেওঁক মাৰি পেলোৱা বুলি কয়। তেওঁ বিটক বসন্তসেনাৰ অচেতন শৰীৰটো দেখুৱায়। বিটে এই কথাত দুখ অনুভৱ কৰে আৰু শৰ্বিলক প্ৰভৃতিৰ লগ লাগিবলৈ শকাৰক ত্যাগ কৰি গুচি যায়। শকাৰে চেটক ঘৰলৈ পঠিয়ায়। তেওঁ গছৰ শুকান পাতেৰে বসন্তসেনাৰ মূৰ্চ্ছিত শৰীৰটো ঢাকি থৈ চাৰুদত্তৰ ওপৰত হত্যাৰ অপৰাধ আৰোপ কৰাৰ সংকল্প লৈ বিচাৰালয়লৈ খোজ লয়।

অষ্টম অঙ্কৰ চতুৰ্থ দৃশ্যত বৌদ্ধ ভিক্ষুজনে পুনঃ প্ৰৱেশ কৰে। তেওঁ তেওঁৰ তিতা চীবৰখন মেলি দিবলৈ ঠাই বিচাৰে। এনে সময়তে গছৰ পাতৰ মাজত কোনোবাই উশাহ লোৱা যেন তেওঁ অনুমান কৰে। বসন্তসেনাই কিছু চেতনা পাই পাতৰ মাজৰপৰা হাত প্ৰসাৰিত কৰে। ভিক্ষুৱে পাতবোৰ আঁতৰাই দেখে যে তাৰ

মাজত অৰ্ধচেতন অৱস্থাত পৰি থকা নাৰী গৰাকী বুদ্ধোপাসিকা বসন্তসেনা ভিন্ন অন্য নহয়। বসন্তসেনাই পানী বিচাৰে। ভিক্ষুৱে তিতা কাপোৰ চেপি তেওঁক পানী দিয়ে আৰু কাপোৰৰ আচলেৰে বিছি দি তেওঁক কিছু সুস্থ কৰে। বসন্তসেনাই লতাৰ সহায়ত থিয় হয়। ভিক্ষুৱে বসন্তসেনাক বিশ্ৰামৰ কাৰণে বৌদ্ধ বিহাৰলৈ লৈ যায়।

**নবম অঙ্কঃ (ব্যৱহাৰ অঙ্ক) ঃ**

এই অঙ্কৰ প্ৰথম দৃশ্যাতে শোধনকে বিচাৰালয় কক্ষত সোমাই চাফ-চিকুণ কৰে আৰু চকী মেজ আদি সজায় থয়। ইয়াৰ পাছত শকাৰ বিচাৰালয়লৈ আহে। কিছু সময়ৰ পাছত শ্ৰেষ্ঠী আৰু কায়স্থৰে সৈতে বিচাৰপতি আহে। বিচাৰপতিৰ নিৰ্দ্দেশ মতে শোধনকে বিচাৰ-প্ৰাৰ্থীৰ অনুসন্ধান কৰে। তেওঁ পোনতে শকাৰক দেখা পায়। শকাৰক বিচাৰ প্ৰাৰ্থী বুলি জানি প্ৰথমতে বিচাৰ পতিয়ে তেওঁৰ আবেদন শুনিবলৈ অমান্তি হয়। শকাৰে ধমকি দিয়াত অগত্যা বিচাৰপতিয়ে তেওঁৰ আবেদন শুনিবলৈ মান্তি হয়। শকাৰক তেওঁ বিচাৰ প্ৰাৰ্থনা দাণ্ডি ধৰিবলৈ আদেশ কৰে। তেতিয়া শকাৰে বিচাৰালয়ৰ মজিয়াত থিয় হৈ কয় যে তেওঁ তেওঁৰ পুষ্পকৰণ্ডকনামে পুৰণি উপবনত কোনো মৃত স্ত্ৰীৰ এটি শৱ দেখি আহিছে। তিৰোতাজনী বসন্তসেনা। তেওঁ কয় যে কোনোবাই ধনৰ লোভত বল প্ৰয়োগ কৰি বসন্তসেনাক ডিঙিত চেপি মাৰিছে। বসন্তসেনাৰ বিষয়ে অধিক জানিবলৈ বিচাৰকে শোধনকক পঠিয়াই বসন্তসেনাৰ মাকক মাতি আনে। বসন্তসেনাৰ মাকে বিচাৰকক জনায় যে তেওঁৰ জীয়েকে যৌৱন অনুভৱৰ বাবে বন্ধু চাৰুদত্তৰ ঘৰলৈ গৈছে। তাকে শুনি বিচাৰকে শোধনকৰ জৰিয়তে চাৰুদত্তক বিচাৰ মঞ্চলৈ মাতি আনে। ন্যায়ালয়লৈ আহি তেওঁ স্বীকাৰ কৰে যে বসন্তসেনাৰে তেওঁৰ প্ৰেমময় ব্যৱহাৰ আছে। সম্প্ৰতি বসন্তসেনা নিজ ঘৰলৈ গৈছে। তেওঁ কিদৰে ঘৰলৈ গৈছে তাক তেওঁ ভালদৰে ক'বলৈ নোৱাৰিলে। এনে সময়তে বিচাৰ মঞ্চলৈ সৈন্যাধ্যক্ষ বীৰক আহে। তেওঁ চন্দনকৰ বিপক্ষে বিচাৰালয়ত গোচৰ দিয়াৰ লগতে তেওঁ ইয়াকো কয় যে বসন্তসেনাই চাৰুদত্তৰ গাড়ীত উঠি পুষ্পকৰণ্ডক নামে জীৰ্ণ উদ্যানলৈ গৈ থকা দেখি আহিছে। তাৰ পাছত বিচাৰকে জীৰ্ণ উদ্যানত কোনো নাৰীৰ মৃত শৱ পৰি আছে নে কি চাই আহিবলৈ বীৰকক আদেশ কৰে।

ইতিমধ্যে বিদূষকে ৰেভিলৰ মুখত চাৰুদত্তক বিচাৰালয়ে মাতি নিয়া বুলি শুনি তেওঁ বিচাৰ মণ্ডপলৈ আহে। বসন্তসেনাক ঘূৰাই দিবলগীয়া অলংকাৰবোৰ

কাষলতিৰ তলত লৈয়েই বিদূষক তাঁলৈ আহে আৰু শকাৰেৰে সৈতে কাজিয়া কৰোঁতে গহনাৰ টোপোলাটো মাটিত সৰি পৰে। তাৰে সুযোগ লৈ শকাৰে বিচাৰকৰ সমুখত গোচৰ তুলি ধৰি কয় যে এইবোৰ গহনাৰ বাবে দৰিদ্ৰ চাৰুদত্তই বসন্তসেনাক জীৰ্ণোদ্যানত ডিঙি চেপি বধ কৰিছে।

বিচাৰকৰ প্ৰশ্নৰ উত্তৰত চাৰুদত্তই স্বীকাৰ কৰে যে বিদূষকেঅনা অলংকাৰবোৰ বসন্তসেনাৰ। কিন্তু সেইবোৰ বসন্তসেনাৰ গাৰপৰা পৃথক কেনেকৈ হ'ল তাক তেওঁ ক'বলৈ অপাৰগ হয়। অলংকাৰবোৰ দেখি বিচাৰক চাৰুদত্তৰ নিৰাপত্তাৰ বাবে অধিক চিন্তিত হৈ পৰে। বিচাৰকে বাৰাম্বাৰ চাৰুদত্তক সঁচা কথা ক'বলৈ কয়। উত্তৰত চাৰুদত্তই কয় যে 'মই শুদ্ধ বংশত জন্ম গ্ৰহণ কৰিছোঁ, আৰু মই কোনো অপৰাধ কৰা নাই; কিন্তু যদি মোৰ ওপৰত কোনো পাপ আৰোপৰ সম্ভাৱনা কৰা হয়, তেনেহলে মই নিষ্পাপ হৈ কি লাভ?' তেওঁ চিন্তা কৰিলে যে বসন্তসেনা অবিহনে তেওঁ জীৱন ধাৰণ কৰিয়েই বা কি লাভ? তেতিয়া বিচাৰকে তেওঁক দোষী সাব্যস্ত কৰি তেওঁক দণ্ড বিহিবলৈ ৰজা পালকলৈ বতৰা দিলে। লগতে বিচাৰকে ইয়াকো কৈ পঠিয়ালে যে 'যিহেতু চাৰুদত্ত ব্ৰাহ্মণ, মনুৰ মতে তেওঁক ৱধ দণ্ড বিহিবলৈ নোৱাৰি, বৰঞ্চ সা-সম্পত্তিৰে তেওঁক দেশান্তৰ কৰা হে সম্ভৱ।' কিন্তু ৰজা পালকে বিচাৰকৰ দিহা-যুগুতি নেমানি চাৰুদত্তক মৃত্যুদণ্ডেৰে দণ্ডিত কৰিলে আৰু দক্ষিণ শ্মশানলৈ নি তাত শূলত তুলি মাৰিবলৈ নিৰ্দেশ দিলে যাতে তাকে দেখি আন কোনেও ঘৃণনীয় অপৰাধ কৰিবলৈ আগ নেবাঢ়ে। দণ্ডব্যৱস্থা শুনি আৰ্য্য চাৰুদত্তৰ মনতো ৰজা পালকৰ অবিবেচকতাহে প্ৰতিভাত হ'ল। তেওঁ অন্যায় হোৱা বুলি দুঃখ কৰিলে। তেতিয়া তেওঁ বিদূষকক ক'লে যে মৃত্যুৰ পূৰ্বে তেওঁ পুত্ৰ ৰোহসেনৰ মুখখন এবাৰ চাব খোজে। চাৰুদত্তক বন্দী কৰি আঁতৰাই নিলে, বিচাৰক সকলো ভাগিল।

**দশম অঙ্ক (সংহাৰ অঙ্ক) ঃ**

দশম অঙ্কৰ প্ৰথম দৃশ্যত দুজন চণ্ডালে চাৰুদত্তকশ্মশানৰ বধ্যস্থানলৈ লৈ যোৱা দেখা যায়। চাৰুদত্তৰ শৰীৰ বধ্য চিহ্নেৰে চিহ্নিত কৰা হৈছে। চাৰুদত্তৰ বিপত্তি চাবলৈ ৰাস্তাৰ দাঁতিত অগণন লোকৰ ভিৰ। চণ্ডালহঁতে ভিৰ থেলি চাৰুদত্তক আগুৱাই লৈ গৈছে আৰু সজলোকৰ বিপত্তি চাবলৈ মানা কৰিছে। নাৰীসকলে চাৰুদত্তৰ অৱস্থা দেখি চকুলো টুকিছে। চণ্ডালইঁতে চাৰুদত্তৰ পিতৃ-পিতামহৰ নাম ধৰি চাৰুদত্তৰ অপৰাধ আৰু ৰাজদণ্ড ঘোষণা কৰিছে। এইবোৰে চাৰুদত্তৰ মনত আঘাত দিছে।

এনে সময়তে বিদূষকে ৰোহসেনক লৈ তাত উপস্থিত হয়। ৰোহসেনে আৰু বিদূষকে চাৰুদত্তক এৰি দি তেওঁলোককে মাৰিবলৈ চণ্ডাল দুজনক কাবৌকৈ কয়। চণ্ডালহঁতৰ ঘোষণা শুনি শকাৰৰ ঘৰত বন্দী অৱস্থাত থকা স্থাৱৰকে খিৰিকি পাৰ হৈ চণ্ডালহঁতৰ ওচৰলৈ আহি শকাৰেহে বসন্তসেনাক মাৰিছে, চাৰুদত্ত তাৰ বাবে দোষী নহয় বুলি কয়। তাৰ পাছতে শকাৰ তালৈ আহি স্থাৱৰকে মিছা কোৱা বুলি কয়। স্থাৱৰকে সোণ চুৰি কৰা বাবে তেওঁক মাৰি-ধৰি শকাৰে ঘৰত বান্ধি থৈছিল বুলিও তাত কয়। সেইবাবে চেটই মিছা কথাকৈ শকাৰৰ গাত দোষ দিবলৈ খুজিছে বুলিও জনায়। শকাৰে মাৰি-ধৰি তাৰপৰা স্থাৱৰকক আঁতৰাই পঠিয়াই বেগতে 'অপৰাধী' চাৰুদত্তক মাৰিবলৈ চণ্ডালহঁতক প্ৰৰোচিত কৰে।

দশম অঙ্কৰ দ্বিতীয় দৃশ্যত ভিক্ষু আৰু বসন্তসেনাক চাৰুদত্তৰ ঘৰলৈ যাত্ৰা কৰা দেখা যায়। বাটত অনেক লোকৰ ভিৰ দেখি তাত কিনো হৈছে চাবলৈ বসন্তসেনাই ভিক্ষুক কয়। এনে সময়তে চণ্ডালহঁতে আকৌ চাৰুদত্তৰ অপৰাধ আৰু দণ্ডৰ কথা ঘোষণা কৰে। ভিক্ষুয়ে ভয় খায় আৰু কথাটো বসন্তসেনাকো কয়। দুয়োৰ বেগাই বধ্যস্থানলৈ যায়। তেওঁলোকে তাত গৈ উপস্থিত হোৱাৰ আগতে এজন চণ্ডালে চাৰুদত্তক বধ কৰিবলৈ খড়্‌গৰে ঘাপ মাৰিবলৈ খোজে; কিন্তু খড়্‌গখন তেওঁৰ হাতৰপৰা উফৰি পৰে। তাৰ পাছত দুয়োজন চণ্ডালে চাৰুদত্তক শূলত দিবলৈ চেষ্টা কৰে। এনে সময়তে ভিক্ষু আৰু বসন্তসেনা তাত উপস্থিত হয়। বসন্তসেনাক তাত দেখি চণ্ডাল এজনে গৈ ৰজাক সকলো খবৰ জনায় আৰু শকাৰেও তাৰপৰা পলায়ন কৰে। চাৰুদত্তই বসন্তসেনা আৰু ভিক্ষু সংবাহকক চিনি পাই আনন্দিত হয়।

দশম অঙ্কৰ তৃতীয় দৃশ্যত শৰ্বিলকে প্ৰবেশ কৰে আৰু আৰ্য্যকৰ হাতত পালক নিধন হোৱা কথা চাৰুদত্তক জনায়। ৰজা হিচাপে অভিষিক্ত হৈয়েই আৰ্যকে 'কুশৱতী' নগৰীৰ অধিকাৰ চাৰুদত্তৰ হাতত দিয়া কথাও শৰ্বিলকে চাৰুদত্তক কয়। শৰ্বিলকে শকাৰক ধৰি আনিবলৈ কয়। কিছুমান নাগৰিকে শকাৰক ধৰি লৈ আহে আৰু শকাৰে প্ৰাণ ৰক্ষাৰ অন্য উপায় নেদেখি চাৰুদত্তৰ ওচৰত শৰণ লয়। চাৰুদত্তই তেওঁক অভয় দান কৰে।

এই অঙ্কৰ অন্তিম দৃশ্যত চন্দনকে আহি জাননী দিয়ে যে চাৰুদত্তৰ আসন্ন মৃত্যুৰ বতৰা পাই দুখিতা হৈ ধূতা দেৱীয়ে চিতাগ্নি জ্বলাই আত্মাহুতি দিবলৈ ওলাইছে। তাকে শুনি আটায়ে জ্বালবিকৈ চিতাগ্নি জ্বলোৱা ঠাইলৈ যায়। ধূতাই সকলোৰে বাধা নেওচি, ৰোহসেনৰ হাত এৰুৱাই, বিদূষকৰ কথাকো আওকাণ কৰি চিতাগ্নিৰ

ফালে আগুৱাই যায়। এনেতে চাৰুদত্তই আগুৱাই গৈ তেওঁক নিষেধ কৰে! ধূতাই তেওঁৰ মাতশুনি আনন্দ লাভ কৰে। চাৰুদত্তই পুতেক ৰোহসেনক আলিঙ্গন কৰে। বিদূষকেও চাৰুদত্তক আলিঙ্গন কৰে। ধূতা আৰু বসন্তসেনাও পৰস্পৰে পৰস্পৰক আলিঙ্গন কৰে। শৰ্বিলকে বসন্তসেনা জনায় যে ৰজা আৰ্য্যকে তেওঁক 'বধূ' আখ্যা দিছে। তাকে শুনি বসন্তসেনা কৃত কৃত্য হয়! চাৰুদত্তৰ ইচ্ছা অনুসৰি বৌদ্ধ ভিক্ষু সংবাহকক সকলো বৌদ্ধ বিহাৰৰ ওপৰত কুলপতি পতা হয়। স্থাৱৰকক শকাৰৰ দাসত্বৰপৰা মুক্তি দিয়া হয় আৰু শকাৰক পূৰ্বৰ পদবীতে ৰখা হয়। চণ্ডাল দুজনক সকলো চণ্ডালৰ অধিপতি পতা হয়। চন্দনক হয় প্ৰধান সেনাপতি।

ভৰত বাক্য পাঠ কৰাৰ পাছত নাটকৰ শুভ সমাপ্তি ঘটে।

# পাত্ৰসকলৰ চৰিত্ৰ চিত্ৰণ

মৃচ্ছকটিক নাটকত কমেও ঊনত্ৰিশ বা ত্ৰিশজন পুৰুষ আৰু আঠজনীমান নাৰী-চৰিত্ৰৰ চিত্ৰণ চকুত পৰে। অন্য সংস্কৃত নাটকৰ দৰে এই পাত্ৰ-পাত্ৰীসকল প্ৰকাৰগতভাবে অকল চিত্ৰিত হোৱা নাই; বৰঞ্চ সিসকলৰ ব্যক্তিত্বও ভালদৰে পৰিস্ফুট হৈছে। প্ৰতিটো চৰিত্ৰ ব্যক্তিত্বশীলেই নহয়, প্ৰতিটোৱে বিশিষ্ট গুণবিশিষ্ট। পুৰুষ পাত্ৰসকলৰ ভিতৰত চাৰুদত্ত, শৰ্বিলক, সংবাহক, বিদূষক, আৰ্য্যক প্ৰভৃতি চকুত লগা। শকাৰ, বিট, মানৱক, স্থাৱৰক, চণ্ডালহঁতো নিজ নিজ গুণ-অৱগুণেৰে চকুত পৰা হৈছে। নায়ক হিচাপে চাৰুদত্তৰ চৰিত্ৰ ব্যক্তিত্বৰ স্তম্ভ সদৃশ। তেনেকৈ নায়িকা বসন্তসেনা আৰু চাৰুদত্তৰ ধৰ্মপত্নী ধূতাই যেন চৰিত্ৰৰ উৎকৰ্ষৰ বাবে প্ৰতিস্পৰ্ধিনী, তেনে যেন ভাব হয়। মদনিকা, ৰদনিকা আদি পাৰ্শ্বচৰিত্ৰও সজভাবে চিত্ৰিত হৈছে। তলত প্ৰধান চৰিত্ৰ কেইটিৰ চমু বৰ্ণনা তুলি ধৰা হ'ল।

## চাৰুদত্ত

চাৰুদত্ত 'মৃচ্ছকটিক' প্ৰকৰণৰ নায়ক। নাট্যশাস্ত্ৰৰ বিধিমতে কোনো ৰূপকৰ নায়ক বিনয়ী, প্ৰিয়দৰ্শন, ত্যাগশীল, দক্ষ, প্ৰিয়ভাষী, লোকপ্ৰিয়, পবিত্ৰ, বাক্‌কুশলী, উচ্চবংশোদ্ভৱ, ধীৰ-স্থিৰ, যুৱক আৰু বুদ্ধি-উৎসাহ, স্মৃতি-প্ৰতিভা-কলা আৰু স্বাভিমান আদি গুণেৰে অন্বিত, শূৰ-বীৰ, দৃঢ় তেজস্বী, শাস্ত্ৰীয় বিধিমতে কাম-কাজ কৰোতা, আৰু ধাৰ্মিক হোৱা উচিত।

নায়ক আকৌ চাৰি প্ৰকাৰৰ হয়। যেনে—ধীৰোদাত্ত, ধীৰললিত, ধীৰ-প্ৰশান্ত আৰু ধীৰোদ্ধত। ধনঞ্জয়ৰ মতে ধীৰপ্ৰশান্ত নায়কৰ লক্ষণ এনেঃ 'সামান্যগুণযুক্তস্তু ধীৰশান্ত দ্বিজাদিক'ঃ অৰ্থাৎ ধীৰশান্ত বা ধীৰপ্ৰশান্ত নায়ক সেইজনেই যাৰগাত সামান্য প্ৰকাৰৰ উপযুক্ত গুণবোৰ সমাবিষ্ট থাকে। (ওপৰত কোৱা নায়কোচিত গুণবোৰ বৰ্ত্তমান)। তদুপৰি তেওঁ ব্ৰাহ্মণ, বৈশ্য বা মন্ত্ৰিপুত্ৰ হয়। চাৰুদত্ত ঠিক এই ধীৰশান্ত বা ধীৰপ্ৰশান্ত প্ৰকাৰৰ নায়ক আৰু সেয়ে তেওঁ উক্ত গুণৰাশিৰ ভাণ্ডাৰ স্বৰূপ আছিল।

চাৰুদত্ত উজ্জয়িনী নগৰৰ এজন ব্ৰাহ্মণ যুৱক। তেওঁ ব্ৰাহ্মণবংশীয় বিনয়দত্তৰ নাতিয়েক আৰু সাগৰ দত্তৰ পুত্ৰ (সঃ খলু সাৰ্থৱাহবিনয়দত্তস্য নপ্তা সাগৰদত্তস্য তনয়ঃ সুগৃহীত নামধেয় আৰ্য চাৰুদত্তো নাম শ্ৰেষ্ঠিচত্বৰে প্ৰতিবসতি)। তেওঁ উজ্জয়িনীৰ শ্ৰেষ্ঠিচত্বৰৰ বাসিন্দা। তেওঁৰ পূৰ্বপুৰুষ সকলেও ব্যৱসায়-বাণিজ্য কৰি ধনোপাৰ্জন কৰিছিল। তেওঁ উত্তৰাধিকাৰ সূত্ৰে যথেষ্ট ধন-ঐশ্বৰ্য্য লাভ কৰিছিল। কিন্তু অতিশয় উদাৰতা আৰু দানশীলতাৰ কাৰণে তেওঁ দুখীয়া দৰিদ্ৰসকলক দান কৰি নিজে দাৰিদ্ৰ্য চপাই ললে। চাৰুদত্ত ডাল দৰিদ্ৰ হৈ পৰিলেও নগৰৰ লোকে তেওঁৰ দয়া-মৰম, উদাৰতা, পৰোপকাৰিতা আৰু প্ৰিয়বাদিতাৰ কাৰণে সদায় শ্ৰদ্ধাৰ চকুৰে তেওঁক চাইছিল। সেয়ে তেওঁক শ্ৰদ্ধা জনাই শকাৰৰ সঙ্গী বিটে কৈছে (১।৪৮)ঃ 'দীনানাং কল্পবৃক্ষঃ স্বগুণফলনতঃ সজ্জনানাং কুটুম্বী' ইত্যাদি। বিচাৰকৰপৰা আৰম্ভ কৰি দণ্ড কাৰ্য্যকৰী কৰিবলৈ যোৱা চণ্ডাললৈকে সকলোৱে তেওঁৰ গুণমুগ্ধ।

চাৰুদত্ত বিবাহিত। তথাপি তেওঁ যুৱক। বিচাৰালয়ত বসন্তসেনাৰ মাতৃয়ে তেওঁকপ্ৰথমবাৰলৈ দেখি কৈছে ঃ 'অয়ং স চাৰুদত্তঃ। সুনিক্ষিপ্তং খলু দাৰিকায়াঃ যৌৱনম্।' তেনেদৰে প্ৰথম অঙ্কত ভুলক্ৰমে চাৰুদত্তই বসন্তসেনাৰ গালৈ সুবাসিত চাদৰ দলিয়াই দিয়াত বসন্তসেনাই সেই চাদৰ গাতলৈ কৈছেঃ 'অনুদাসীনমস্য যৌৱনং প্ৰতিভাসতো'। তেনেকৈ বিচাৰকে বিচাৰৰ ক্ৰমত চাৰুদত্তৰ শৰীৰৰ সুকুমাৰতাৰ উল্লেখ কৰিছেঃ 'ইদানীং সুকুমাৰে অস্মিন্.....।'

চাৰুদত্ত পৰম উদাৰ চৰিতৰ লোক। তেওঁ দয়ালুও। তেওঁৰ ওচৰলৈ অহা কোনোজনকে তেওঁ নিৰাশ কৰিবলৈ নোখোজে। আনকি ঘৰত সিন্ধি দিয়া চোৰজনে কিবা নিলে নে নিৰাশ হৈ উভতি গ'ল সিও তেওঁৰ বিবেচ্য বিষয়। সেয়ে তেওঁ কৈছে ঃ 'সন্ধিছেদনখিন্ন এব সুচিৰং পশ্চান্নিৰাশো গতঃ'। কৰ্ণপূৰকে সংবাহকক বচাবলৈ মত্ত হাতীক মাৰ শোধোৱা সময়তো তেওঁৰ পৰাক্ৰমত আনন্দিত হৈ আঙুঠি নেপাই গাৰ কাপোৰখনকে দিয়াটোও তেওঁৰ উদাৰ মনৰেই পৰিচয় দিয়ে।

চাৰুদত্তই অপৰাধীজনৰ প্ৰতি যিদৰে কোপ নেৰাখিছিল, সিদৰে তেওঁ শৰণাগত বৎসলো আছিল। প্ৰথম অঙ্কত শকাৰে পদুলিমুখত মৰণান্তক বৈৰিতাৰ ধমকি দিয়া সময়তো তেওঁ 'অজ্ঞোऽসৌ বুলি কৈ সেই চিন্তা এৰি পেলাইছিল। শকাৰে চাৰুদত্তৰ মিছা অভিযোগ বিচাৰালয়ত উত্থাপন কৰাৰ সময়তো তেওঁ খণ্ডত উত্তেজিত হোৱা নাই, অথবা অকণো বিচলিত হোৱা নাই। আৰ্যকে তেওঁৰ ওচৰত শৰণাপন্ন হোৱাৰ সময়তো তেওঁ কৈছে প্ৰাণ গলেও শৰণাগতৰ হানি হ'বলৈ নিদিওঁ- 'অপি প্ৰাণানহং জহ্যাং নতু শৰণাগতম্'। শৰণাগতৰ প্ৰতি দেখুৱা দয়াৰ পৰাকাষ্ঠা দেখা যায় তেতিয়া যেতিয়া তেওঁৰ প্ৰতি পৰম বৈৰিতা আচৰণ কৰা শকাৰে তেওঁৰ ওচৰত শৰণাপন্ন হয় আৰু ক্ৰুদ্ধ শৰ্বিলক আৰু পৌৰ লোকসকলৰ হাতৰপৰা শকাৰৰ জীৱন ৰক্ষা কৰিবলগীয়া অৱস্থা হয়। তেতিয়া তেওঁ কোৱা বচন স্মৰণযোগ্যঃ

শত্ৰুঃ কৃতাপৰাধঃ শৰণমুপেত্য পাদয়োঃ পতিতঃ।
শস্ত্ৰেণ ন হন্তব্যঃ উপকাৰহতস্তু কৰ্ত্তব্যঃ।।১০।৫৫

চাৰুদত্তৰ সত্যবাদিতাও প্ৰশংসনীয়। যি কোনো পৰিস্থিতিতে তেওঁ সত্যবচন কোৱাত দৃঢ়তা দেখুৱাইছিল। অলংকাৰ চোৰে নিয়াৰ সময়তে বিদূষকে অলপ অসত্যৰ আশ্ৰয় লৈ গা বচাবলৈ কোৱাত চাৰুদত্তই উত্তৰ দিছিল— "অহমিদানীম-নৃতমভিধাস্যে।" সেয়ে তেওঁ ৰত্নাৱলী দি বসন্তসেনাৰ ঋণ পৰিশোধ কৰিছে। ন্যায়ালয়ত বিদূষক আৰু শকাৰৰ মৰিয়ামৰি লাগোঁতে বিদূষকৰ কাষলটিৰপৰা গহনাৰ টোপোলা পৰাত বিচাৰকে সোধা প্ৰশ্নৰ উত্তৰতো তেওঁ সেইবোৰ বসন্তসেনাৰ অলংকাৰ বুলি ক'বলৈ দ্বিধা বোধ কৰা নাই (অথচ বসন্তসেনাৰ মাকে দ্বিধাগ্ৰস্ত হৈ কথা কৈছে)। কাৰণ প্ৰাণ গলেও তেওঁ মিছাৰ আশ্ৰয় লোৱা কথা ভাবিবই নোৱাৰে।

একেদৰে চাৰুদত্তৰ ধৰ্মভীৰুতাও চকুত লগা। তেওঁ নিতৌ দ্বিজজনোচিত সন্ধ্যা-উপাসনা আদি কৰিছিল। দেৱ-দেৱীলৈ পূজা কৰা, বলি আগবঢ়োৱা আদিও কৰিছিল। বিদূষকে পূজা দিব বিপৰীতে কোৱাত তেওঁ কৈছে— "বয়স্য! মা মৈৱম্। গৃহস্থস্য নিত্যোऽয়ং বিধিঃ।

তপসা মনসা বাগ্‌ভিঃ পূজিতা বলিকৰ্মভিঃ।।১।১৬

চাৰুদত্ত বৰ সংস্কৃতিবান আৰু কলাপ্ৰিয় লোক আছিল। শৰ্বিলকে চোৰ কৰিবলৈ তেওঁৰ ঘৰত সোমায়েই তেওঁৰ ঘৰত বিবিধ বাদ্যযন্ত্ৰ দেখা পাইছিল। তদুপৰি তেওঁ ৰেভিলৰ গীতৰ লয়, তাল-মান আদি বিশ্লেষণ কৰি তাৰ প্ৰশংসাত মুখৰিত হৈছিল। আনকি শৰ্বিলকৰ সিন্ধিৰ মাজতো কলাকৃতিৰ নৈপুন্য দৰ্শন কৰিছিল।

তেওঁৰ মানৱ প্ৰেম অতুলনীয়। তেওঁ পত্নী-পুত্ৰৰ প্ৰতিবৰ স্নেহশীল আছিল। গধূলি ল'ৰাটিয়ে ঠাণ্ডা অনুভৱ কৰিব বুলি নিজৰ প্ৰাবাৰকখন (ৰদনিকা বুলি ভাবি) বসন্তসেনাক দি তাৰে মেৰিয়াই ঘৰত শুৱাই থবলৈ কৈছে। আসন্ন মৃত্যুৰ কালত পুত্ৰ মুখ দৰ্শনৰ অভিলাষ কৰিছে— বিদূষকক পুত্ৰৰ আপডাল কৰিবলৈ দি কৈছে—

নৃণাং লোকান্তৰস্থানাং দেহপ্ৰতিকৃতিঃ সুতঃ।
ময়ি যো বৈ তব স্নেহো ৰোহসেনে স যুজ্যতাম্।

সেই সময়ত পুত্ৰৰ হাতত দিবলৈ আন একো বিচাৰি নেপাই গাৰপৰা যজ্ঞোপবীত খুলি পুত্ৰকদি তেওঁ কৈছেঃ

ইদংতৎ স্নেহসৰ্বস্বং সমমাঢ্যদৰিদ্ৰয়োঃ।
অচনন্দনমনৌশীৰং হৃদয়স্যানুলেনম্।। ১০।২৩

শকাৰৰ বিদ্বেষলৈ চাই পুত্ৰৰ অপকাৰ হোৱাৰ সম্ভাবনা দেখি ৰোহসেনক বেগতে ঘৰলৈ গৈ তাৰপৰা মাতৃসহ (ধূতাসহ) আশ্ৰমলৈ যাবলৈ কৈছেঃ

আশ্ৰমংবৎস গন্তব্যং গৃহীত্বাদ্যৈৱ মাতৰম্।
মাত্বয়ি পিতৃদোষেণ ত্বমপ্যেবং গমিষ্যসি।।১০।৬২

চাৰুদত্তৰ বহুমুখী গুণমণ্ডিত চৰিত্ৰত আদৰ্শ প্ৰেমিকৰ চানেকিও দেখা যায়। বসন্তসেনাই যে তেওঁৰ অন্তৰত প্ৰেমৰ দীপশিখা জ্বলাইছিল, তাৰ প্ৰতাপ আনে বৰ কমকৈ জুখিবলৈ পাৰিছিল। তথাপি দুই এষাৰ কথাৰ মাজত তাৰ ধাৰণা নোহোৱা নহয়। বিশেষতঃ নিৰ্ধন অৱস্থাত তেনে প্ৰেমৰ আহ্বানে তেওঁক হয়তো বিপদত পেলাইছিল। সেয়ে কেওঁ কৈছিলঃ

যয়া মে জনিতঃ কামঃ ক্ষীণে বিভৱবিস্তাৰে।
ক্ৰোধঃ কুপুষষ্যেৱ স্বগাত্ৰেস্বেৱ সীদতি।। ১৫৫

শকাৰে বসন্তসেনাক বধ কৰা অপবাদ চাৰুদত্তৰ ওপৰত দিয়াতো তেওঁ বৰ দুঃখ কৰিছিলঃ 'যোऽহং লতাং কুসুমিতামপি' আদিয়ে তাকে ব্যক্ত কৰিছিল।

চাৰুদত্ত নিতান্ত ভাগ্যবাদী লোক আছিল। তেওঁ কৈছিল, বিশ্বাসো কৰিছিল যে-ভাগ্যক্ৰমেণ হি ধনানি ভৱন্তি যান্তি (১/১৩)। তদুপৰি বিবিধ শুভাশুভ নিমিত্তৰ ওপৰতো বিশ্বাস কৰিছিল। সংক্ষেপতে ক'বলৈ হ'লে প্ৰকৰণ শ্ৰেণীৰ ৰূপকৰ ধীৰ প্ৰশান্ত নায়কৰ গাত থাকিবলগীয়া সকলো গুণ চাৰুদত্তৰ আছে বুলিয়ে 'সত্যমেৱ জয়তে নানৃতম্' বোলা উপনিষদ্বাক্যৰ পৰাকাষ্ঠা নাটকৰ মাজেৰে প্ৰতিফলিত হোৱা দেখা যায়।

## বসন্তসেনা

বসন্তসেনা মৃচ্ছকটিক প্ৰকৰণৰ অন্যতমা নায়িকা। নায়িকা ভেদে প্ৰকৰণ তিনি প্ৰকাৰ হয়। নায়িকা যিদৰে স্বকীয়া (কুলস্ত্ৰী), পৰকীয়া (অন্যস্ত্ৰী) আৰু সাধাৰণ-স্ত্ৰী (গণিকা) ভেদে তিনি প্ৰকাৰ হয়। সিদৰে প্ৰকৰণৰ ভেদো তিনি প্ৰকাৰ হয়। কোনো প্ৰকৰণও কুলস্ত্ৰী আৰু সাধাৰণ স্ত্ৰী একেলগে থাকে। মৃচ্ছকটিক এনে শ্ৰেণীৰ প্ৰকৰণ। ইয়াত কুলস্ত্ৰী ধূতাৰ উপৰিও গণিকা বসন্তসেনাও নায়িকাৰূপে বৰ্তমান। গণিকা হ'লৈও তেওঁ নায়কৰ প্ৰতি অনুৰক্তা।

বসন্তসেনা উজ্জয়িনী নগৰৰ অতি ঐশ্বৰ্য্যমণ্ডিতা বাৰাঙ্গনা। বিদূষকে তেওঁক ৰত্নাৱলী হাৰ ভেটিবলৈ গৈ তেওঁৰ অনুপম বৈভৱ দৰ্শন কৰি কৈছে "কিং তাবদ্ গণিকাগৃহম্ অথবা কুবেৰ ভৱন পৰিচ্ছেদ ইতি।"

তেওঁ তৰুণী কামিনী; নগৰৰ ভূষণ স্বৰূপা 'বালাস্ত্ৰিয়ং চ নগৰস্য বিভূষণং চ'। বিটৰ মতে তেওঁ উদাৰতাৰ সোঁত, সৌন্দৰ্য্যত ৰতি, তেওঁ অলংকাৰকো অলংকৃত কৰিবলৈ সক্ষম আৰু সৌজন্যৰ যেন প্ৰৱাহহে।

উদাৰতা, দয়া-দাক্ষিণ্য তেওঁৰ চৰিত্ৰৰ অন্যতম দিশ। জুৱাত হাৰি ঋণবদ্ধ হৈ সভিকৰ হাতত মাৰখাই পলোৱা সংবাহক অচিনাকি হৈও বসন্তসেনাৰ ওচৰত অভয়াশ্ৰয় লাভ কৰে। সংবাহকক ঋণমুক্ত কৰিবলৈ তেওঁ নিজৰ হাতৰ সোণৰ খাৰু সভিকক দিবলৈ দিয়ে। আকৌ চাৰুদত্তৰ ঘৰৰপৰা (ন্যাসৰূপে ৰখা) সোণৰ ভাণ্ড মদনিকাৰ মুক্তিৰ বাবে চুৰি কৰি আনিও শৰ্বিলক তিৰস্কৃত নহৈ বসন্তসেনাৰ হাতত সালংকৃতা কন্যাৰে পুৰস্কৃতহে হ'ল। মদনিকাৰ মুক্তিও সম্ভৱ হ'ল। কাৰণ প্ৰেমাসক্তা নাৰীয়ে সমানধৰ্মাৰ মৰ্ম ব্যথা যেন বুজি পায়।

আকৌ চাৰুদত্তৰ ঘৰত সোণৰ গাড়ীৰ খেলনা বিচাৰি কান্দি থকা ৰোহসেনৰ প্ৰতি তেওঁৰ অন্তৰ স্নেহাদ্ৰ হৈ পৰিছে। ৰোহসেনে তেওঁৰ মাক সালংকৃতা নহয় বুলি কোৱা কথাই তেওঁৰ অন্তৰ পৰশিছে। তেওঁ শৰীৰৰ সকলো অলংকাৰ খুলি মাটিৰ গাড়ীৰ পৰিবৰ্তে সোণৰ গাড়ী গঢ়ি লবলৈ ৰোহসেনৰ নামত অৰ্পণ কৰিছে। তদুপৰি চাৰুদত্তৰ ধৰ্মপত্নী ধূতাৰ প্ৰতি তেওঁ অকণমানো ঈৰ্ষাভাব প্ৰকাশ কৰা নাই। ৰত্নাৱলী হাৰডাল ঘূৰাই দি তেওঁ কৈছে 'অহং চাৰুদত্তস্য গুণনিৰ্জ্জিতা দাসী, যুষ্মাকমপি।'

বেশ্যাৰ ঘৰত জন্মিলেও বসন্তসেনাৰ গাত বেশ্যাজনোচিত কোনো গুণ বা অৱগুণৰ লেশ নাই। বৰঞ্চ কুলস্ত্ৰী আৰু সঁচা প্ৰেয়সীৰ সকলো গুণহে তেওঁ ধাৰণ কৰিছিল। কামদেৱৰ আয়তন বা মন্দিৰত দেখাৰেপৰা চাৰুদত্তৰ প্ৰতি তেওঁৰ হৃদয়ত অনুৰাগ হয়। চাৰুদত্তৰ দৰিদ্ৰতাৰ কথা তেওঁ বাৰুকৈয়ে জানে তথাপি তেওঁ চাৰুদত্তক সৰ্বান্তঃকৰণে ভাল পায়, ধনৰ কাৰণে নহয়, চাৰুদত্তৰ মানৱীয় গুণৰাশিৰ বাবেহে। শকাৰে বাৰে বাৰে তেওঁক প্ৰৰোচিত প্ৰলোভিত কৰিও ফল নেপালে; তেওঁ 'পঠিওৱা গাড়ীও ঘূৰি গ'ল। কিন্তু দুৰ্দিনত গৈ স্বয়ং চাৰুদত্তৰ ঘৰত ওলাল প্ৰেম চৰিতাৰ্থ কৰিবলৈ বুলি। সঁচা প্ৰেমে কোনো বাধা নেমানে। প্ৰথম দিনতে চাৰুদত্তৰ ঘৰত আন্ধাৰ নিশা সোমায় জাতি কুসুমৰ কথা অনুভৱ কৰিছে। সেয়ে তেওঁ চাৰুদত্তৰ চিত্ৰ অঙ্কন কৰি মদনিকাৰে সৈতে তাকে চাই হেপাহ পলুৱাইছিল। চাৰুদত্তক লগ পাবলৈকে ওলাই প্ৰৱহণ মৰণোন্মুখ হৈছিল। সংবাহকৰ শুশ্ৰূষাত সুস্থ হৈও তেওঁ আকৌ প্ৰেমিকৰ ঘৰলৈকে বাট পোনাইছিল। বাটতে চাৰুদত্তৰ বিপত্তিৰ সংবাদ শুনি পোনচাতে তেওঁ বধ্যস্থললৈ গৈ চাৰুদত্তৰ মুক্তিৰ সেতু ৰচনা কৰিছিল। তাকে চাৰুদত্তই প্ৰকাশ কৰি কৈছে—

ত্বদৰ্থ মেতদ্‌বিনিপাত্য মানং দেহংত্বয়ৈব প্ৰতিমোচিতং মে।
অহো! প্ৰভাৱঃ প্ৰিয়সঙ্গমস্য মৃতোऽপি কা নাম পুনৰ্ম্ৰিয়তে।। ১০।৪৩

গণিকা জীৱনৰ প্ৰতি তেওঁৰ মনত সদায় যেন ঘৃণাৰ ভাব আছিল। সেয়ে অৱশেষত ৰজাৰ অনুগ্ৰহত 'বধূ'পদৰ আখ্যা লাভ কৰি তেওঁ কৃত কৃত্য হৈছে।

এনেদৰে বিবেচনা কৰিলে দেখা যায় যে মৃচ্ছকটিকত বসন্তসেনা এজনী অনুপমা সুন্দৰী, যৌৱন সমৃদ্ধা গণিকা হৈও চৰিত্ৰৱতী ভাৰতীয় নাৰীৰ এক আদৰ্শ ৰূপে পৰিগণিত হৈছে। উদাৰ, সৰল, দয়াৱতী, বিদুষী, বুদ্ধিমতী, কুশলিনী, স্নেহৱতী আদি অনেক গুণেৰে গুণান্বিতা হৈ তেওঁ নাৰীৰ উজ্জ্বল চানেকিৰূপে বৰ্তমান। গণিকাৰ কুলত ওপজিও সকলো সজ গুণৰ ভাণ্ডাৰ হোৱা কথা বিটৰ মুখৰে ওলাই পৰিছেঃ

অন্যস্যামপি জাতৌ মা বেশ্যা ভূস্ত্বং হি সুন্দৰি।
চাৰিত্ৰ্যগুণসম্পন্নে জায়েথা বিমলে কুলে।।৮।৪৩

সেই একে সময়তে বিটে কোৱা অন্য বচনৰ কথাও বিবেচনাৰ যোগ্যঃ
দাক্ষিণ্যোদকবাহিনী বিগলিতা, যাতা স্বদেশং ৰতিঃ —
হা হালংকৃতভূষণে সুবদনে ক্ৰীড়াৰসোদ্ভাসিনি।

হা সৌজন্যনদি প্ৰহাসপুলিনে হা মাদৃশামশ্ৰয়ে
হা হা নশ্যতি মন্মথস্য বিপণিঃ সৌভাগ্যপণ্যাকৰঃ ।।৮।৩৮

## বিদূষক মৈত্ৰেয়

আমাৰ (অনুদিত) নাটকৰ বিদুষক মৈত্ৰেয়। পৰবৰ্তী নাটকত প্ৰাপ্ত এই শ্ৰেণীৰ চৰিত্ৰৰ তুলনাত মৃচ্ছকটিকৰ বিদুষকৰ চৰিত্ৰ কিছু সুকীয়া বৈশিষ্ট্যপূৰ্ণ বুলি ক'ব পাৰি। পৰৱৰ্তী নাটকসমূহত অকল হাস্যৰস সৃষ্টিৰ বাবে আৰু নায়কৰ প্ৰেম বাসনা চৰিতাৰ্থ কৰিবলৈকে এই চৰিত্ৰটো সংযোজিত কৰা হয়। কিন্তু মৃচ্ছকটিকত নায়ক চাৰুদত্তৰ সুখ-দুখ, হৰ্ষ-বিষাদৰ সমভাগীৰূপে মৈত্ৰেয়ৰ চৰিত্ৰটি নাটকত সন্নিবিষ্ট কৰিছে। তেওঁৰ কথাৰ মাজত হাস্যৰসৰ ব্যঞ্জনা কমেই বিৰিঙিছে।

মৈত্ৰেয় আন বিদূষকৰ দৰে জন্মত ব্ৰাহ্মণেই। তেওঁ চাৰুদত্তৰ প্ৰকৃত বন্ধু। সুখৰ সময়ত তেওঁ যিদৰে চাৰুদত্তৰ লগৰীয়া আছিল, দুঃখ-দাৰিদ্ৰৰে প্ৰপীড়িত হোৱা সময়তো তেওঁ সিজনৰ প্ৰিয়বয়স্য। এক কথাত তেওঁ চাৰুদত্তৰ 'সৰ্বকালমিত্ৰ'। চাৰুদত্তই যেতিয়া দৰিদ্ৰতাৰ বাবে দুঃখ প্ৰকাশ কৰে, বিদূষকেই তেওঁক আশ্বাস দিয়ে 'ভো বয়স্য! তমেৱাৰ্থকল্যবৰ্তং স্মৃত্বালং সংতাপিতেন।'

মৈত্ৰেয় চাৰুদত্তৰ মনত যাতে কোনো প্ৰকাৰে আঘাত নেলাগে তাৰ বাবেও সচেষ্ট। শকাৰে ৰদনিকাক চুলিত ধৰি আজুৰি উৎপীড়ন কৰা কথা চাৰুদত্তক যাতে জনোৱা নহয় তাৰ বাবে মৈত্ৰেয়ই ৰদনিকাক সতৰ্ক কৰি দিছে। কম বুধীয়া লোক বুলিয়েই তেওঁ বসন্তসেনাৰ অভিপ্ৰায় বুজাত কিছু মন্থৰ। সেয়ে তেওঁ ভাবে যে বসন্তসেনাই চাৰুদত্তৰপৰা টকা-পইচা সৰকাবলৈহে যেন প্ৰেমৰ ফন্দী পাতিছে। বসন্তসেনাৰ পৰা চাৰুদত্তক আতঁৰি আহিবলৈ দিহা দি তেওঁ কৈছিল— 'নিবৰ্ত্যতামাত্মাऽস্মাদ্ বহুপ্ৰত্যবায়াদ্ গণিকা প্ৰসঙ্গাৎ'।

চৰুদত্তৰ প্ৰতি থকা অত্যধিক ভাল পোৱাৰ বাবে তেওঁ ন্যায়ালয়ৰ মাজ মজিয়াত সকলো অনৰ্থৰ মূল শকাৰেৰে সৈতে মৰিয়ামৰিও কৰিছিল। বিচাৰৰ পাছত ৰজাই চাৰুদত্তৰ মৃত্যুদণ্ড বিহা দেখি তেওঁ মৰ্মান্তিক দুঃখ পাইছিল আৰু চাৰুদত্ত অবিহনে তেওঁ জীয়াই থাকিবলৈ নোৱাৰিব বুলি কৈছিল।

বিদূষক মৈত্ৰেয় বৰ ভয়াতুৰ লোক আছিল। গধূলি সময়ত চাৰি আলিৰ মূৰত মাতৃকালৈ এভাগ নৈবদ্য দি আহিবলৈ চাৰুদত্তই তেওঁক কোৱাত তেওঁ যাবলৈ

অমান্তি হৈছে। খণ্ডটো হ'লে তেওঁৰ বেগতে উঠে। শকাৰে ৰদনিকাৰ চুলিত ধৰি উৎপীড়ন কৰাত তেওঁ শকাৰ আৰু বিটক কোবাবলৈ উদ্যত হৈছিল। নৱম অঙ্কতো বিচাৰালয়ত শকাৰৰ ওপৰত ক্রুদ্ধ হৈ দবৰা-দবৰি লগাইছিল। ফলাফল অৱশ্যে বিপৰীত হৈছিল, কাৰণ কাষলতিৰ তলৰপৰা সোণৰ ভাণ্ড পৰি বিচাৰকৰ ৰায় বিচাৰমুখী কৰিছিল।

মহৎলোকৰ সংস্পৰ্শত থাকিলেও বিদূষক সাধাৰণ ব্যক্তিত্বৰ ওপৰলৈ উধাবলৈ সক্ষম হোৱা নাছিল। তেওঁ চাৰুদত্তক কৈছিল যে পূজা কৰিলেও যেতিয়া দেৱ-দেৱী সন্তুষ্ট হোৱা দেখা নাযায় এনেস্থলত পূজা কৰিনো কি লাভ? একেদৰে ন্যাসকৈ থোৱা সোণৰ অলঙ্কাৰৰ সলনি বসন্তসেনাক ৰত্নাৱলী দিয়াটোও তেওঁ অপচন্দ কৰিছিল। অভিসাৰৰ বাবে অহা বসন্তসেনাৰ বিষয়েও তেওঁ প্রশ্ন কৰিছিল 'এওঁনো এই দুৰ্দিনও কিয় আছিল?' বসন্তসেনাই তেওঁৰ ঘৰত ভালদৰে সোধ-পোছ নকৰা বাবেও তেওঁ পেটে পেটে তেওঁক বেয়া পাইছিল। এনেদৰে চালে বিদূষকক অধিক বুদ্ধি থকা লোক যেন নেলাগে; কিন্তু লগ-লগৰীয়াৰ প্ৰতি থকা তেওঁৰ মানৱীয় অনুভূতিৰ অভাৱ নাছিল। আনকি ধুতা আৰু ৰোহসেনৰ প্রতিও তেওঁৰ মন চেনেহৰে সিক্ত আছিল।

## শৰ্বিলক

শৰ্বিলক আছিল ব্ৰাহ্মণ বংশত ওপজা এজন বেছ উৎসাহী যুৱক। তেওঁৰ চৰিত্ৰত বিপৰীত ধৰ্মী গুণবোৰৰ সংমিশ্রণ ঘটিছিল। সৰলতা আৰু দুৰ্বলতা, সজ্জনতা আৰু দুৰ্জনতাৰ সংমিশ্রণ তেওঁৰ চৰিত্ৰত দেখা যায়। ব্ৰাহ্মণৰ ঘৰত জন্ম গ্ৰহণ কৰিও তেওঁ বেশ্যাৰ দাসী মদনিকাক পাবলৈ চৌৰ্য্যবৃত্তি অবলম্বন কৰিবলৈ পাছ নুহুকিছিল। তেওঁ আছিল প্ৰবাসী লোক। ৰেভিলৰ ঘৰতে বাস কৰিছিল। চৌৰ্য্যকৰ্মৰ বিষয়ে তেওঁ যোগাচাৰ্য নামে এজন আচাৰ্য্যৰ অধীনত শিক্ষা গ্ৰহণ কৰিছিল। তেওঁ বিবিধ প্ৰকৰণ লৈ চুৰি কৰিবলৈ গৈছিল।

সাধাৰণ লোকৰ মনত চৌৰ্য্যকাৰ্য্য এক অধম বৃত্তি। কিন্তু শৰ্বিলকে তাক কলা জ্ঞান কৰিছিল। তেওঁৰ মতে ই এক বিশিষ্ট গুণ। টোপনিত পৰা মানুহৰ ঘৰত লোকৰ অজ্ঞাতে সোমাই পৰাৰ্জিত ধন আত্মসাৎ কৰাত কোনো শূৰত্ব বা বীৰত্বৰ লেশ নাই। তথাপি শৰ্বিলকে ইয়াৰ দ্বাৰাও লোকে জীৱিকা অৰ্জন কৰে বুলি কয়।

আনকি ইতিহাসত কথিত দ্ৰোণপুত্ৰ অশ্বত্থামাৰদ্বাৰা সুপ্ত পাণ্ডৱ পুত্ৰসকলৰ নিধনৰ মাজতো তেওঁ চোৰ্য্যৰ দৃষ্টান্ত বিচাৰি পায়। এই কাৰ্য্য বেয়া হ'লেনো অশ্বত্থামাই তাৰ আশ্ৰয় লয় নে?

কামং নীচ মিদং বদন্তু পুৰুষাঃ স্বপ্নে চ যদ্বৰ্ধতে,
বিশ্বস্তেষু চ বঞ্চনাপৰিভৱশ্চৌৰ্য্যং ন শৌৰ্য্যং হি তৎ।
স্বাধীন বচনীয়তাপি হি বৰং বদ্ধো ন সেৱাঞ্জলিঃ
মাৰ্গশ্চৈয নৰেন্দ্ৰসৌপ্তিকবধে পূৰ্বং কৃতো দ্ৰৌণিনা।।৩।১১

ইয়াৰপৰা এইটোও প্ৰতীয়মান হয় যে শৰ্বিলকে লোকে বেয়া বুলিলেও চৌৰ্য্য বৃত্তিক স্বাধীন বৃত্তি বুলিও গ্ৰহণ কৰিছিল। আনৰ তলত আনৰ আজ্ঞাৱহ হৈ চাকৰি কৰাতকৈ স্বাধীনভাবে চৌৰ্য্যবৃত্তি লোৱাটো তেওঁ পছন্দ কৰিছিল।

তথাপি দেখা যায় যে শৰ্বিলকে দুঃসাহসিক কাম কৰিও ভাল পাইছিল। তেওঁৰ চৰিত্ৰত শৌৰ্য্যৰ অভাৱ নাছিল। তেওঁ একাধাৰে বীৰ, সাহসী আৰু প্ৰত্যুৎপন্নমতিও আছিল। চৌৰ্য্য কৰ্ম কৰোঁতে যাতে নাৰীৰ গাত আঘাত নালাগে তালৈও সাৱধানতা অৱলম্বন কৰিছিল। চুৰি কৰি নিয়া অলংকাৰ মদনিকাক দিয়াৰ পাছত মদনিকাই দিয়া পৰামৰ্শ তেওঁ সজভাৱে গ্ৰহণ কৰিছিল। সিন্ধি দিওঁতে জুখিবলৈ অন্য উপাদান নেপায় তেওঁ নিজৰ উপৱীতেৰে সিন্ধিৰ জোখ-মাপ লৈছিল। ব্ৰাহ্মণৰ পুত্ৰই নিতান্ত অনুচিত হ'লেও তাৰ মাজত তেওঁৰ প্ৰত্যুপন্নমতিতাৰ চিহ্ন ৰৈ আছে। তেওঁ লগত সাপৰ বিষ গুচোৱা দৰৱ আৰু টোপনি পৰীক্ষা কৰিবলৈ পোক পৰুৱা লগত লৈ ফুৰিছিল।

শৰ্বিলকৰ চৰিত্ৰৰ অন্য দিশ হৈছে মিত্ৰবাৎসল্য আৰু দুঃসাহসিক শৌৰ্য্য। তেওঁ বন্ধু আৰ্য্যকক কাৰাগাৰৰপৰা মুক্ত কৰি পালকৰ অত্যাচাৰী শাসন ব্যৱস্থা ওফৰাই পেলাইছিল। তেওঁ বধ্যস্থললৈ গৈ চাৰুদত্তৰ ওচৰত পূৰ্বকৃত পাপকৰ্মৰ কথা স্বীকাৰ কৰি পৰম মৈত্ৰিতা পাশত আবদ্ধ হৈছিল। পালকৰ শাসনৰ অন্ত পেলাই আৰ্যকক ৰাজপাট দি শাসন সংস্কাৰ কৰাত তেওঁ চাৰুদত্তৰ সহায় লৈছিল। চাৰুদত্তক 'কুশৱতীৰ অধিকাৰ তথা বসন্তসেনাক 'বধু' পদ দিয়াত তেওঁৰ অৰিহণা আছে। এনেদৰে মৃচ্ছকটিকত শৰ্বিলকৰ চৰিত্ৰই দেশৰ ৰাজনীতি প্ৰভৱান্বিত কৰা দেখা যায়।

## শকাৰ

শকাৰ মৃচ্ছকটিকৰ প্ৰতিনায়ক বা খল নায়ক। তেওঁ ৰজা পালকৰ শ্যালক। তেওঁক সংস্থানক বুলিও জনা যায়। ভৰতে 'শকাৰ' বোলা খল নায়কৰ লক্ষণ এনেদৰে দিছেঃ

উজ্জ্বলবস্ত্ৰাভৰণঃ কুপ্যত্যনিমিত্ততঃ প্ৰসীদতি চ।
অধমো মাগধভাষী শকাৰো বহুবুদ্ধিমান্।।

সাহিত্য দৰ্পণত পোৱা 'শকাৰ'ৰ লক্ষণ মৃচ্ছকটিকৰ প্ৰতি লক্ষ্য কৰিয়েই কৰা যেন লাগেঃ

মদমূৰ্খতাভিমানী দুষ্কুলতৈশ্বৰ্যসংযুক্তঃ।
সোঽয়মনূঢ়াভ্ৰাতা ৰাজ্ঞঃ শ্যালঃ শকাৰ ইত্যুক্তঃ।।

সা. দ. ৩।৫৪

মৃচ্ছকটিকত শকাৰৰ আচৰণলৈ চাই তেওঁৰ নীচ কুলত হোৱা জন্মৰ কথা বুজা যায়। তেওঁ ৰজা পালকৰ ৰক্ষিণী বা উপপত্নীৰ ভায়েক। সেয়ে তেওঁ ৰজাৰ শ্যালক হয় বুলি বৰ অভিমান। সেয়ে এই সামান্য সম্বন্ধৰ তেওঁ দুৰুপয়োগ কৰাও দেখা যায়।

নাটকৰ প্ৰথম অঙ্কতে বিটে তেওঁক 'কানেলী মাত'ঃ বুলিছে। তেনেকৈ বিদূষকেও 'কানেলীপুত্ৰ,' 'কুট্টিনীপুত্ৰ' বুলি নিন্দনীয় মাত মাতিছে। 'কানেলী' শব্দৰ অৰ্থ অবিবাহিতা' আৰু 'কানেলীমাত'ৰ অৰ্থ 'কুমাৰীৰ পুত্ৰ' বা ব্যভিচাৰিণীৰ পুত্ৰ হয়।

ৰজাৰ শ্যালক বুলিয়েই শকাৰে অনেকক অন্যায়-অত্যাচাৰ কৰে আৰু ৰজাৰ সম্বন্ধীয় বুলি ৰাজকৰ্মচাৰী নেলাগে বিচাৰকৰ ওপৰতো অন্যায়কৈ প্ৰভাৱ বিস্তাৰ কৰিবলৈ যত্ন কৰে। নৱম অঙ্কত বিচাৰকে পোনতে তেওঁৰ গোচৰ শুনিবলৈ সন্মত নোহোৱাত তেওঁক ধমকি দি কয় 'মই ৰজাৰ শ্যালক; ৰজাক কৈ আপোনালোকক বৰ্খাস্ত কৰি নতুন বিচাৰক নিয়োগ কৰাম।' এয়ে নহয়, তেওঁ ধন-সম্পত্তিৰ বাবেও বৰাই কৰিছিল। কিন্তু শকাৰ আছিল অশিক্ষিত লোক। তেওঁৰ কথা-বতৰা সদায় অপৰিপাটী, অপ্ৰাসঙ্গিক আৰু অবিনয়সূচক আছিল।

শকাৰ বৰ অস্থিৰ স্বভাৱী লোক আছিল। লগতে তেওঁ দুৰাগ্ৰহী আৰু ভীৰু স্বভাৱৰ আছিল। তেওঁৰ বিচাৰ বিবেচনা কৰাৰ ক্ষমতাও নাছিল। প্ৰতিক্ষণে তেওঁৰ কথা সলনি হৈছিল। তেওঁৰ লগৰীয়া বিট আৰু চেট (স্থাৱৰকক) কেতিয়া কি কৈছিল তাৰ ইয়ত্তা নাছিল। তেওঁ স্থাৱৰকক দেৱালৰ ওপৰেৰে গাড়ী চলাবলৈ আদেশ দি হাঁহিয়াতৰ পাত্ৰ হৈছিল। ঐতিহাসিক পাত্ৰসকলৰ বিষয়ে কোনো জ্ঞান নথকাত তেওঁ যাকে যেনেকৈ ইচ্ছা তেনেকৈ জোৰাই দি কথা কৈছিল। প্ৰথম অঙ্কত বসন্তসেনা চাৰুদত্তৰ ঘৰত সোমোৱাত শকাৰে বসন্তসেনাক লগত নিনিয়াকৈ এখোজো নলৰে বুলি বিটর্ক কৈছিল। এয়া যে তেওঁৰ দুৰাগ্ৰহ বা দুৰাশাৰ চিন তাক নকলেও হয়। আনহাতে নিজৰ গাড়ীত বসন্তসেনাক ছয়া ময়াকৈ দেখি ভয়ত বিতত হোৱা ভীৰুতাৰ দৃষ্টান্তও আছে। অন্তিম অঙ্কত নিজে কৰা অনেক অপৰাধৰ ফলত নতুন ৰজা আৰু ৰাইজৰ বিচাৰত লাঞ্ছনা আৰু মৃত্যুদণ্ডৰ ভয়ত কাতৰ হৈ চিৰকাল হিংসা কৰি অহা চাৰুদত্তৰ চৰণত লৈছিল। এয়া চৰম ভীৰুতাৰ পৰিচায়ক।

শকাৰৰ অন্তৰত মানৱীয় অনুভূতিৰ অভাৱ দেখা গৈছিল। তেওঁ সাপৰ দৰে ক্ৰুৰমতি, বাঘৰ দৰে নির্দয় হোৱাৰ লগতে পাপময় যোজনাত নিজকে ব্যস্ত ৰাখিছিল। প্ৰথম অঙ্কতে তেওঁ মহানুভৱ চাৰুদত্তৰ বিপক্ষে বিষোদ্গাৰ কৰে আৰু চিৰকাল বৈৰী হোৱাৰ ধমকি দিয়ে। অষ্টম অঙ্কত শকাৰে বসন্তসেনাক দেখিয়েই বিট আৰু চেটক বসন্তসেনাক হত্যা কৰিবলৈ প্ৰৰোচিত কৰে। কিন্তু তেওঁলোকৰ এজনেও কুকাৰ্য কৰিবলৈ সন্মত নোহোৱাত শকাৰে দুয়োকে আঁতৰাই পঠিয়ায় আৰু নিজে বলাৎকাৰ কৰি বসন্তসেনাক হত্যা কৰে। বিটে এই ঘটনাৰ নিন্দা কৰাত শকাৰে তেওঁৰ ওপৰতে হত্যাৰ দায়িত্ব আৰোপ কৰে। নৱম অঙ্কত শকাৰে চাৰুদত্তই ধনৰ লোভত বসন্তসেনাক মাৰিছে বুলি বিচাৰালয়ত গোচৰ তৰে। শেষলৈ বিবিধ প্ৰকাৰে প্ৰৰোচিত হৈ বিচাৰকে চাৰুদত্তক দোষী সাব্যস্ত কৰে আৰু ৰজাই মৃত্যু দণ্ড বিহে। বধ্যভূমিতো তেওঁ চাৰুদত্তক মাৰিবলৈ চণ্ডাল দুজনক উচটায়; আনকি পুত্ৰসহ চাৰুদত্তক মাৰিবলৈকো কয়। এনেদৰে শকাৰ যে দুৰ্গুণৰ ভাণ্ডাৰ আছিল তাক দেখা যায়।

## ধূতা

চাৰুদত্তৰ বিবাহিতা পত্নী ধূতা। যদিও তেওঁ মঞ্চত কমেই ওলাইছে, বিজুলীৰ সঞ্চাৰৰ দৰে তেওঁক যি দেখা গৈছে তাতেই বুজা গৈছে যে নাট্যকাৰে তেওঁক সুগৃহিণী আৰু পতিব্ৰতা ভাৰতীয় নাৰীৰ প্ৰতিনিধিৰূপেই চিত্ৰিত কৰিছে। তেওঁ

পতি চাৰুদত্তৰ দুঃখত দুঃখী আৰু সুখত সুখী। শৰ্বিলকে সিন্ধি দি ঘৰত সোমাই সুবৰ্ণভাণ্ড চুৰি কৰি নিয়া সংবাদ পাই তেওঁ দুঃখত ম্রিয়মান হৈছে আৰু বসন্তসেনাৰ ন্যাস আত্মসাৎ কৰা দোষত যাতে গিৰিয়েক লিপ্ত হ'ব নেলাগে তাৰ বাবে তেওঁ ডিঙিৰ ৰত্নাবলী হাৰডালকে বসন্তসেনাক দিবলৈ বিদূষক মৈত্রেয়ৰ হাতত তুলি দিছে। তাকো তেওঁ ৰত্নষষ্ঠীৰ দানৰূপে ব্ৰাহ্মণ মৈত্রেয়ক দিছে। চাৰুদত্তৰ দৰে পত্নী ধূতাও ধৰ্মপ্ৰাণা মহিলা। ৰত্নষষ্ঠীৰ বিহিত দান তাৰে সাক্ষী। তেওঁ যে নির্লোভ তাকো ই প্ৰমাণ কৰে। ষষ্ঠ অঙ্কত চুৰি হোৱা অলংকাৰ উদ্ধাৰ হোৱা বতৰা অৱশ্যে তেওঁ পায়। তথাপি তেওঁ ৰত্নাবলী হাৰ ঘূৰাই নল'লে। আশয় এয়ে যে যি বস্তু তেওঁৰ পতিয়ে প্রেয়সীক ভালপোৱাৰ নিদৰ্শনৰূপে দিছে, তাক তেওঁ ঘূৰাই লোৱা অনুচিত।

চাৰুদত্তই বসন্তসেনাৰে প্ৰণয় কৰিলেও ধূতা কেতিয়াও ক্ষুণ্ণ হোৱা নাই। চাৰুদত্তৰ প্রতি তেওঁৰ ভালপোৱাও সমানে অটুট থকা দেখা যায়। মিছাকৈ বসন্তসেনাৰ হত্যাকাৰী বুলি ন্যায়ালয় আৰু ৰজাই চাৰুদত্তক মৃত্যুদণ্ড বিহাত ধূতাই নিজে জীয়াই থকাৰ আশা ত্যাগ কৰিছে। সেয়ে তেওঁ চাৰুদত্তৰ মৃত্যুৰ সংবাদ পোৱাৰ আগতে চিতা জুই জ্বলাই লৈ তাত আত্মজাহ দিবলৈ আয়োজন কৰিছে। বিদূষক আৰু পুত্র ৰোহসেনে তাত বাধাৰ সৃষ্টি কৰিছে। তথাপি পুত্রৰ বাধাকো নেওচি পাতিব্রত্যৰ খাতিৰতে তেওঁ আত্মজাহ দিবলৈ যত্নপৰ হৈছে। পঞ্চম অংকত বসন্তসেনাই আহি চাৰুদত্তৰ সৈতে নিশা উদ্‌যাপন কৰাত বা দশম অংকত বসন্তসেনাই চাৰুদত্তৰ বধূত্ব পদ লাভ কৰাত ধূতা দেৱীয়ে অকনো সতিনী জনোচিত উৎকণ্ঠা, উদ্বেগ বা ঈৰ্ষাৰ ভাব প্রদর্শন কৰা নাই।

## ভিক্ষু সংবাহক

ভিক্ষু সংবাহকৰ জন্মস্থান মগধৰ পাটলিপুত্র। তেওঁ দেশ চাবলৈ ইচ্ছা কৰি এসময়ত উজ্জয়িনীত উপস্থিত হৈছিল। তালৈ আহি অবস্থাপন্ন চাৰুদত্তৰ ঘৰত সংবাহকৰ চাকৰি গ্ৰহণ কৰে। তেওঁ গা-মালিশ কৰাটোক কলা হিচাপেই শিকিছিল। তাৰেই পাছলৈ জীবিকাৰ পথ প্ৰশস্ত কৰিছিল। এইবোৰ কথা তেওঁ দ্বিতীয় অংকত বসন্তসেনাৰ আগত ব্যক্ত কৰিছিল। পিছলৈ চাৰুদত্ত নির্ধন হৈ পৰাত তেওঁ চাৰুদত্তৰ

ঘৰ ত্যাগ কৰে আৰু জুৱা খেলিবলৈ লয়। এদিনাখন তেওঁ জুৱাত দহটা সোণৰ মোহৰত হাৰিল। জুৱাৰী দুজনে তেওঁক বৰকৈ অপদস্ত কৰা সময়ত দৰ্দুৰকে তেওঁক ৰক্ষা কৰে। তাৰপৰা পলাই তেওঁ বসন্তসেনাৰ আশ্ৰয় লয়। বসন্তসেনাই হাতৰপৰা সোণৰ খাৰু উলিয়াই সভিক মাথুৰ আৰু দ্যূতকৰক দিবলৈ দিয়ে। সংবাহক ঋণমুক্ত হৈ বৌদ্ধধৰ্ম গ্ৰহণ কৰি ভিক্ষু হয়।

প্ৰব্ৰজ্যা গ্ৰহণ কৰাৰ পাছত সংবাহকে এদিন পুষ্পকৰণ্ডক জীৰ্ণোদ্যানত কাপোৰ ধুবলৈ গৈ শকাৰৰ হাতত প্ৰহৃত হয়। কাপোৰ শুকাবলৈ গৈ তেওঁ জীৰ্ণোদ্যানত শুকান গছ পাতৰ তলত অচেতন অৱস্থাত বসন্তসেনাক আৱিষ্কাৰ কৰে আৰু আত্মবিক্ৰয় কৰি হ'লেও বসন্তসনাৰ ঋণৰপৰা মুক্ত হ'ব খোজে। তেওঁ বসন্তসেনাক শুশ্ৰূষা কৰি সুস্থ কৰি তোলে আৰু বৌদ্ধ বিহাৰলৈ লৈ যায়। তাৰপৰা তেওঁ বসন্তসেনাৰ ইচ্ছানুসৰি তেওঁক চাৰুদত্তৰ ঘৰলৈ যোৱাৰ বাটতে চাৰুদত্তৰ বিপত্তিৰ কথা শুনে। তেতিয়া তেওঁ বসন্তসেনাৰ সৈতে বধ্যস্থললৈ যায়। তাৰ ফলত চাৰুদত্তৰ জীৱন ৰক্ষা পৰে। ইতিমধ্যে আৰ্য্যকে ৰাজপাট দখল কৰাত শৰ্বিলকে চাৰুদত্তৰ পৰামৰ্শ মতে অনুসৰি ভিক্ষুক সকলো বৌদ্ধ বিহাৰৰ ওপৰতে অধিকাৰী পদত বহুৱায়।

ভিক্ষুৰ চৰিত্ৰত মানৱীয় গুণৰ পৰিস্ফুৰণ সততে বিদ্যমান। জীৱিকাৰ বাবে হাবাথুৰি খাই অন্তত তেওঁ বৌদ্ধ-ধৰ্ম দৰ্শনৰ পৰমভক্ত হৈ পৰে।

## মৃচ্ছকটিকৰ বৈশিষ্ট্য

সমগ্ৰ সংস্কৃত সাহিত্যৰ বুৰঞ্জীত মৃচ্ছকটিকে এক মহত্বপূৰ্ণ স্থান অধিকাৰ কৰি আছে। সংস্কৃত সাহিত্যত পোৱা জনপ্ৰিয় নাটক কেইখনমানৰ ভিতৰত ইও এখন। ভাসৰ স্বপ্নবাসৱদত্তা, কালিদাসৰ অভিজ্ঞানশাকুন্তলম্, ভৱভূতিৰ উত্তৰ-ৰামচৰিত আৰু বিশাখদত্তৰ মুদ্ৰাৰাক্ষসৰ দৰেই মৃচ্ছকটিকৰ খিয়াতি দেশে-বিদেশে ৰজনজনা। সেয়ে প্ৰধান ভাৰতীয় ভাষাসমূহৰ উপৰিও অনেক বিদেশী ভাষালৈ ইয়াৰ অনুবাদো হৈছে। অৱশ্যে প্ৰকৰণখনৰ কেতবোৰ স্বকীয় বিশেষত্ব বা বৈশিষ্ট্য আছে, যিবোৰৰ কাৰণে ইয়াৰ জনপ্ৰিয়তা বাঢ়িছে। সেইবোৰ হ'লঃ

(১) মৃচ্ছকটিক এখন সামাজিক নাটক। ইয়াত মধ্যমবৰ্গৰ কাহিনী বৰ্ণিত হৈছে। উজ্জয়িনী নগৰৰ মধ্যমবৰ্গীয় সমাজখনৰ দোষ-গুণ নাটকখনৰ মাজেৰে

তুলি ধৰা হৈছে। চোৰ, জুৱাৰী, শঠ, ৰাজকৰ্মচাৰী, ভিক্ষু, আৰক্ষী, অন্য ঘৰুৱা কৰ্মচাৰী, গণিকা, চণ্ডাল, উদাৰ চৰিত দৰিদ্ৰ লোকৰ কথাই নাটকৰ শতকৰা ৯০/৯৫ ভাগ ঠাই দখল কৰিছে। গতিকে ইয়াত জন-গণৰ অনেকৰ সুখ-দুখ, হৰ্ষ-বিষাদ, প্ৰেম-বিৰহ, নীতি-অনীতি, আচাৰ ব্যৱহাৰ, ধৰ্ম বিশ্বাস আদিও প্ৰকাশিত হৈছে।

(২) প্ৰায়বোৰ সংস্কৃত নাটকতে জন-প্ৰতিনিধিত্ব মূলক (Type characters) চিত্ৰন দেখা পোৱা যায়। দেৱ-দেৱী বা ৰজা ৰাণীৰ প্ৰেমগাথাৰ চৰ্বিত-চৰ্বণ প্ৰায়বোৰ নাটকতে বিদ্যমান। তাৰ মাজতে দুই চাৰিখন নাটকে যুগান্তকাৰীৰূপ লাভ কৰিছে। কিন্তু মৃচ্ছকটিক একমাত্ৰ চৰিত্ৰ প্ৰধান নাটক। ইয়াত 'টাইপ কেৰেক্টাৰ' বা সমাজৰ শ্ৰেণীবিশেষক প্ৰতিনিধিত্ব কৰা চৰিত্ৰ নাই। ৰজা বা ৰাজদ্ৰোহৰ কথা আধিকাৰণিক নহৈ প্ৰাসঙ্গিকৰূপে আহি পৰিছে মাত্ৰ। ইয়াত চিত্ৰিত প্ৰায় ডেৰকুৰি পাত্ৰ-পাত্ৰীৰ চৰিত্ৰ স্বকীয় ব্যক্তিত্বৰ ছাপেৰে চিহ্নিত। এই ফালৰপৰা চাবলৈ গ'লে নাট্যকাৰক ইংৰাজ নাট্যকাৰ শ্বেক্সপীয়েৰৰ সমধৰ্মী বুলিব পাৰি।

(৩) মৃচ্ছকটিকৰ ঘটনাপুঞ্জ প্ৰৱাহশীল বা গতিপূৰ্ণ। দুই এঠাইৰ কথা এৰি বাকী গোটেই নাটকৰ প্ৰবাহ ক্ষিপ্ৰ গতিত আগবঢ়াই নিয়া হৈছে। নাট্যকাৰে পালকৰ চৰিত্ৰ মঞ্চলৈকে নানিলে; আৰ্য্যকক বন্দীত্বৰপৰা সাৰি যোৱাটোও প্ৰসঙ্গক্ৰমেহে দেখুৱালে। ৰাজনৈতিক অৱস্থা আৰু সামাজিক পৰিস্থিতি সুন্দৰভাবে মিলোৱা হৈছে। ইটোৱে সিটোৰ বাধকৰূপে ক'তো থিয় হোৱা নাই।

(৪) মৃচ্ছকটিকৰ সংলাপ সহজ-সৰল, চমু আৰু স্বকীয় কালিকাৰে সমৃদ্ধ। তাৰ মাজত অৱশ্যে বাগ্মিদগ্ধতা আৰু ব্যঙ্গভাব নাই। বিদূষকৰ বেশ্যাগৃহৰ বৰ্ণনা আৰু বিট-বসন্তসেনাৰ বৰ্ষা-বৰ্ণনাহে কিছু আমনি লগা হৈছে।

(৫) প্ৰকৰণখনিত নীতিগতভাবে সম্ভোগ আৰু বিপ্ৰলম্ভ শৃঙ্গাৰে প্ৰাধান্য কৰিলেও ব্যাঙ্গাত্মক হাস্যৰস সহ অন্য ৰসৰ পৰিস্ফুৰণো তাত বিৰিঙিছে। কিন্তু অঙ্গীৰস হ'লেও সম্ভোগ শৃঙ্গাৰে কালীদাসীয় ৰূপ লোৱাগৈ নাই।

(৬) মৃচ্ছকটিকৰ সংলাপৰ দৰে ভাষাশৈলীও বেচ সহজ সৰল। পাত্ৰ অনুযায়ী ভাষা বিহিত হৈছে। ইয়াত সহজ সংস্কৃতৰে সৈতে অনেকবোৰ প্ৰাকৃতৰ ব্যৱহাৰ হৈছে। শৌৰসেনী, আৱন্তিজা, প্ৰাচ্যা, মাগধী, শকাৰী চাণ্ডালী, ঢক্কী আদি বিবিধ প্ৰকাৰৰ প্ৰাকৃত নাৰী পাত্ৰী, বীৰক-চন্দনক, বিদূষক, সংবাহক, শকাৰ, চণ্ডাল, দ্যূতকৰ, মাথুৰ আদিৰ সংলাপত ব্যৱহৃত হৈছে। এই ফালৰপৰা প্ৰকৰণ খন ভাষাতত্ত্বৰ ছাত্ৰৰ বাবেও এক খোৰাক বুলিব পাৰি।

(৭) মৃচ্ছকটিকত অনেক স্মৰণীয় কাব্যখণ্ড আৰু সূক্তি সিচৰিত হৈ ৰৈছে। সিবোৰে কৱিজনৰ সমকালীন সমাজত প্ৰচলিত ফকৰা-যোজনা নীতি-প্ৰৱচনৰ অনেক খিনি সামৰি লৈছে। জুৱাৰী, চণ্ডাল, চোৰ আদিৰ কথাৰ মাজত জনজীৱনৰ (চহাজীৱনৰ) চিত্ৰও প্ৰতিফলিত হৈছে।

(৮) প্ৰকৰণখনে সমাজত বৌদ্ধ আৰু হিন্দু-দুয়োধৰ্মৰে সমান প্ৰভাৱ থকা কথা প্ৰমাণ কৰে। চাৰুদত্তৰ আচৰণৰ মাজেৰে ব্ৰাহ্মণ্যধৰ্মৰ বিশেষত্ব দেখাৰ লগতে ভিক্ষু সংবাহকৰ আচৰণৰ মাজেৰে বৌদ্ধধৰ্মৰ কথা চকুত পৰা হৈছে।

(৯) নাটকত ৰাষ্ট্ৰবিপ্লৱৰ কথাৰ লগতে ব্ৰাহ্মণ-বেশ্যাৰ মিলনৰদ্বাৰা সামাজিক বিপ্লৱৰ সূচনাত কৰিছে। চিৰাচৰিত জাতিবাদৰ কথা তাচপাতৰ ঘৰৰ দৰে উফৰি পৰিছে। বেশ্যা বসন্তসেনাই চৰিত্ৰৰ বলত 'বধূ' পদ লাভ কৰিছে। মদনিকাৰ প্ৰেমত পৰি কুলীন ব্ৰাহ্মণৰ ল'ৰা শৰ্বিলকে চৌৰ কৰ্মত প্ৰবৃত্ত হৈছে। সমাজত ব্যক্তি চৰিত্ৰৰ কতো অধোন্নতি হোৱাৰ লক্ষণ দেখা গৈছে।

দহ অঙ্ক বিশিষ্ট এই প্ৰকৰণখন অনেকবোৰ বিশিষ্ট গুণেৰে অন্বিত হ'লেও ইয়াৰ মাজত যে দোষ-ত্ৰুটী নাই এনে নহয়। চন্দ্ৰত থকা কলঙ্কৰ দৰে ইয়াতো কেতবোৰ দোষ আছে। তাৰে কেইটিমানলৈ আঙুলিয়াই দিব পাৰিঃ

(১) ১ম অঙ্কত বসন্তসেনাৰ ঘৰলৈ যাবলৈ আৰু তাৰপৰা উভতিবলৈ চাৰুদত্তৰ ক্ষন্তেকো সময় নালাগিল। যাওঁ বুলিয়েই ওলাই গৈ চাৰুদত্তই 'ইদংভৱত্যা গৃহম্' বুলি বসন্তসেনাক ঘৰ দেখুৱাই দিলে। (২) তেনেকৈ ২য় অংকত সংবাহকে বসন্তসেনাৰ কৃপাপাত্ৰ জুৱাৰীৰপৰা ঋণমুক্ত হৈয়েই যেন ততালিকে ভিক্ষু হৈ পৰিল আৰু হাতীৰ আক্ৰমণৰপৰা তেওঁক ৰক্ষা কৰি আহি (ঋণমুক্ত কৰা অৱস্থাতে আসীনা) বসন্তসেনাক তাৰে বৃত্তান্ত শুনালেহি। প্ৰকৃততে এনে ঘটনা ঘটিবলৈ কিছু মধ্যৱৰ্ত্তী সময়ৰ আৱশ্যক। (৩) তৃতীয় অংকত ভূপোৱা যায় যে চাৰুদত্তৰ গায়ক বন্ধু ৰেভিলৰ ঘৰতে থাকে শৰ্বিলক। তথাপি যেন তেওঁ চাৰুদত্তৰ দাৰিদ্ৰ্যৰ কথা নেজানি ধনৰ বাবে চাৰুদত্তৰ ঘৰত বেৰ কাটি সোমাইছেহি। ইও আশ্চাৰ্য্যৰ কথাই। (৪) ৪ৰ্থ অংকত বিদূষকৰ দীঘলীয়া স্বৰ্গতোক্তিৰ মাজেৰে বসন্তসেনাৰ সমস্ত ভৱনৰ বৰ্ণনা শুনোৱাটো আমনিদায়কেই নহয় নাট্যশাস্ত্ৰীয় দৃষ্টিত নাট্যগতিৰ বাধকো হৈছে। (৫) ৬ষ্ঠ অংকত বসন্তসেনাৰ টোপনি নৌভাগোতেই ব্ৰাহ্মমুহূৰ্ত্ততে উঠি চাৰুদত্তই পুষ্প কৰণ্ডক জীৰ্ণোদ্যানলৈ যোৱাৰ কোনো কাৰণ দৰ্শোৱা নাই। (৬) স্থাৱৰক চেটৰ গাড়ীৰে পোনেতে গৈও বসন্ত সেনাই পুষ্প কৰণ্ডক উদ্যানত পলমকৈহে গৈ পালে

(বাটত কোনো বাধাও পোৱা নাই); অথচ পাছত বৰ্ধমানক চেটৰ গাড়ীৰে গৈ আৰ্যকে বাটত আৰক্ষীৰ হাতত বাধাপ্ৰাপ্ত হৈও বসন্তসেনাতকৈ আগতে উদ্যানও উপস্থিত হ'ল। এইটোৱে ঘটনা প্ৰৱাহৰ গতিৰ তাৰতম্যৰ ইঙ্গিত কৰে। (৭) তদুপৰি একেখন জীৰ্ণোদ্যানতে এহাতে চাৰুদত্তই শৰণাগত আৰ্য্যকক নিজ গাড়ীত বহুৱাই আতৰাই পঠোৱা দেখুৱা হৈছে, আনহাতে শকাৰে বসন্তসেনাক বলাৎকাৰ কৰি বাহুপাশেৰে ডিঙি মুচৰি মৰা দেখুৱা হৈছে। অথচ শকাৰে আৰ্যকৰ পলায়নৰ বতৰা নাজানে আৰু চাৰুদত্তই বসন্তসেনাক বলাৎকৰা কৰা কথাৰ সম্ভেদ নাপায়। এয়াও সম্ভৱ নে? তেনে প্ৰশ্ন হোৱা স্বাভাৱিক। (৮) নৱম অংকত চাৰুদত্তৰ সত্যকথা মুকলিকৈ কোৱাৰ অনাগ্ৰহো আশ্চৰ্য্যৰ কথা। বিচাৰকে চাৰুদত্তৰ নিৰ্দোষিতাৰ কথা জানিও তেওঁক সঁচা কথা ক'বলৈ বাৰে বাৰে আহবান জনায়ো তেওঁৰ মুখৰপৰা বসন্তসেনাৰ বিষয়ে বা অলংকাৰ সম্বন্ধে সবিশেষ তথ্য উলিয়াবলৈ অসমৰ্থ হয়। বিদূষকেও অলংকাৰ ক'ত পাইছিল তাক ব্যাখ্যা নকৰিলে। তেওঁলোকৰ মৌনভাৰ সুযোগতে শকাৰে চাৰুদত্তক দোষী বুলি ঠাৱৰাবলৈ বল পাইছে। সৎ হলেও সত্যৰ দ্বাৰোৎঘাতন নকৰি থকাতোত চাৰুদত্তৰ সত্যপ্ৰিয়তাৰ অপলাপ হোৱা যেন হৈছে। (৯) দশম অংকটোত অনেক ঘটনা ঘটা দেখুৱা হৈছে। চাৰুদত্তৰ বধ্যভূমি যাত্ৰা, বিদূষক ৰোহসেনৰ আগমন, শকাৰ-চেটৰ কাজিয়া, ভিক্ষা আৰু বসন্তসেনাৰ আগমন, শৰ্বিলকৰ আগমন, আৰ্যকৰ ৰাজ্যলাভ, শকাৰক ক্ষমা দান, ধূতাৰ অগ্নিপ্ৰৱেশৰ চেষ্টা আৰু বাৰণ, তথা বসন্তসেনাৰ বধূত্ব পদ লাভ আদিৰে এটা অংক সমাকীৰ্ণ হোৱাত নাট্যশাস্ত্ৰীয় দৃষ্টিৰে ঔচিত্যৰ প্ৰশ্ন উঠিব পাৰে।

অবান্তৰ কথাৰ বাহুল্যই নাটকখন অনাৱশ্যকভাৱে দীঘলীয়া কৰা যেন লাগে। তথাপি, এনেবোৰ দোষ থকা স্বত্ত্বেও প্ৰকৰণখন সৰ্বসাধাৰণৰ বাবে বেচ উপভোগ্য হৈ আছে। ভাব-ভাষা, সংলাপ, সূক্তি, অলংকাৰ আৰু ছন্দ আদিৰ সুবিহিত প্ৰয়োগে নাটকখনৰ কাব্যিক সৌন্দৰ্য আৰু সাহিত্যিক মূল্য বঢ়াইছে। অৱশ্যে ঠায়ে ঠায়ে ছন্দৰ বৰ্ণনা ভাৰাক্ৰান্ত নোহোৱা নহয়। নাট্যকাৰৰ সামাজিক আৰু মানৱীয় অনুভূতিয়ে প্ৰকৰণ খনক বিশ্বসাহিত্যৰ অনুপম ৰত্নৰ শাৰীলৈ তুলিছে।

# পাত্র-পৰিচয়

## (পুৰুষ-পাত্ৰ)

১। সূত্ৰধাৰ-- প্ৰধান ভাওৰীয়া।
২। চাৰুদত্ত-- উজ্জয়িনী নিবাসী। যুবা ব্ৰাহ্মণ সাউদ, নায়ক।
৩। মৈত্ৰেয়-- চাৰুদত্তৰ বন্ধু।
৪। শকাৰ-- ৰজা পালকৰ শ্যাল। প্ৰতিনায়ক।
৫। বিট-- শকাৰৰ সহযোগী।
৬। স্থাৱৰক চেট-- শকাৰৰ ভৃত্য।
৭। সংবাহক -- চাৰুদত্তৰ শৰীৰ-মালিশ কৰা ভৃত্য, জুৱাৰী, বৌদ্ধ সন্ন্যাসী।
৮। মাথুৰ-- প্ৰধান জুৱাৰী।
৯। দৰ্দুৰক-- অন্য জুৱাৰী।
১০। দ্যূতকৰ-- অন্য জুৱাৰী।
১১। শৰ্বিলক-- ব্ৰাহ্মণ যুৱক, আৰ্যকৰ বিশ্বস্ত বন্ধু, বিদ্ৰোহী নেতা।
১২। ৰোহসেন-- চাৰুদত্তৰ পুত্ৰ।
১৩। বৰ্ধমান চেট-- চাৰুদত্তৰ ভৃত্য।
১৪। আৰ্য্যক-- গোপালৰ পুত্ৰ, নতুন ৰজা।
১৫। বকুল-- বেশ্যা পুত্ৰ।
১৬। কুম্ভীলক-- বসন্তসেনাৰ সেৱক।
১৭। বিট -- বসন্তসেনাৰ সহচৰ।
১৮। পালক-- উজ্জয়িনীৰ ৰজা।
১৯। বীৰক-- নগৰ ৰক্ষক।
২০। চন্দনক-- নগৰ ৰক্ষক।
২১। শোধনক-- বিচাৰালয়ৰ কৰ্মচাৰী।
২২। অধিকৰণিক-- বিচাৰপতি।
২৩। শ্ৰেষ্ঠী-- বিচাৰ-সহায়ক।
২৪। কায়স্থ-- লেখ সহায়ক।
২৫। চণ্ডালসকল-- ।

## (মঞ্চত অদৃশ্য পুৰুষ-পাত্ৰ)

১। পালক — উজ্জয়িনী ৰজা।
২। ৰেভিল — সুগায়ক, চাৰুদত্তৰ বন্ধু।
৩। জূৰ্ণবৃদ্ধ — চাৰুদত্তৰ বন্ধু।
৪। সিদ্ধ — ভৱিষ্যদ্ বক্তা।

## (স্ত্ৰী-পাত্ৰীসকল)

১। নটী — সূত্ৰধাৰৰ পত্নী
২। বসন্তসেনা — উজ্জয়িনী প্ৰসিদ্ধ গণিকা, নায়িকা।
৩। মদনিকা — বসন্তসেনাৰ প্ৰিয়দাসী; শৰ্বিলকৰ প্ৰেয়সী।
৪। চেটী — বসন্তসেনাৰ দাসী।
৫। ধূতা -- চাৰুদত্তৰ ধৰ্মপত্নী।
৬। ৰদনিকা— চাৰুদত্তৰ গৃহদাসী।
৭। বৃদ্ধা — বসন্তসেনাৰ মাতৃ।
৮। ছত্ৰধাৰিণী — বসন্তসেনাৰ পৰিচাৰিকা।

ওঁ শ্ৰীশ্ৰীগণেশায় বিঘ্নহৰায় নমঃ

# মৃচ্ছকটিকম্

## প্ৰথম অঙ্ক

## নান্দী

পৰ্যাঙ্ক নামে যোগাসনত সন্ধিস্থল বান্ধ খোৱাত দ্বিগুণিত (হোৱা) সাপৰ কুণ্ডলীৰে যাৰ জানুদ্বয় আবদ্ধ হৈছে, শৰীৰৰ অভ্যন্তৰৰ প্ৰাণবায়ুসমূহ নিৰোধৰ ফলত সকলো জ্ঞান বিলুপ্ত হোৱাত যাৰ ইন্দ্ৰিয়সমূহ নিৰুদ্ধ হৈছে, যিজনে তত্ত্ব দৃষ্টিৰে ইন্দ্ৰিয়সমূহৰ কাৰ্য নিৰোধ কৰি নিজৰ আত্মাত আন সকলো আত্মাক দৰ্শন কৰিছে আৰু নিৰ্গুণ ব্ৰহ্মাত লীণ হোৱা বাবে উদাস দৃষ্টি হোৱা সম্ভুৰ নিৰ্গুণ সমাধিয়ে আপোনালোকক ৰক্ষা কৰক।১

আকৌ, য'ত গৌৰীৰ বাহুলতাই বিজুলীৰ ৰেখাৰ দৰে শোভা পাইছে, শ্যামল (সজল) মেঘৰ দৰে নীলকণ্ঠ (শিৱৰ) সেই কণ্ঠই আপোনালোকক ৰক্ষা কৰক।২

(নান্দী-গীতৰ পাছত)

**সূত্ৰধাৰ**— উপস্থিত পৰিষদৰ সভ্যসকলৰ অভিনয় চোৱাৰ হেপাহক হানি-বিঘিনি কৰিব পৰা এই (নান্দী গীত গোৱাত) অধিক আয়াসৰ প্ৰয়োজন নাই। সেয়ে, সুধীসকলক নমস্কাৰ জনাই মই এনেদৰে জনাবলৈ খোজোঁ যে আমি (ইয়াত আজি) মৃচ্ছকটিক নামে প্ৰকৰণ (শ্ৰেণীৰ নাটক) এখন প্ৰয়োজনা কৰিবলৈ পাণ্ডিছোঁ।

বাৰুকৈয়ে এই নাটকৰ কবিজন হৈছে—

গজৰাজৰ দৰে গতিশীল, চকোৰৰ দৰে (আকৰ্ষণীয়) চকুৰে, পূৰ্ণিমাৰ জোনৰ দৰে (যাৰ) মুখ, সুগঠিত শৰীৰৰে, বিপুল শক্তিশালী ক্ষত্ৰিয়সকলৰ মাজত শ্ৰেষ্ঠ শূদ্ৰক নামে সুখ্যাত কৱি (আছিল)।৩

আকৌ, তেওঁ ঋগ্বেদ, সামবেদ, গণিত, বৈশিকী (কামশাস্ত্ৰৰ) কলা, হস্তিবিদ্যা আদি সম্যকভাবে জানিলৈ শিৱৰ অনুগ্ৰহত অজ্ঞান-অন্ধকাৰ নেওচিব পাৰা (দিব্য)

দৃষ্টি লাভ কৰিছিল। পৰম বিক্ৰমেৰে অশ্বমেধ যজ্ঞ সম্পন্ন কৰি পুত্ৰৰ ৰাজাভিষেক চাই, দহদিন অধিক পূৰ্ণ এশ বছৰ আয়ু লাভ কৰি (এই কৱি) শূদ্ৰকে অগ্নিত প্ৰৱেশ কৰিছিল।৪

আকৌ এই শূদ্ৰক আছিল সমৰপ্ৰিয়, প্ৰমাদৰহিত বেদজ্ঞসকলৰ আগৰণুৱা, তপোধন, সদায় শত্ৰুৰ শ্ৰেষ্ঠ হাতীৰে বাহুযুদ্ধ কৰি ভালপোৱা ৰজা।৫

এই কৱিকৃত কৃতিত আছে—

অৱন্তীপুৰীত (উজ্জয়নীত) চাৰুদত্ত নামে এজন ডেকা অথচ দৰিদ্ৰ ব্ৰাহ্মণ সাউদে বাস কৰিছিল। তেওঁৰ গুণত ভোল যোৱা বসন্তঋতুৰ শোভাৰ দৰে শোভনীয় বসন্তসেনা নামে গণিকাও তাত আছিল।৬

ৰজা শূদ্ৰকে এই দুজনৰ প্ৰণয়-উৎসৱক কেন্দ্ৰ কৰি নীতিৰ প্ৰচাৰ, দুষ্টৰ ব্যৱহাৰ, খলুৱালোকৰ স্বভাৱ কাল (নিয়তিৰ) বিধান আদি বৰ্ণনা কৰিছে।৭

## (পৰিক্ৰমা কৰি দেখা পাই)

উৰা, এয়া আমাৰ সঙ্গীতশালা একেবাৰে শূন্য; অভিনেতা-অভিনেত্ৰীসকল গ'ল কলৈ? (বিশেষভাৱ চিন্তা কৰি) অ' বুজিছোঁ।

পুত্ৰহীনৰ ঘৰ উদং, যাৰ সজবন্ধু নাই তেনেজনৰ চিৰকাল ঘৰ উদং, মূৰ্খজনৰ দশোদিশ তেনেই উদং আৰু দৰিদ্ৰজনৰ সকলো ফালে উদং।৮

মইতো গীত গাই আঁতালোঁ। এনেকৈ বহুসময় ধৰি সঙ্গীত চৰ্চা কৰি গৰমৰ দিনত সূৰ্য্যৰ তাপত পদুমৰ বীজ শুকোৱাৰ দৰে ভোকতে মোৰ চকু দুটা খচ্‌খচাইছে। গতিকে পুৱাবেলাৰ কিবা ভোজন আছে নে নাই, গৃহিণীক মাতি সুধি লওচোন। প্ৰয়োজনৰ তাগিদাত আৰু অভিনয়ৰ প্ৰয়োজনত এয়া মই প্ৰাকৃত-ভাষী হৈ পৰিছোঁ এতিয়া।

হায় হায়! বহুখিনি সময়জুৰি সঙ্গীতৰ অনুশীলন কৰা হেতুকে শুকাই যোৱা পদুমৰ ঠাৰিৰ দৰে ভোকতে মোৰ অঙ্গবোৰ মোলান পৰিছে। গতিকে, গৃহিণীয়ে কিবা ভোজন তৈয়াৰ কৰিছে নে নাই ঘৰলৈ গৈ জানি লওঁ। (পৰিক্ৰমণ কৰি, চাই) এয়া যে আমাৰ ঘৰ। ইয়াত প্ৰৱেশ কৰোঁ। (প্ৰৱেশ কৰি, চাই) আচৰিত! আমাৰ ঘৰতচোন আন প্ৰকাৰৰ আয়োজন চলিছে। বাটচোৱাত চাউল ধোৱা পানী বৈ পৰিছে; লোৰ কেৰাহী (মাজিবলৈ) ঘূৰোৱা-পকোৱা কৰোঁতে কলা দাগ লগা মাটিখিনি কলা ফোট কপালত লগোৱা যুৱতীৰ দৰে শোভা পাইছে। (পাকঘৰৰপৰা অহা)

স্নিগ্ধগোন্ধে মোৰ পেটৰ ভোক অধিককৈ বঢ়াইছে। তেনেহ'লে পূৰ্বপুৰুষে আৰ্জি থোৱা সোলেঙ্ ওলোৱা নাইতো? অথবা ময়েই ভোকত আতুৰ হৈ গোটেই জীৱ জগৎ অন্নময় যেন দেখিছোঁ নে কি? কিন্তু ঘৰত পুৱাৰ ভোজন একো যে দেখা নাই। এইফালে ভোকৰ জ্বালাত মোৰ প্ৰাণ যায় যেন লাগিছে; ইয়াতে আকৌ অন্য কিবাৰ হে আয়োজন দেখিছোঁ। এজনীয়ে ৰং বাটিছে; আন এজনীয়ে ফুলৰ মালা গাঁথিছে। (চিন্তা কৰি) এয়া নো কি ঘটিছে? হওক। গৃহিণীক মাতি আচল কথাটো জানি লওঁ। আৰ্যে, এইফালে আহা।

নটী — (প্ৰৱেশ কৰি) আৰ্য, এয়া আহিছোঁ।

সূত্ৰধাৰ — আৰ্যে, তোমাক শুভেচ্ছা জনাইছোঁ।

নটী - আৰ্যই আদেশ কৰক, এতিয়া মই কি কৰিম?

সূত্ৰধাৰ — আৰ্যে, ('বহু সময় ধৰি সঙ্গীত চৰ্চা কৰি' ইত্যাদি পাঠ কৰি) আৰ্যে আমাৰ ঘৰত কিবা খোৱা বস্তু আছে নে?

নটী — আৰ্য, সকলো আছে।

সূত্ৰধাৰ — কি কি নো আছে?

নটী — যেনে, গুড়ৰ পায়স, দৈ, ঘী, চাউল — আৰ্যই খাবলগীয়া সৰস বস্তু আছে। এনেকৈ আপোনাৰ দেৱতাই (ওপৰোক্ত বস্তুবোৰ পাবলৈ) আশীৰ্বাদ দিয়ক।

সূত্ৰধাৰ — তেনেহ'লে আমাৰ ঘৰত সকলো বস্তু আছে? নে তুমি পৰিহাস কৰিছা?

নটী — (নিজে নিজে) তেনেহ'লে পৰিহাস কৰোঁ। (প্ৰকাশ কৰি) আৰ্য, দোকানত আছে।

সূত্ৰধাৰ — (খঙ কৰি) আঃ অনাৰ্যে, এইদৰে তোৰো আশা ছেদ হ'ব। অভাৱত পৰিবি। মাটিৰ লডিৰ দৰে ওপৰলৈ তুলি এনেকৈ তলত পেলাই দিলি।

নটী — ক্ষমা কৰক, আৰ্য ক্ষমা কৰক। এয়া মাত্ৰ ধেমালিহে।

সূত্ৰধাৰ — এইয়া আকৌ নতুন আয়োজন কিহলৈ হৈছে। এজনীয়ে ৰঙৰ (বটান) বাটিছে, আন এজনীয়ে ফুলৰ মালা গাঁথিছে। এই মাটিডোখৰ আকৌ পাঁচ ৰঙৰ ফুলেৰে জাতিষ্কাৰ কৈ সজোৱা হৈছে!

নটী — আজি উপবাস খাটিছোঁ।

সূত্ৰধাৰ — এই উপবাসৰ (ব্ৰতৰ) নাম কি?

নটী — ইয়াৰ নাম 'অভিৰূপপতি' (ব্ৰত)।

সূত্ৰধাৰ — আৰ্যে, ইহলোকত হ'বলগীয়া নে পৰলোকত ?

নটী — আৰ্য, পৰলোকত হ'বলগীয়া।

সূত্ৰধাৰ — (খঙতে) চাওক, চাওক উপস্থিত সজ্জন! মোৰ ভাত খাই এইজনীয়ে পৰলোকত ভতাৰ বিচাৰিছে।

নটী — প্ৰসন্ন হওক, প্ৰসন্ন হওক! জন্মান্তৰতো আপুনিয়ে মোৰ স্বামী হ'ব (বুলিহে উপবাস কৰিছোঁ)।

সূত্ৰধাৰ — তোমাক এই উপবাস ব্ৰত কোনে পালিবলৈ দিহা দিছে?

নটী — আৰ্যৰ প্ৰিয় বন্ধু চূৰ্ণবৃদ্ধই (জুৰ্ণবৃদ্ধই)।

সূত্ৰধাৰ — (খঙতে) আঃ দাসীৰ পো চূৰ্ণবৃদ্ধ। ৰজা পালকে ক্ৰুদ্ধ নবোৱাৰীৰ সুগন্ধ চুলিৰ দৰে কেতিয়া তোক কাটি পেলাব তাকে চাবলৈ বাট চাই আছোঁ।

নটী — আৰ্য প্ৰসন্ন হওক। আপোনাকে পৰজনমত পতিৰূপে পাবলৈ এই উপবাস ব্ৰত পালিছোঁ। (এইদৰে কৈ ভৰিত পৰে।)

সূত্ৰধাৰ — আৰ্যে উঠা উঠা! কোৱাচোন এতিয়া এই উপবাস ব্ৰতত কি কি কৰিবলগীয়া আছে?

নটী — আমাৰ অৱস্থাৰ অনুৰূপ ব্ৰাহ্মণ এজনক নিমন্ত্ৰণ কৰিব লাগে।

সূত্ৰধাৰ — তেনেহলে আৰ্যা তুমি যোৱা (নিজৰ কাম কৰা)। মই আমাৰ যোগ্য ব্ৰাহ্মণ এজনক নিমন্ত্ৰণ জনাওঁ।

নটী — আৰ্যই যি আদেশ কৰিছে। (ওলাই যায়)।

সূত্ৰধাৰ — (পৰিক্ৰমণ কৰি) আচৰিত! আমাৰ অৱস্থাৰ অনুৰূপ ব্ৰাহ্মণ এজনক এই সুসমৃদ্ধ উজ্জয়িনী নগৰীতনো কেনেকৈ বিচাৰি উলিয়াওঁ। (আগলৈ চাই।) এইজনচোন চাৰুদত্তৰ বন্ধু মৈত্ৰেয় এইফালে আহি আছে। বাৰু এওঁকেই সোধোঁ। আৰ্য মৈত্ৰেয়, আজি আমাৰ ঘৰত এসাজ ভোজন কৰিবলৈ আগবাঢ়ি আহিব নে?' (নেপথ্যত)

বোলো! অন্য ব্ৰাহ্মণক্ নিমন্ত্ৰণ কৰি আনক। মই অন্য কামত ব্যস্ত আছোঁ।

সূত্ৰধাৰ — আৰ্য ভোজন তৈয়াৰ হৈছে; আন কোনো নাই। তদুপৰি দক্ষিণাও পাব।

(আকৌ নেপথ্যত)

বোলো ডাঙৰীয়া, প্ৰথমতে মই আপোনাৰ নিমন্ত্ৰণ অস্বীকাৰ কৰিছোঁ। আকৌ বাৰে বাৰে একে অনুৰোধ কৰিছে কিয় ?

সূত্ৰধাৰ — এওঁ মোৰ নিমন্ত্ৰণ প্ৰত্যাখ্যান কৰিছে। বাৰু, অন্য ব্ৰাহ্মণক নিমন্ত্ৰণ কৰোঁগৈ। (এইদৰে কৈ ওলাই যায়)।

আমুখ শেষ হয়

(হাতত ওৰা কাপোৰলৈ প্ৰৱেশ কৰি)

মৈত্ৰেয় — অন্য ব্ৰাহ্মণক নিমন্ত্ৰণ কৰক। মই ব্যস্ত আছোঁ। অথবা মই মৈত্ৰেয়য়ো আনৰ ঘৰত নিমন্ত্ৰণ পোৱাৰ কামনা কৰিবলগীয়া হৈছোঁ। হায়! কি যে অৱস্থা! তুলনা কৰি চোৱা। মই যিজনে এসময়ত চাৰুদত্তৰ সমৃদ্ধিৰ কাৰণে দিনে নিশাই যত্ন সহকাৰে তৈয়াৰ কৰা মোদকৰ লাড়ু খাই পৰিতৃপ্ত হৈ উগাৰ চাৰি তাৰ গোন্ধেৰে আমোদিত হৈ ভিতৰৰ চতুঃশালৰ দুৱাৰ দলিত অনেকবোৰ পাত্ৰৰে আবৃত হৈ চিত্ৰকাৰৰ দৰে পাত্ৰবোৰ চুই চুই এৰি নগৰৰ চকত ঘাঁহ পাগুলি থকা ষাঁড়ৰ দৰে বহি আছিলোঁ, সেইজনে (মই) এতিয়া তেখেতৰ দৰিদ্ৰতাৰ কাৰণে পোহনীয়া পাৰ চৰায়ে য'তে ত'তে ঘূৰি ফুৰি (গধূলি) বাঁহলৈ অহাৰ দৰে ময়ো দিনটো টলৌ টলৌ ঘূৰি ফুৰি এতিয়া এয়া ঘৰ চাপিছোঁহি। আৰ্য চাৰুদত্তৰ বন্ধু জূৰ্ণবৃদ্ধই জাতি ফুলৰ সুবাসেৰে আমোল-মোলাই থকা এই উত্তৰীয় (ওৰাকাপোৰ) বস্ত্ৰখন তেখেতলৈ দি পঠিয়াইছে। কাপোৰখন দেৱকাৰ্য্য কৰি উভতি আহিলে চাৰুদত্তক দিব লাগিব। গতিকে তেখেতে পূজা কৰি অহালৈ চাইছোঁ। (পৰিক্ৰমণ কৰি) সৌৱা, গৃহদেৱতাৰ বলি লৈ চাৰুদত্ত এইফালেই আহিছে।

(ইয়াৰ পাছত ওপৰত নিৰ্দেশ কৰা মতে চাৰুদত্ত আৰু ৰদনিকাই প্ৰৱেশ কৰে)

চাৰুদত্ত — (ওপৰলৈ চাই দুঃখেৰে দীঘলীয়া নিঃশ্বাস পেলাই)
আগতে আমাৰ যিখন দুৱাৰমুখত পূজাৰ সময়ত পেলাই দিয়া দ্ৰব্যবোৰ হাঁহ আৰু সাৰস পখীয়ে খাইছিল, (এতিয়া মানুহৰ যাতায়াতৰ অভাৱত) সেই ঘাঁহ গঁজা ঠাইত পোক পৰুৱাৰ মুখৰপৰা (আধা) খোৱা বীজসমূহ পৰিছে।

(এইদৰে কৈ লাহে ধীৰে পৰিক্ৰমণ কৰি বহে)

বিদূষক — এয়া আৰ্য চাৰুদত্ত। এতিয়া এখেতৰ ওচৰ চাপোঁ। (ওচৰ চাপি) আপোনাৰ কুশল হওক। আপোনাৰ উন্নতি হওক।

চাৰুদত্ত — অ' আমাৰ চিৰকলীয়া বন্ধু মৈত্ৰেয় পালেহি। সখি! স্বাগতম জনাইছোঁ, বহা।

বিদূষক — আপুনি যি আদেশ কৰিছে। (বহি) হে বন্ধু! আপোনাৰ মিত্ৰ চূৰ্ণবৃদ্ধই জাতিফুলৰ গোন্ধেৰে সুৰভিত এই উত্তৰীয় কাপোৰখন পঠিয়াইছে আৰু মোক কৈছে যে দেৱকাৰ্য সম্পন্ন কৰা চাৰুদত্তলৈ এই কাপোৰখন লৈ যোৱা। (কাপোৰখন দিয়ে)।

চাৰুদত্ত — (কাপোৰখন হাতত লৈ চিন্তা কৰি থাকে।)

বিদূষক — বন্ধু কিনো ভাবি আছে?

চাৰুদত্ত — সখি! ঘোৰ অন্ধকাৰৰ মাজত যিদৰে চাকিৰ পোহৰে শোভা কৰে তেনেদৰে দুঃখ অনুভৱ কৰাৰ পাছত সুখৰ আগমন আনন্দকৰ হয়। কিন্তু যিজন মানুহে সুখ অনুভৱ কৰাৰপৰা দৰিদ্ৰ হৈ পৰে তেওঁ শৰীৰ ধাৰণ কৰি (জীয়াই থাকিলেও) মৃতকৰ দৰেহে (জী) থাকে। ১০

বিদূষক — হে বন্ধুবৰ! মৰণ আৰু দাৰিদ্ৰ্যৰ ভিতৰত কোনটো আপোনাৰ অধিক ভাল লাগে?

চাৰুদত্ত — বন্ধু! দাৰিদ্ৰ্য বা মৰণৰ ভিতৰত মোৰ পক্ষে মৃত্যুৱেই ভাল লাগে, দাৰিদ্ৰ্য নহয়। কিয়নো মৰণ কম কষ্টদায়ক, দাৰিদ্ৰ্য অনন্ত ক্লেশদায়ক।১১

বিদূষক — হে বন্ধু। সন্তাপ কৰি কি লাভ? প্ৰিয়জনক সম্পত্তি দিয়াৰ পাছত হোৱা আপোনাৰ নিৰ্ধনতাও দেৱতাসকলে পান কৰি এৰা প্ৰতিপদৰ চন্দ্ৰৰ (ক্ষীণতাৰ) দৰে অধিকতৰ ৰমণীয় হৈছে।

চাৰুদত্ত — বন্ধু! হেৰোৱা ধনৰ কাৰণে মোৰ কোনো দুঃখ নাই। যিদৰে হাতীৰ মদজল শুকোৱা বাবে ভোমোৰাই তাৰ গণ্ডস্থল ভ্ৰমণ কৰিবলৈ এৰি দিয়ে সেইদৰে কালক্ৰমত মোৰ অতিথিসকলে মোক ধনহীন হোৱা বুলি বুজি মোৰ ঘৰ ত্যাগ কৰিছে— এই কথাটোৱে মোক পুৰি মাৰিছে।১২

বিদূষক — হে বন্ধু! এই দাসীৰ পোহঁত অৰ্থৰ লুভীয়া অতিথিসকল সুবিধাবাদী গোৱালৰ ল'ৰাৰ দৰে হাবিয়ে জঙ্গলে য'তে যিমান সুবিধা পায় ত'তে সিমান সময়লৈ থাকে।

চাৰুদত্ত — বন্ধু! সঁচাকৈ ধন নষ্ট হোৱা বুলি মোৰ কোনো চিন্তা নাই। ভাগ্যক্ৰমে ধন আহে আৰু যায়। কিন্তু ধন আৰু আশ্ৰয় (বা ধনৰ আশ্ৰয়) নোহোৱাজনৰ বন্ধুত্বৰপৰা যে লোকসকল আঁতৰি যায়, সিয়েহে মোৰ মনটোক দহি-পুৰি মাৰিছে।

আকৌ — দৰিদ্ৰতাৰ কাৰণে লাজ পাব লগা হয়, লজ্জিতজন নিস্তেজ হয়, নিস্তেজ হ'লে লোক অপদস্ত হয়, অপমানিত হ'লে নিন্দিতো হয়, নিন্দা বা গ্লানি যুক্তজনে শোক পায়, শোকত ব্যাকুল হোৱা জনে বুদ্ধি হেৰুৱায়, আৰু বুদ্ধিহীন হ'লে নাশপ্ৰাপ্ত হয়! আঃ কি আচৰিত! দৰিদ্ৰতা সকলো আপদৰ মাজত ঘোৰ আপদস্বৰূপ।১৪

বিদূষক — হে বন্ধু! অৰ্থহীনতাক স্মৰণ কৰি এনেকৈ দুঃখ কৰা অনাৱশ্যক।

চাৰুদত্ত — বন্ধু! দৰিদ্ৰতা হৈছে পুৰুষৰ — চিন্তাৰ নিবাসস্থল, আনৰপৰা (শত্ৰুৰপৰা) পাব পৰা অপমানৰ কাৰণ, দ্বিতীয় শত্ৰু, মিত্ৰসকলৰ ঘৃণাৰ স্থল, আত্মীয়-স্বজনৰ বিদ্বেষৰ কাৰণ। তাৰ কাৰণে বনলৈ যাবলৈকো বুদ্ধি হয় আৰু ভাৰ্যাৰপৰাও অপমান পোৱা যায়। যদি হৃদয়ত থকা শোকৰ অগণিয়ে পুৰি চাই নকৰে, তথাপি ই সন্তাপ দিয়ে। ১৫

সেয়ে বন্ধু! মই গৃহদেৱতালৈ নৈবদ্য দি আঁতালোঁ। যোৱা, তুমি চাৰি আলি চ'কত মাতৃসকলক নৈবদ্য দি আহা।

বিদূষক — ওঁহো বন্ধু! মই নেযাওঁ।

চাৰুদত্ত — কি কাৰণে?

বিদূষক — যিহেতু পূজা কৰিলেও দেৱতাসকলে আপোনাৰ প্ৰতি প্ৰসন্ন নহয়। এনে অবস্থাত দেৱতাক পূজা কৰিলে কি ফল ধৰিব? (তাৰ গুণাগুণ কি?)

চাৰুদত্ত — বন্ধু নহয়। তেনেকৈ নকবা। গৃহস্থৰ কাৰণে এই পূজা সদায় কৰণীয়। তপস্যা, মন, স্তুতিৰূপ বচনেৰে আৰু নৈবদ্যাদি বস্তুৰে পূজিত দেৱতাসকল প্ৰশান্তচিত্তৰ লোকসকলৰ প্ৰতি সদায় সন্তুষ্ট (প্ৰসন্ন) থাকে। এই বিষয় লৈ বিতৰ্ক কৰা অনুচিত।১৬

গতিকে যোৱা, মাতৃসকললৈ বলি আগবঢ়োৱা।

বিদূষক — হেৰি বন্ধু। মই নেযাওঁ। অন্য এজনক এই কামত নিয়োগ কৰক। মোৰ নিচিনা ব্ৰাহ্মণৰ সকলো কাজ-কৰ্মৰ ফলাফল বিপৰীত হয়। দাপোনত দেখা ছাঁৰ দৰে সোঁফালটো বাওঁফাল আৰু বাওঁফালটো সোঁফাল হৈ পৰে। তদুপৰি এই গধূলিবেলিকা, এই ৰাজবাটত গণিকা, বীট, চেট আদি ৰাজকৰ্মচাৰিসকল ঘূৰি ফুৰে। এতেকে ভেকুলি লুভীয়া ফেটী সাপৰ মুখৰ আগত নিগনি পৰাৰ দৰে বধ্য হৈ পৰিম। আপুনিনো ইয়াত বহি কি কৰিব এতিয়া?

চাৰুদত্ত — বাৰু! তুমি থাকা। মই সান্ধ্য বন্দনাদি কৰি উঠোঁ। (নেপথ্যত)

ৰ'বা, বসন্তসেনা ৰবা।

(ইয়াৰ পাছত বসন্তসেনাৰ প্ৰবেশ। পাছে পাছে বিট, শকাৰ আৰু চেটই অনুসৰণ কৰে।)

বিট — বসন্তসেনা, ৰবা ৰবা।

ভয়তে সুকুমাৰতা ত্যাগ কৰা, নৃত্যৰ প্ৰয়োগত দক্ষ দুই চৰণৰ খোজ বেগাই পেলাই, বিয়াকুল আৰু চঞ্চল কটাক্ষ দৃষ্টি নিক্ষেপ কৰি তুমি ব্যাধে অনুসৰণ কৰা চকিত হৰিণিৰ দৰে লৰি গৈছা? ১৭

শকাৰ — ৰৱা, বসন্তসেনা ৰবা,

তুমি কিয় গৈছা, লৰিছা, পলাইছা (বা) স্খলিত চৰণেৰে দৌৰিছা? বালা, ৰবা, প্ৰসন্ন হোৱা, তুমি নমৰা। ৰবা এখন্তেক। হে বেছেৰি, জুইত পৰা মঙহৰ টুকুৰাৰ দৰে মোৰ ক্ষুদ্ৰ হৃদয় কামাগ্নিত দহিবলৈ ধৰিছে। ১৮

চেট — আৰ্যা ৰবা, ৰবা।

বিনা কাৰণে তুমি ভয় খাই গ্ৰীষ্মৰ ময়ুৰীৰ দৰে পাখি মেলি আমাৰ ওচৰৰ পৰা আঁতৰি গৈছা কিয়? এয়া আমাৰ প্ৰভুৱে বনত দৌৰি

ফুৰা কুকুৰাৰ পোৱালীৰ দৰে তোমাৰ পাছে পাছে ঢাপলি মেলিছে।১৯

বিট — বসন্তসেনা, ৰবা, ৰবা।

কলপুলিৰ দৰে (বতাহত কঁপি) পিন্ধা ৰঙীণ ৰেশমী কাপোৰৰ আঁচোল বতাহত উৰাই অস্ত্ৰাঘাতত কটা যোৱা মনঃশিলা গুহাৰ দৰে ৰঙা পদুমৰ কলি বিকিৰণ কৰি তুমি পলাইছা কিয় ?২০

শকাৰ — ৰবা বসন্তসেনা! ৰবা,

মোৰ মদন, অনঙ্গ মন্মথ (কামাগ্নিক) বঢ়াই তুলি, আৰু ৰাতিৰ টোপনিক হৰণ কৰি ভয়ত ভীতা হৈ তুমি স্খলিত পদেৰে পলাবলৈ লৈছা। কিন্তু এতিয়া তুমি ৰাৱণৰ হাতত পৰা কুন্তীৰ দৰে মোৰ বশীভূতা হৈছা।২১

বিট — বসন্তসেনা, গৰুড় পখীৰ ভয়ত পলোৱা সৰ্পিনীৰ দৰে (তোমাৰ) বেগে মোৰ বেগক অতিক্ৰম কৰিছে। যোৱাৰ বেগেৰে মই পবনৰ বেগকো পৰাস্ত কৰিব পাৰোঁ ; কিন্তু হে সুন্দৰী! তোমাক বলেৰে ধৰাৰ চেষ্টা মই নকৰোঁ।২২

শকাৰ — বন্ধু! বন্ধু!

চোৰৰ প্ৰেমিকা, মাছ খাইতী, নৃত্য পটিয়সী, ফেঁচানাকী, কুলনাশিকা, অবশ্যা, কামৰ পেটিকা, বেশ্যাৰ স্ত্ৰী, সুবেশিনী আৰু বেশ্যা - এই দহটা নামেৰে মই তাইক মাতিছোঁ; তথাপি তাই মোক নিবিচাৰে।২৩

বিট — বিটজনৰ নখেৰে ঘৰ্ষিত বীণাৰ দৰে (বেগতে যোৱা বাবে) লৰচৰ কৰা তোমাৰ কুণ্ডলে তোমাৰ গালত ঘইনি খাইছে, তুমি মেঘৰ গাজনিত ভয়খোৱা বগলীৰ দৰে কিয় পলায়ন কৰিছা ? ২৪

শকাৰ — ৰামৰ ভয়ত ভীতা দ্ৰোপদীৰ দৰে। অনেক অনেক অলংকাৰৰ শব্দৰ মিহলি ঝণঝণনিৰে তুমি কিয় পলাইছা ? হনুমানে বিশ্বাবসুৰ ভনীয়েক সুভদ্ৰাক যিদৰে অপহৰণ কৰিছিল সেইদৰে এইয়া মই তোমাক বলেৰে অপহৰণ কৰোঁহক।২৫

চেট — (হে বসন্তসেনা!) তুমি ৰজাই ভালপোৱা (শকাৰেৰে) ৰমণ কৰা, তেতিয়া তুমি মাছ-মাংস খাবলৈ পাবা। (তেওঁৰ ঘৰত থকা প্ৰচুৰ) মাছ-মাংসৰ বাবে কুকুৰে মৰা শ নোখোৱা হৈছে। ২৬

বিট — হেৰা বসন্তসেনা!

কঁকালত মনোৰম কৰধনী পিন্ধিলৈ তৰাবলীৰ দৰে বিচিত্ৰ আৰু সুন্দৰ মেখলা ধাৰণ কৰি মনঃশিলাৰ সুগন্ধিত গুৰি মুখত সানি লৈ সাক্ষাৎ নগৰ দেৱীৰ দৰে বিচিত্ৰৰূপ লৈ ভয়ত সন্ত্ৰস্ত হৈ আকৌ পলাইছা কিয়।২৭

শকাৰ— বনত কুকুৰৰ ভয়ত ভীতা শিয়ালীৰ দৰে তুমি মোৰ ভয়তে বেগেৰে পলায়ন কৰিছা আৰু (পলাওঁতে) মোৰ হৃদয়খন তুমি লগত লৈ গৈছা।২৮

বসন্তসেনা— হেৰা পল্লৱক! পল্লৱক! হেৰা পৰভৃতিকা! পৰভৃতিকা!

শকাৰ — (ভয়তে) বন্ধু! বন্ধু! বন্ধু! এয়া মানুহ! মানুহ।

বিট — ভয় নেখাবা। ভয় নেখাবা।

বসন্তসেনা — মাধৱিকা! মাধৱিকা!

বিট— (হাঁহি মাৰি) মূৰ্খ! এয়া তেওঁ নিজৰ চাকৰ-বাকৰক বিচাৰিছে।

শকাৰ — বন্ধু! বন্ধু! তিৰোতাক বিচাৰিছে।

বিট — সেয়া নহয় নো কি?

শকাৰ — শ শ তিৰোতাক মাৰি পেলাম! মই বীৰলোক।

বসন্তসেনা — হায় ধিক্, হায় ধিক! মোৰ চাকৰ-বাকৰহঁত কৰবাত হেৰাইছে। এতিয়া ইয়াত মই নিজে নিজক ৰক্ষা কৰিব লাগিব।

বিট — বিচৰা, বিচৰাহক।

শকাৰ — বসন্তসেনিকা! বিলাপ কৰা, বিলাপ কৰা! লাগিলে তুমি পৰভৃতিকাক (কুলি চৰাইক) মাতা, পল্লৱক (গছ পাতক) মাতা, বা গোটেই বসন্ত ঋতুটোকে মাতা। কিন্তু মই পাছলোৱা তোমাক নো এতিয়া কোনে ৰক্ষা কৰিবহি?

জমদগ্নিৰ পুত্ৰ অৰ্জুনে (বচাব নে?) নে কুন্তীপুত্ৰ ৰাৱণে (বচাব হি)? এয়া মই তোমাৰ চুলিত ধৰি দুঃশাসনৰ কৰ্মৰ অনুকৰণ কৰোঁ (এতিয়া)।২৯

চোৱা, চোৱা।

এয়া মোৰ তৰোৱাল বেচ চোকা, আৰু তোমাৰো ডিঙিটো বেচ সুন্দৰ। মই তোমাৰ ডিঙি কাটি পেলাওঁ বা তোমাক মাৰিয়েই পেলাওঁ—

তোমাৰ দৰে মুমুৰ্ষুজনীৰ পলায়ন বৃথা হ'ব, (মুমুৰ্ষুজন যে) জীয়াই নাথাকিব।৩০

বসন্তসেনা — আৰ্য, মই অবলা।

বিট -- সেইবাবে এতিয়ালৈ জীয়াই আছা।

শকাৰ — গতিকে তোমাক মাৰি পেলোৱা নাই।

বসন্তসেনা — (নিজে নিজে) হায়, এওঁৰ অনুনয়ো যে ভয়াবহ যেন লাগিছে। সেয়ে হ'ব। (প্ৰকাশ কৰি) আৰ্য, আপুনি কোনবিধ অলংকাৰ বিচাৰিছে?

বিট — শান্ত হোৱা তুমি বসন্তসেনা! ফুলনিৰ (ফুল) গছৰপৰা ফুল চিঙা নাযায়। তোমাৰ অলংকাৰৰ আমাৰ বাবে একা প্ৰয়োজন নাই।

বসন্তসেনা — তেনেহ'লে তোমালোকক কি লাগে?

শকাৰ — মই দেৱতুল্য মানৱ বাসুদেৱ। মোক তুমি ভজনা কৰা উচিত।

বসন্তসেনা — (খঙেৰে) শান্ত হ। শান্ত হ। গুচ অনাৰ্য্য! অনাৰ্য্য কথা কৈছ তই।

শকাৰ — (হাত চাপৰি বজাই হাঁহি মাৰি) বন্ধু বন্ধু! চোৱা বাৰু। এই বেশ্যাই মোক পাই অন্তৰেৰে কিমান আনন্দিত। মোক যেনিবা কৈছে, 'আহা, তুমি বৰকৈ শ্ৰান্ত-ক্লান্ত হৈছা; মই অন্য গাঁৱলৈ বা নগৰলৈ যোৱা নাই। আৰ্যিকা, মই নিজৰ দুভৰিৰে বন্ধুজনৰ মূৰ চুই শপথ খাইছোঁ। তোমাৰ পিছে পিছে লৰি-ঢাপৰিয়েই মই এনেকৈ ভাগৰুৱা হৈছোঁ, কষ্ট খাইছোঁ।

বিট — (নিজে নিজে) অৰে, শান্ত (ঘৃণাসূচক) শব্দ কোৱাতেই কেনেকৈ শ্ৰান্ত (ভাগৰুৱা) শব্দ এই মুৰ্খই বুজিছে। (প্ৰকাশ কৰি) বসন্তসেনা! তুমি বেশ্যালয়ৰ বিপৰীত কথা কৈছা? চোৱা —

যুৱকৰ সহায় লৈয়ে বেশ্যালয়ৰ জীৱন চলে বুলি নিশ্চয়কৈ বুজিবা; তুমি গণিকাই নিজকে বাটৰ কাষত গঁজা লতা বুলি ধৰিবা; কাৰণ তুমি ধনেৰে কিনিবলৈ পোৱা শৰীৰ ধাৰণ কৰিছা, গতিকে ভদ্ৰে, তোমাৰ প্ৰিয়ই হওক বা অপ্ৰিয়ই হওক উভয়কে সমানে ব্যৱহাৰ কৰিবা।৩১

আকৌ, চোৱা, যি পুখুৰীত বিদ্বান ব্ৰাহ্মণে স্নান কৰে, তাত নীচ বৰ্ণৰ মুৰ্খয়ো গা ধোৱে। যি পুষ্পিতা নম্ৰ লতাত ময়ুৰ পখী বহে, তাত আকৌ কাউৰী বহিও নমনীয় কৰে; যিখন নাৱেৰে ব্ৰাহ্মণ-ক্ষত্ৰিয়-

বৈশ্য বৰ্ণৰ শ্ৰেষ্ঠ জাতিৰ লোকে (নৈ) পাৰ হয় তাৰে অন্ত্যজ শূদ্ৰও নৈ পাৰ হয়। গতিকে তুমি পুখুৰী, লতা আৰু নাওৰ দৰে সৰ্বসুলভ বেশ্যা হৈ সকলোকে সমানে সেৱা কৰা উচিত।৩২

বসন্তসেনা — গুণ হৈছে অনুৰাগৰ কাৰণ, বলাৎকাৰ নহয়।

শকাৰ— বন্ধু! বন্ধু! এই আজন্মদাসীয়ে কামদেৱৰ দেৱালয়ৰ উদ্যানত দেখাৰে পৰা সেই দৰিদ্ৰ চাৰুদত্তৰ প্ৰতি অনুৰক্ত হৈছে; তেতিয়াৰেপৰা তাই মোক কামনা নকৰে। বাওঁফালেই সিজনৰ ঘৰ, তাই যাতে তোমাৰ আৰু মোৰ হাতৰপৰা সাৰি যাবলৈ নোৱাৰে, বন্ধু! তাৰে ব্যৱস্থা কৰা।

বিট — (নিজে নিজে) এই মুৰ্খটোৱে এৰাবলগীয়া কথাটোক তুলি ধৰিছে। তেনেহ'লে বসন্তসেনা আৰ্য্য চাৰুদত্তৰ প্ৰতি অনুৰক্তা জানো? লোকে সজ কথাকে কৈছে— 'ৰত্নৰেহে ৰত্নৰ সংযোগ সাধন হয়।' গতিকে যোৱা, এই মুৰ্খৰ লগ হৈ কি লাভ হ'ব? (প্ৰকাশ কৰি) কাণেলীৰ পুত্ৰ! চাৰুদত্তৰ ঘৰ পথৰ (আমি যোৱা পথৰ) বাওঁহাত আছে নে কি?

শকাৰ — নহয় নো কি? বাওঁফালে তেওঁৰ ঘৰ।

বসন্তসেনা — (নিজে নিজে) আচৰিত! যদি এয়া সঁচা হয় তেনেহলে অপৰাধ কৰিও দুৰ্জনজনে উপকাৰ সাধিলে। ইয়াৰ ফলত প্ৰিয়জনেৰে সঙ্গতি হোৱাত সুবিধা হ'ল।

শকাৰ — বন্ধু বন্ধু! মাহকলাৰ দমত ছিয়াহীৰ গুড়ি পৰিলে যেনেকৈ মিহলি হৈ যায় তেনেকৈ চাই থাকোঁতেই বসন্তসেনা আন্ধাৰতে হেৰাই গ'ল।

বিট — আঃ সঁচাকৈ এয়া ঘোৰ অন্ধকাৰ। সেয়েহে — মোৰ আলোক বিস্তাৰিত দৃষ্টিশক্তিয়ে যেনিবা হঠাতে অন্ধকাৰত দৃষ্টি ক্ষমতা হেৰুৱাই পেলাইছে; আন্ধাৰত চকু মেলিলেও এনে লাগে যেন চকু মুদিহে আছোঁ।৩৩

আকৌ, এই আন্ধাৰে যেনিবা মোৰ অঙ্গবোৰত লিপিত খাই ধৰিছে, আকাশে যেন অঞ্জনৰহে বৰষুণ দিছে; আৰু অসৎলোকক কৰা সেৱাৰ দৰে মোৰ এই দৃষ্টিও বিফল হৈছে।৩৪

শকাৰ — বন্ধু! বন্ধু! বসন্তসেনিকাক বিচাৰি চাওঁ।

বিট — কাণেলীৰ পুত্ৰ! কিবা চিন-মোকাম আছেনে, যাক লক্ষ্য কৰি তেওঁক বিচাৰিব পাৰি?

শকাৰ — বন্ধু বন্ধু! কেনে চিন আকৌ?

বিট — যেনে ধৰি লোৱা, তেওঁৰ অলংকাৰৰ শব্দ বা ঘ্ৰাণ লবলৈ ভাল লগা মালাৰ গোন্ধ।

শকাৰ — এৰা অন্ধকাৰত তেওঁৰ মালাৰ গোন্ধ শুনিবলৈ পাইছোঁ; কিন্তু অন্ধকাৰেৰে ভৰা নাকেৰে অলংকাৰৰ কোনো শব্দ ভালদৰে দেখা পোৱা নাই।

বিট — (একাষৰীয়াকৈ) বসন্তসেনা, মেঘৰ গৰ্ভত লুকাই থকা বিজুলীৰ দৰে তুমি গধূলিৰ এন্ধাৰৰ কাৰণে অদৃশ্যা হৈ আছা; কিন্তু মালাৰ ফুলৰ গোন্ধে তোমাৰ সূচনা দিব; আৰু শব্দ কৰা নূপুৰেও তোমাৰ সঙ্কেত দিব।৩৫

বসন্তসেনা — (নিজে নিজে) শুনিছোঁ, বুজিও পাইছোঁ।

(অলংকাৰ আৰু মালা আদি খুলি লৈ এপাক ঘুৰি, হাতেৰে স্পৰ্শ কৰি) অ' দেৱালৰ স্পৰ্শৰপৰা বুজা গৈছে যে এয়া ঘৰৰ কাষৰীয়া দুৱাৰ — কিন্তু এয়া যে বন্ধ আছে!

চাৰুদত্ত — বন্ধু! মোৰ জপকাৰ্য শেষ হৈছে। এতিয়া যোৱা, মাতৃৰ বলি দি আহা।

বিদূষক — বন্ধু! মই নাযাওঁ।

চাৰুদত্ত — হায়! কি যে কষ্ট!

**দাৰিদ্ৰ্যৰ কাৰণে বন্ধু-বান্ধবে দৰিদ্ৰ লোকজনৰ কথা নুশুনা হয়। স্নেহভাজন বন্ধুসকলো বিমুখ হয়, বিপদ-আপদবোৰ বাঢ়ি যায়, দৰিদ্ৰজন শক্তিহীন হয়; তেওঁৰ চৰিত্ৰবোলা চন্দ্ৰৰ জোনাকখিনিও মোলান পৰে, আৰু আনে কৰা (শত্ৰুজনে আচৰণ কৰা) পাপ কামো দৰিদ্ৰজনৰ গাত গৈ লম্ভে।৩৬**

**আকৌ, কিয়নো (দৰিদ্ৰতাৰ কাৰণে) দৰিদ্ৰজনৰ সঙ্গ কোনেও লবলৈ নোখোজে; তেওঁৰে কোনেও সমাদৰেৰে সম্ভাষণো (কথা-বতৰাও) নকৰে, তেওঁ কোনো ধনবান লোকৰ ঘৰলৈ উৎসৱৰ মাজত গলেও তেওঁক অৱজ্ঞাৰ চকুৰে চায়; সাধাৰণ সাজ পোছাক পিন্ধিছে বুলিয়েই তেৱোঁ লাজতে মহাজনৰপৰা আঁতৰি ফুৰে। সেয়ে মই ভাবোঁ দৰিদ্ৰতা পাঁচ মহাপাপৰ অতিৰিক্ত ষষ্ঠবিধ মহাপাতক।৩৮**

বিদূষক— (লাজ ভাব দেখুৱাই) বন্ধু! যদি মই যাবই লাগে এই কামতো ৰদনিকা সহায় হওক।

চাৰুদত্ত — ৰদনিকা! মৈত্রেয়ক অনুসৰণ কৰা।

চেটী — আৰ্যই যি কৈছে সেয়ে হওক।

বিদূষক — ৰদনিকা! এই নৈবেদ্য আৰু চাকি গছ ধৰা। মই এই দুৱাৰখন খোলোঁ। (দুৱাৰ খোলে)।

বসন্তসেনা — (নিজে নিজে) মই যাতে প্ৰৱেশ কৰিবলৈ পাৰোঁ তাৰ বাবে কোনোবাই দুৱাৰখন খুলি দিছে। মই এতিয়া প্ৰৱেশ কৰোঁ। (চাই) আঃ কি বিপদ! এয়া যে চাকিৰ পোহৰ। (কাপোৰৰ আঁচোলেৰে ঢাকি গছ নুমাই দি ঘৰত প্ৰৱেশ কৰে।)

চাৰুদত্ত — মৈত্রেয়! কি হ'ল?

বিদূষক — দুৱাৰ খোলোঁতেই এচাতি বতাহে চাকিটো নুমাই পেলালে। হেৰা ৰদনিকা! তুমি কাষৰ দুৱাৰেৰে ওলোৱাচোন। মই চতুঃশালৰ ভিতৰলৈ গৈ চাকিটো জ্বলাই আনো। (বিদূষক ওলাই যায়।)

শকাৰ — বন্ধু, ৰবা, মই বসন্তসেনাক বিচাৰোঁ।

বিট — বিচৰা, বিচৰা।

শকাৰ — (বিটক ধৰি) বন্ধু! ধৰিছোঁ।

বিট — মূৰ্খ! এয়া যে মই।

শকাৰ — বন্ধু তুমি ইয়াৰপা আঁতৰি এচুকত থাকা। (আকৌ বিচাৰি চেটক ধৰি) বন্ধু! এইবাৰ ধৰিছোঁ।

চেট — প্ৰভু! এয়া মই হে।

শকাৰ — এইফালে বন্ধু যোৱা, সৌফালে চেট যোৱা, এয়া বন্ধু, এয়া চেট; এয়া চেট, এয়া বন্ধু! তোমালোক একাষৰীয়া হৈ থাকিবা। (বসন্তসেনাক আকৌ বিচৰি ৰদনিকাৰ চুলিত ধৰি) বন্ধু! এইবাৰ সঁচাসঁচিকৈ বসন্তসেনাক ধৰিছোঁ। সঁচাই ধৰিছোঁ।

অন্ধকাৰত পলাইছিল হয়, পিছে মালাৰ গোন্ধৰ সূচনা পাই চাণক্যই দ্ৰৌপদীক ধৰাৰ দৰে মই তাইৰ চুলিত ধৰিছোঁ।৩৯

বিট — যৌৱনৰ গৰ্বতে তুমি সজকুলীয়া (চাৰুদত্তক) পাবলৈ বিচাৰিছিলা।

এতিয়া সেৱনযোগ্য ফুলেৰে জাতিষ্কাৰ তোমাৰ চুলিত ধৰি আকৰ্ষণ কৰা হৈছে।৪০

শকাৰ — হেৰা বালা! মূৰত ধৰি, চুলিত ধৰি তোমাৰ কুন্তলত ধৰি আকৰ্ষণ কৰিছোঁ। এতিয়া তুমি গালি পাৰা, বা অন্য মাত মাতা বা শিৱ, শম্ভু ভগৱানক চিঞৰি মাতিব পাৰা।৪১

ৰদনিকা — (ভয় খাই) ডাঙৰীয়াসকল! এয়া আপোনালোকে কি (কাম) কৰিছে?

বিট — কাণেলীৰ পুত্ৰ! এয়া আন কাৰোবাৰ মাত যেন পাইছোঁ।

শকাৰ — দৈ আৰু এঁৱা গাখীৰৰ লোভত পৰি যিদৰে মেকুৰীয়ে তাইৰ মাত সলনি কৰে, তেনেকৈ এই দাসীৰ জীয়েকেও কথাৰ সুৰ সলাইছে।

বিট — কি কৈছা? কথাৰ সুৰ সলাইছে? বৰ আচৰিত! অথবা ইয়াত আঁচৰিত হ'বলগীয়ানো কি আছে?

এইজনীয়ে ৰঙ্গশালাত প্ৰবেশ কৰি কলাসমূহৰ শিক্ষাৰ জৰিয়তে স্বৰপৰিবৰ্তনৰ নিপুণতা আহৰণ কৰাৰ লগতে বঞ্চনা কৰা বিষয়টোতো পাণ্ডিত্য লাভ কৰিছে।৪২

বিদূষক — (প্ৰবেশ কৰি) আচৰিত! যুপকাঠত বন্ধা বলিৰ ছাগলীৰ প্ৰাণৰ দৰে সন্ধিয়াৰ মৃদু বতাহত চাকিগছো ফুৰ ফুৰ কৰিছে। (আগুৱাই গৈ ৰদনিকাৰ অৱস্থা দেখি) ৰদনিকা—

শকাৰ — বন্ধু! মানুহ, মানুহ।

বিদূষক — এয়া যুগুত নহয়, এয়া শোভনীয় নহয়; যে আৰ্য চাৰুদত্তৰ দৰিদ্ৰতাৰ সুযোগ লৈ এতিয়া তেওঁৰ ঘৰত যিকোনো লোক সোমাবহি।

ৰদনিকা — আৰ্য মৈত্ৰেয়! চোৱাচোন মোৰ কি বিলৈ-বিপত্তি হৈছে।

বিদূষক — এয়া কি তোমাৰ হে অপমান নে? অথবা এয়া আমাৰ (আটাইৰে) অপমান।

ৰদনিকা — এৰাটো, এয়া আমাৰ অপমান।

বিদূষক — কি এয়া বলাৎকাৰ নে কি?

ৰদনিকা — সেয়াইটো।

বিদূষক — সঁচাকৈ নে?

ৰদনিকা — হয়, সঁচাই।

বিদূষক — (খণ্ডতে কাঠৰ লাঠি দাঙি) এইটো নচলিব। বোলো, নিজৰ ঘৰত কুকুৰো চণ্ড হৈ পৰে। তাতে আকৌ মই ব্ৰাহ্মণ, (মোৰ খণ্ড নুঠিবনে ?)। আমাৰ ভাগ্যৰ দৰে কুটিল এই কাঠৰ লাঠিৰ প্ৰহাৰেৰে ঘুণেধৰা শুকান বাঁহৰ দৰে তোৰ দুষ্টজনৰ মূৰটো চূৰ্ণ কৰোঁ।

বিট — মহাব্ৰাহ্মণ! মাফ কৰক, মাফ কৰক।

বিদূষক — (বিটলৈ চাই) এইজনে অপৰাধ কৰা নাই। (শকাৰক চাই) এইটোৱেহে অপৰাধ কৰিছে। হেৰ ৰজাৰ শ্যালক! সংস্থানক! দুষ্ট! অবিনয়ী এয়া সজকাম হৈছে নে? যদিও তেখেত আৰ্য চাৰুদত্ত দুঃখত পৰিছে, তথাপি এই উজ্জয়িনী নগৰ তেখেতৰ গুণেৰে বিভূষিত হৈ থকা নাই নে? তুমি তেখেতৰ ঘৰত সোমাই তেখেতৰ পৰিজনক এনেদৰে মাৰিবলৈ ধৰিছা কিয়?

দৰিদ্ৰ হ'ল বুলিয়েই লোকক অৱজ্ঞা কৰিবলৈ নেলাগে। যমৰ ওচৰতো কোনোজনে এনে বিচাৰ নাপায়। কিন্তু চৰিত্ৰহীনজন ধনী লোক হৈয়ো প্ৰকৃত দৰিদ্ৰ বুলি বিবেচিত হয়। ৪৩

বিট — (লাজ পাই) ক্ষমা কৰক, মহাব্ৰাহ্মণ ক্ষমা কৰক। আন কোনোবা বুলি ভুল কৰা বাবেহে এনেখন হৈছে। দৰ্পত নহয়। চাওক — আমি এজনী কামিনীকহে বিচাৰিছিলোঁ.......

বিদূষক — কি? এইজনীক বিচাৰিছিল?

বিট — পাপৰ উপশমন হওক। .... কোনো এজনী স্বাধীনযৌবনা, বেশ্যাক (বিচাৰিছিলোঁ); সেইজনী হাত সাৰি গ'ল, সেইবাবেই তেওঁ বুলিয়েই সন্দেহ কৰি এনে চৰিত্ৰদোষত পৰিলোঁ। ৪২

গতিকে আপুনি আমাৰ বিনীত নিবেদন স্বীকাৰ কৰক! (এইদৰে তৰোৱাল পেলাই ভৰিত পৰে।)

বিদূষক — ভদ্ৰলোক! উঠক উঠক! নেজানিহে তোমাক নিন্দা কৰিলোঁ। এতিয়া জানিলৈ তোমাকে অনুনয় কৰিছোঁ।

বিট — আচলতে আপোনাকহে অনুনয় কৰিবলগীয়া। আপুনি কোৱা বুলিয়েই উঠিলোঁ।

বিদূষক — কওক আপুনি।

বিট — ক'ব খুজিছো যে আপুনি এই ঘটনাৰ বিষয়ে চাৰুদত্তক যেন নজনায়।

বিদূষক — নকওঁ বাৰু।

বিট — হে বিপ্ৰবৰ! আপোনাৰ এই প্ৰণয়ভাবক মই মূৰত তুলি লৈছোঁ। আমাৰ দৰে শস্ত্ৰপাণিজনকো আপোনাৰ (দৰে অস্ত্ৰহীনজনৰ) গুণেৰেই পৰাজয় কৰিলে। ৪৫

শকাৰ — (ঈৰ্ষাৰে) বন্ধু! তুমি আকৌ বিনয়েৰে হাতযোৰ কৰি এই দুষ্ট ব্ৰাহ্মণৰ ভৰিত পৰিছা কিয়?

বিট — ভয় খাইছোঁ।

শকাৰ — তুমি কাৰপৰা ভয় পাইছা?

বিট — সেই চাৰুদত্তৰ গুণৰপৰা ভয় পাইছোঁ।

শকাৰ — তেওঁৰ আকৌ গুণ কিবোৰ? যাৰ ঘৰত সোমাই খাবলগীয়া একো পোৱা নাযায় (তাৰ আকৌ কি গুণ আছে?)

বিট — তেনেকৈ নকবা দেই —

আমাৰ দৰে লোকৰ প্ৰাৰ্থনা মঞ্জুৰ কৰিবলৈ গৈ তেওঁ ধনহীন হৈছে; ধনাঢ্যতাৰ বাবে তেওঁৰ দ্বাৰা কোনো অপমানিত (বা অস্বীকৃত) হোৱা নাই। বাৰিষাৰ (গ্ৰীষ্মৰ)ভৰপূৰ হ্ৰদ বিশেষে যিদৰে তৃষিতৰ পিয়াহ গুচাই শুকাই যায়, তেনেকৈ অভাবীলোকক দি তেওঁৰ সম্পদৰাশি ক্ষয় গৈছে। ৪৬

শকাৰ — (খঙেৰে) কোন হে সি দাসীৰ পো?

পৰম পৰাক্ৰমী পাণ্ডুৰ পুতেক ভীম নে অৰ্জুন? নে ৰাধাৰ পুতেক শ্বেতকেতু? নে ইন্দ্ৰৰ পুতেক ৰাৱণ? নে ৰামৰ (ঔৰসৰ দ্বাৰা) কুন্তীৰ (গৰ্ভত) জন্মা অশ্বত্থামা। অথবা ধৰ্মৰ পুত্ৰ জটায়ু?৪৭

বিট — হেৰ মূৰ্খ! সেইজন হৈছে আৰ্য চাৰুদত্ত।

যিজন দৰিদ্ৰলোকৰ আকাংক্ষা পূৰণৰ কাৰণে নিজৰ গুণৰূপ ফলৰ ভৰত অৱনত কল্পবৃক্ষ স্বৰূপ। যিজন সজলোক সকলৰ বন্ধু, শিক্ষিত লোক সকলৰ আদৰ্শস্বৰূপ, সৎচৰিতৰ বাবে কষটি শীল, সদাচাৰ ৰূপ মৰ্য্যাদাৰ সাগৰ, সৎকাৰ্য কৰোঁতা, কাৰো প্ৰতি অৱমাননা নকৰা, পুৰুষৰ গুণৰ ভাণ্ডাৰ স্বৰূপ, সৰল অন্তৰৰ, উদাৰ চৰিত, অনেক গুণেৰে

বিভূষিত অকল এই চাৰুদত্তইহে প্ৰশংসনীয় জীৱন ধাৰণ কৰে, আনলোক সকলে কেৱল নিশ্বাস-প্ৰশ্বাস লৈ জীৱন ধৰিছে।৪৮

গতিকে ইয়াৰপৰা যাওঁ বলা।

শকাৰ — বসন্তসেনাক এৰি যাম নে?

বিট — বসন্তসেনা হেৰাই গৈছে।

শকাৰ — কেনেকৈ (হেৰাব হে)?

বিট — অন্ধজনৰ দৃষ্টিৰ দৰে, ৰোগীজনৰ পুষ্টিৰ দৰে, মূৰ্খৰ বুদ্ধিৰ দৰে, এলেহুৱাজনৰ সিদ্ধিৰ দৰে, অলপবুধীয়া ব্যসনাসক্ত পুৰুষৰপৰা (আধ্যাত্মিক) বিদ্যাৰ দৰে, শত্ৰুজনৰ প্ৰেমত পৰাৰ দৰে তোমাক লাভ কৰি তেওঁ হেৰাই গ'ল। ৪৯

শকাৰ — বসন্তসেনাক নাপালে নাযাওঁ।

বিট — তুমি এই কথাটোও শুনিবলৈ বাকী আছেনে—

হাতীক স্তম্ভত বান্ধি বশ কৰা হয়, ঘোঁৰাক লেকামত ধৰি বশ কৰা যায়; আৰু নাৰীক হৃদয়েৰে হৃদয়ৰ অনুৰক্তিৰে বশ কৰা যায়; যদি তোমাৰ হৃদয় অনুৰক্তি নাই তেনেহ'লে আঁতৰি যোৱা উচিত।৫০

শকাৰ — যাবলৈ খোজা যদি তুমি যোৱাগৈ। মই হ'লে নেযাওঁ।

বিট — সেয়ে, মই যাওঁগৈ। (ওলাই যায়।)

শকাৰ — ভাৱ (বন্ধুজন) অভাৱ হৈ গ'ল। (বিদূষকক লক্ষ্য কৰি) হেৰ কাউৰীৰ ঠেঙৰ দৰে মূৰ থকা দুষ্ট বটুক, বহা, বহা।

বিদূষক — আমাক বহুৱায়ে থৈছে (ৰাখিছে)।

শকাৰ — কোনে?

বিদূষক — কালে।

শকাৰ — (তেনেহ'লে) উঠা, উঠা।

বিদূষক — উঠিম।

শকাৰ — কেতিয়া?

বিদূষক — যেতিয়া আমাৰ প্ৰতি দৈৱ অনুকূল হয় তেতিয়া।

শকাৰ — (তেনেহ'লে এতিয়া) কান্দা, কান্দা।

বিদূষক — আমাক কন্দুৱাই আছে।

শকাৰ — কোনে?

বিদূষক — দুৰ্গতিয়ে।

শকাৰ — (তেনেহ'লে, এতিয়া) হাঁহা, হাঁহা।

বিদূষক — হাঁহিম।

শকাৰ — কেতিয়া?

বিদূষক — আকৌ চাৰুদত্তই সমৃদ্ধি লাভ কৰা সময়ত।

শকাৰ — হেৰ দুষ্ট বটুক! মোৰ কথাৰে সেই দৰিদ্ৰ চাৰুদত্তক কবি — 'সুন্দৰ বৰণৰ সোণৰ অলঙ্কাৰ আদি যুক্ত, নতুন নাটক কৰিবলৈ উদ্যত হোৱা মুখ্য নটীৰ দৰে বসন্তসেনা নামে বেশ্যাৰ ছোৱালীয়ে কামদেৱৰ মন্দিৰৰ উদ্যানত দেখাৰে পৰা তোমাৰ প্ৰেমত পৰিছে; আমি বলাৎকাৰ কৰিবলৈ তাইৰ পাছ লোৱাত তাই তোমাৰ ঘৰত প্ৰবেশ কৰিছে; যদি তুমি নিজে তাইক মোৰ ওচৰত সমৰ্পণ কৰা তেনেহ'লে বিচাৰালয়ত মই গোচৰ নিদিয়াকৈয়ে তোমাৰে সৈতে মোৰ স্বাভাৱিক প্ৰীতিভাৱ বৈ বৈ যাব। কিন্তু তাইক ঘূৰাই নিদিলে মৃত্যু পৰ্য্যন্ত তোমাৰে মোৰ বৈৰিতা থাকিব।' আৰু চোৱা।

গোবৰেৰে লিপা কোমোৰা, শুকোৱা শাক, ঘিউত ভজা মাংস, হেমন্তকালত ৰাতি ৰন্ধা ভাত — এইবোৰ সময় অতিবাহিত হ'লেও দুৰ্গন্ধযুক্ত নহয়। ৫১

ভালকৈ কবাগৈ, বেগতে কবাগৈ। এনেদৰে কবাগৈ যাতে মই ৰাজভৱনৰ ওপৰ মহলাত নতুনকৈ সজা কপোতপালিকাত (প্ৰতীকত) বহি শুনিবলৈ পাওঁ। অন্যথা, যদি তুমি নোকোৱা তেনেহ'লে দুৱাৰৰ তলত পৰা ঔ টেঙাৰ দৰে তোমাৰ মূৰটো ভাঙি গুড়ি কৰি পেলাম।

বিদূষক — কম গৈ বাৰু।

শকাৰ — (এফলীয়াকৈ) চেট! বন্ধু! সঁচাকৈ গল গৈ নে কি?

চেট — আৰু নো কি?

শকাৰ — তেনেহ'লে আমিও বেগতে যাওঁ বলা।

চেট — সেয়ে প্ৰভুয়ে তৰোৱাল সাজু কৰি লওক।

শকাৰ — তৰোৱাল তোমাৰ হাতেতে থাকক।

চেট — নহয় প্ৰভু, এয়া আপোনাৰ তৰোৱাল আপুনি লওক।

শকাৰ — (ওলোটাকৈ লৈ)।
মুলকৰ ছালৰ দৰে বৰণৰ, কোশৰপৰা মুক্ত তৰোৱাল আকৌ কোশত সুমুৱাই কান্ধৰপৰা ওলোমাই লৈ এতিয়া কুকুৰ-কুকুৰীৰ ভুক-ভুকনিত পলোৱা শিয়ালৰ দৰে এতিয়া ময়ো নিজৰ ঘৰলৈ বুলি ঢাপলি মেলিলোঁ।৫২
(পৰিক্ৰমণ কৰি দুয়ো ওলাই যায়।)

বিদূষক — হেৰা ৰদনিকা! নিজৰ এই অপমানৰ কথা আৰ্য চাৰুদত্তৰ আগত নকবা গৈ। দুৰ্গতিৰ প্ৰপীড়িত (তেওঁ এই কথা শুনিলে) তেওঁৰ দুঃখ দুৰ্গতি দুগুণে বাঢ়িব যেন পাওঁ।

ৰদনিকা — আৰ্য মৈত্ৰেয়! ৰদনিকাই নিজৰ মুখ সদায় সংযতকৈ ৰাখোঁ।

বিদূষক — এৰা সেয়ে হওক।

চাৰুদত্ত — (বসন্তসেনাক উদ্দেশ্য কৰি) ৰদনিকা! বতাহ লৈ ভালপোৱা ৰোহসেন সন্ধিয়াকালৰ চেচাৰে পীড়িত হৈছে চাগৈ। গতিকে তুমি এবাৰ ঘৰৰ ভিতৰলৈ সোমোৱাচোন। এই চাদৰখন তাৰ গাত মেৰিয়াই দি আহা। (এইবুলি তেওঁ চাদৰখন দিয়ে)।

বসন্তসেনা — (নিজে নিজকে) অ' এখেতে মোক আকৌ ঘৰুৱা ছোৱালী বুলি ভাবিলে নে কি? (চাদৰখন লৈ শুঙি চাই অভিলাষ প্ৰকাশ কৰি) আচৰিত! জাতীফুলৰ গোন্ধেৰে এই চাদৰখন আমোল-মোলাই আছে। এখেতৰ যৌৱন এতিয়াও উদাসীনতা ৰহিত যেন লাগিছে। (একাষৰীয়া হৈ চাদৰখন গাত মেৰিয়াই লয়)।

চাৰুদত্ত — ৰদনিকা! ৰোহসেনক লৈ ভিতৰলৈ যোৱা।

বসন্তসেনা — (নিজে নিজে) আপোনাৰ ঘৰৰ ভিতৰ সোমাবলৈ মোৰ কি সৌভাগ্য আছে?

চাৰুদত্ত — হেৰা ৰদনিকা! কোনো উত্তৰ নাই যে। আঃ বৰ দুঃখৰ কথা।
কোনো লোক যেতিয়া দৈৱদ্বাৰা উপস্থিত কৰা ভাগ্যনাশৰ কাৰণে প্ৰপীড়িত দশাত পৰে তেতিয়া তেওঁৰ আপোনজনো পৰ হয় (বন্ধুও শত্ৰু হয়), আৰু চিৰদিন অনুৰক্ত হৈ অহাজনো তেওঁত বিৰক্ত হৈ পৰে।৫৩

বিদূষক — (ৰদনিকাৰ ওচৰ চাপি) আমাৰ ৰদনিকা এইজনীহে।

চাৰুদত্ত — এইজনী ৰদনিকা। এইজনী আকৌ কোন ওলালহি নজনাকৈয়ে মোৰ চাদৰৰ পৰশত যিজনী দূষিতা হ'ল।

বসন্তসেনা — (নিজে নিজে) দূষিতা নহয় ভূষিতা হ'ল।

চাৰুদত্ত — তেওঁক শৰতৰ আকাশত মেঘেৰে ঢাকখোৱা চন্দ্ৰলেখাৰ দৰে দেখা গৈছে।৫৪

ওহো, আনৰ স্ত্ৰী দৰ্শনযোগ্যা নহয়।

বিদূষক — হেৰি বন্ধু! আনৰ তিৰোতা বুলি শঙ্কা কিয় কৰিছে? এওঁ সেই বসন্তসেনাহে। কামদেৱৰ মন্দিৰত প্ৰথম দেখাৰেপৰা তেওঁ আপোনাৰ প্ৰতি আসক্ত।

চাৰুদত্ত — এইজনী বসন্তসেনা। (নিজে নিজে) ধন-বিভৱ শেষ হোৱাৰ পাছত যাৰদ্বাৰা ওপজোৱা কামনা, কাপুৰুষৰ খঙৰ দৰে নিজৰ শৰীৰতে মাৰ যাব।৫৫

বিদূষক — হেৰি বন্ধু! সেই ৰজাৰ শ্যালকে এনেকৈ কৈছে—

চাৰুদত্ত — কি কৈছে?

বিদূষক — এই সুন্দৰ (গাৰ) বৰণৰ সোণৰ অলঙ্কাৰেৰে বিভূষিতা নতুন নাটক দেখুৱাবলৈ উদ্যত হোৱা সূত্ৰধাৰীৰ দৰে বসন্তসেনা নামে দাসীৰ (বেশ্যাৰ) ছোৱালীয়ে কামদেৱৰ দেৱালয়ত তোমাক দেখাৰেপৰা তোমাৰ প্ৰেমত আসক্ত হৈছে; বলাৎকাৰেৰে আমি তেওঁক অনুনয় কৰিবলৈ লোৱাত তেওঁ তোমাৰ ঘৰত সোমাল।

বসন্তসেনা — (নিজে নিজে) 'বলাৎকাৰেৰে অনুনয় কৰিবলৈ পাছ লোৱা' সঁচা কথাৰে মই অলংকৃতা হৈছোঁ।

বিদূষক — যদি নিজে পঠিয়াই তেওঁক মোৰ হাতত সমৰ্পণ কৰা, বিচাৰালয়ত গোচৰ নতৰাকৈয়ে বসন্তসেনাক ঘূৰাই দিয়া, তেতিয়া তোমাৰ মোৰে সৈতে সুদৃঢ় প্ৰীতিভাব হ'ব। অন্যথা আমৰণ শত্ৰুতা হ'ব।

চাৰুদত্ত — (অৱজ্ঞাৰে) সেইটো মুৰ্খ। (নিজে নিজে) এওঁ যে কেনে দেৱতাৰ দৰে উপাসনাৰ যোগ্যা যুৱতী! অথচ আগছোৱা সময়ত—

'ঘৰত সোমোৱা' বুলি আদেশ কৰাতো তেওঁ মোৰ ভাগ্যই সৃষ্টি কৰা এই দশা দেখি লৰচৰ নকৰিলে; যদিও আনকালত বহু কথা কয় তথাপি মোৰ দৰে পুৰুষজনৰ পৰিচয় পায়ো কথাৰ বকলা মেলা নাই (মনে মনে আছে)। ৫৬

(প্ৰকাশ কৰি) বসন্তসেনা! নজনাকৈয়ে তোমাৰে সৈতে দাসীৰ দৰে ব্যৱহাৰ কৰিলোঁ। সেয়ে মূৰ দোৱাই অনুনয় কৰিছোঁ।

বসন্তসেনা — অনুচিত কাৰ্য্য কৰি অপৰাধিনী হোৱা মই আপোনাক মূৰ দোৱাই প্ৰণাম জনাই প্ৰসন্ন কৰিবলগীয়া আছে।

বিদূষক — অ' আপোোলোকে পৰস্পৰে পথাৰৰ পকা ধানশিহৰ দৰে বিনয়ী আৰু প্ৰণত হৈ ইজনে সিজনৰে মূৰ লগ-লগাইছে। ময়ো উটৰ পোৱালীৰ অবনত আঠুৰ দৰে মূৰ তল কৰি আপোনালোক দুজনৰ ওচৰত ক্ষমা বিচাৰিলোঁ।

চাৰুদত্ত — হ'ব, এনে প্ৰণয় ইমানতে থাওক।

বসন্তসেনা — (নিজে নিজে) এই কথাবতৰা কিমান যে চতুৰ আৰু মধুৰ। এনেকৈ (অনামন্ত্ৰিত হৈ) আহি মই ইয়াত আজি থকাটো উচিত নহ'ব। বাৰু মই এনেকৈ কওঁ। (প্ৰকাশ কৰি) ডাঙৰীয়া, মোৰ প্ৰতি যদি অনুগ্ৰহ কৰা দেখুৱাবলৈ খোজে তেনেহ'লে দয়া কৰক, এই অলংকাৰখিনি আপোনাৰ ওচৰত জমা থৈ যাব খোঁজো; কাৰণ, এই অলংকাৰৰ বাবে দুষ্টলোকে মোক অনুসৰণ কৰিছে।

চাৰুদত্ত — এইবোৰ ন্যাসৰূপে ৰাখিবলৈ মোৰ ঘৰ যোগ্য নহয়।

বসন্তসেনা — ডাঙৰীয়া, এই কথা অলীক। পুৰুষৰ ওচৰতহে ন্যাস ৰখা যায়, কাৰো ঘৰত নহয়।

চাৰুদত্ত — মৈত্ৰেয় তেনেহ'লে এই অলংকাৰবোৰ ৰাখি থোৱা।

বসন্তসেনা — মই বৰ অনুগৃহীতা হলোঁ। (অলংকাৰ দিয়ে)।

বিদূষক — (অলংকাৰ লৈ) শ্ৰীমতীৰ কল্যাণ হওক।

চাৰুদত্ত — ধিক্ মুৰ্খ, এয়া যে ন্যাস।

বিদূষক — (এফলীয়াকৈ) তেনেকুৱা হ'লে, চোৰে নিয়ক।

চাৰুদত্ত — বৰ বেগতে।

বিদূষক — বসন্তসেনাৰ এই অলংকাৰ আমাৰ হাতত বিশেষৰূপ ন্যাস।

চাৰুদত্ত — এইয়া সোনকালে ঘূৰাই দিব লাগে।

বসন্তসেনা — আৰ্য, এখেতৰ লগত মই ঘৰলৈ উভতি যাব খোজোঁ।

চাৰুদত্ত — মৈত্ৰেয়! এওঁৰ লগত যোৱা গৈ।

বিদূষক — এই কলহংসিনীক অনুসৰণ কৰি আপুনিয়েই ৰাজহংসৰ দৰে শোভাবৰ্ধন কৰক। মই বৰ নিৰীহ ব্ৰাহ্মণ। চাৰি আলিৰ চকলৈ মানুহে অনা বলি ভোজনৰ দৰে ময়ো কৰবাত কুকুৰৰ মুখত পৰি বিপন্ন হ'ম।

চাৰুদত্ত — বাৰু হ'ব। মই নিজে এওঁৰ লগত যাম গৈ। গতিকে ৰাজপথত যাতায়াত কৰিব পৰাকৈ ভাল পোহৰ দিয়া প্ৰদীপ (মহলা) এটি জ্বলাই আনা।

বিদূষক — বৰ্দ্ধমানক! প্ৰদীপ (মহলা) জ্বলাই আনা।

চেট — (একাষৰীয়াকৈ) হেৰা, বিনা তেলেৰে প্ৰদীপ জ্বলেনে?

বিদূষক — (একাষৰীয়াকৈ) এৰা, আচলতে আমাৰ এই তেল নোহোৱা প্ৰদীপবোৰ ধনহীন কামুকক অপমানিত কৰা স্নেহশূন্য বেশ্যাৰ দৰে হৈছে।

চাৰুদত্ত — মৈত্ৰেয়! হ'ব বাৰু! প্ৰদীপ নহ'লেও হ'ব। চোৱা—কামিনীৰ গালৰ দৰে পাণ্ডুবৰণৰ গ্ৰহ তৰা ৰূপ পৰিয়ালবৰ্গযুক্ত ৰাজপথৰ প্ৰদীপস্বৰূপ শশাঙ্ক উদয় হৈছে। তেওঁৰ শুভ্ৰ কিৰণমালাই ঘন অন্ধকাৰৰ মাজত বোকাত পৰা এঁৱা গাখীৰ দৰে শোভা কৰিছে।৫৭

(অনুৰাগেৰে) বসন্তসেনা, এয়া তোমাৰ ঘৰ, প্ৰবেশ কৰা।

(অনুৰাগমিহলি দৃষ্টিৰে চাৰুদত্তলৈ চাই বসন্তসেনা ওলাই যায়।)

চাৰুদত্ত — বন্ধু! বসন্তসেনা গ'ল গৈ। এতিয়া আহা, আমিও ঘৰলৈ যাওঁ। কিয়নো, এতিয়া ৰাজপথ জনশূন্য, কেৱল প্ৰহৰীসকলেহে চলা ফুৰা কৰিছে। (চোৰৰ-বঞ্চনা এৰি চলিব লাগে; কাৰণ, ৰাতিৰ কালচোৱা অনেক দোষেৰে ভৰা। ৫৮

(পৰিক্ৰমণ কৰি) এই সোণৰ ভাণ্ডটি ৰাতি তুমি ৰক্ষা কৰিব লাগিব আৰু দিনত বৰ্ধমানে ৰক্ষা কৰিব লাগিব।

বিদূষক — আপুনি যেনেকৈ আদেশ কৰে তাকে কৰিম (দুয়ো ওলাই যায়)

মৃচ্ছকটিকত অলংকাৰ ন্যাস নামে প্ৰথম অঙ্কৰ সমাপ্তি।

## দ্বিতীয় অঙ্ক

(প্ৰৱেশ কৰি)

চেটী — মাতৃদেৱীয়ে মোক আৰ্য্যা বসন্তসেনাৰ ওচৰলৈ এটি বতৰা দিবলৈ পঠিয়াইছে। সেয়ে (তেওঁৰ কোঠাত) সোমাই আৰ্য্যাৰ ওচৰত ওলাওঁগৈ। (এপাক ঘূৰিলৈ বসন্তসেনাক দেখি) এয়া আৰ্য্যাই মনতে কিবা ভাবি-গুণি বহি আছে। তেওঁৰ ওচৰ চাপোচোন!

(ইয়াৰ পাছত আসনত বহি উৎকণ্ঠিত অৱস্থাত বসন্তসেনা আৰু মদনিকাৰ প্ৰৱেশ)

বসন্তসেনা — সখি! ইয়াৰ পাছত?

চেটী — আৰ্য্যা, আপুনি একো নক'লে দেখোন? অথচ 'ইয়াৰ পাছত কি?' বুলিহে সুধিছে।

বসন্তসেনা — মই কি কৈছোঁ?

চেটী — 'ইয়াৰ পাছত (কি)'?

বসন্তসেনা — (ভ্ৰূ আক্ষেপণ কৰি) অ' এনেকুৱা হে দেই। (ওচৰ চাপি গৈ)

প্ৰথমা চেটী — আৰ্য্যা, মাতৃয়ে এই আদেশ কৰি পঠিয়াইছে— 'স্নান কৰি দেৱতাৰ পূজা কৰি আঁতাহক'।

বসন্তসেনা — সখি! মাতৃক কোৱাগৈ যে আজি মই স্নান নকৰোঁ। সেয়ে ব্ৰাহ্মণেই দেৱতাৰ পূজাভাগ কৰি আঁতাওক।

চেটী — আৰ্যাই যি কৈছে সেয়ে হ'ব। (ওলাই যায়।)

মদনিকা — আৰ্যা, চেনেহতে সুধিছোঁ, ছিদ্ৰ বিচাৰি সোধা নাই, কি কথা নো বাৰু?

বসন্তসেনা — মদনিকা, তুমি মোক কেনে দেখিছা বাৰু?

মদনিকা — আৰ্যাৰ শূন্য হৃদয়তাৰ প্ৰতি লক্ষ্য কৰি বুজিছোঁ যে আৰ্যাই অন্তৰতে থকা কাৰোবাক যেন পাবলৈ বিচাৰিছে।

বসন্তসেনা — তুমি ঠিকেই বুজিছা। আনৰ অন্তৰৰ ভাৱ বুজাত চতুৰ তুমি মদনিকা।

মদনিকা — এয়া মোৰ অতি প্ৰিয়, সঁচাই বৰ প্ৰিয়। সকলো তৰুণ (তৰুণীৰ) মহোৎসৱ বুলি খ্যাত ভগৱান কামদেৱ অনুগৃহীত হৈছে। এতিয়া আৰ্যাই কওক কোনোবা ৰজাক নে ৰজাৰ প্ৰিয়পাত্ৰক আৰ্যাই সেৱা আগবঢ়াবলৈ খোজে?

বসন্তসেনা — সখি! ৰমণ কৰিবলৈহে খুজিছোঁ, কোনো ধনী লোকৰ সেৱা কৰিবলৈ খোজা নাই।

মদনিকা — তেনেহ'লে আপুনি বিশেষ বিদ্যাৰে অলংকৃত কোনো তৰুণ ব্ৰাহ্মণক পাবলৈ বিচাৰে নে কি?

বসন্তসেনা — ব্ৰাহ্মণলোক মোৰ পূজনীয়।

মদনিকা — তেনেহলে আকৌ অনেক নগৰত বেপাৰ-বণিজ কৰি বিশাল ধন-বিত আহৰণ কৰা তৰুণ বণিকক কামনা কৰে নে কি?

বসন্তসেনা — সখি! অতিকৈ প্ৰেমযুক্ত হৈও প্ৰণয়িনীক (ঘৰতে) এৰি থৈ দেশান্তৰলৈ গৈ বণিকজনে অধিক বিৰহ দুঃখ উৎপন্ন কৰে।

মদনিকা — আৰ্যা! ৰজা নহয়, ৰজাৰ প্ৰিয়পাত্ৰও নহয়, ব্ৰাহ্মণ নহয়, বণিকো যদি নহয়, আমাৰ সাদৰীয়েনো কাক পাবলৈ বিচাৰিছে এতিয়া (ক'বনে?)

বসন্তসেনা — সখি! তুমি মোৰে সৈতে কামদেৱ আয়তন উপবনলৈ গৈছিলা নে?

মদনিকা — আৰ্যা, হয় গৈছিলোঁ।

বসন্তসেনা — তথাপি তুমি নজনাৰ ভাও জুৰি মোক সুধি আছা।

মদনিকা — অ' বুজিছোঁ। তেৱেঁইহে, যিজনে আপুনি তেওঁৰ ওচৰত আশ্ৰয় বিচাৰোঁতে আশ্ৰয় দি আপোনাক অনুগৃহীতা কৰিছিল।

বসন্তসেনা — তেওঁৰ কি নাম?

মদনিকা — তেওঁ সাউদ পাৰাত (শ্ৰেষ্ঠিচত্বৰত) থাকে।

বসন্তসেনা — হেৰা, মই তেওঁৰ নামটোহে সুধিছোঁ।

মদনিকা — আৰ্য! তেওঁ সুন্দৰ নামযুক্ত আৰ্য 'চাৰুদত্ত' বুলি জনাজাত।

বসন্তসেনা — (আনন্দেৰে) সজ মদনিকা, সজ, তুমি ঠিকেই বুজিছা।

মদনিকা — (নিজে মনতে বাৰু এতিয়া এনেকৈ কওঁচোন। (প্ৰকাশ কৰি) আৰ্যা! পিছে তেওঁ দাল-দৰিদ্ৰ বুলি যে শুনিছোঁ।

বসন্তসেনা — সেই বাবেই তো তেওঁক পাবলৈ খোজোঁ। কিয়নো, দৰিদ্ৰ পুৰুষৰ প্ৰেমত পৰা বেশ্যাৰ নিন্দা কোনো লোকে নকৰে।

মদনিকা — আৰ্যে, ভ্ৰমৰীয়ে কেতিয়াবা মঞ্জৰী (আমাৰ মুকুৰ) নোহোৱা আমগছৰ সেৱা কৰেনে?

বসন্তসেনা — সেইবাবেই তাইক (ভ্ৰমৰীক) মধুকৰী বুলি কোৱা হয়।

মদনিকা — আৰ্যে, যদি আপুনি অন্তৰেৰে তেওঁকে পাবলৈ বিচাৰে, তেনেহ'লে গোপনে এতিয়াই তেওঁৰ মিলিত নহয়নো কিয়?

বসন্তসেনা — গোপনে মিলন হ'লে তেওঁ যদি (ধন দি) প্ৰত্যুপকাৰ কৰিবলৈ অসমৰ্থ হৈ জানোছা আকৌ তেওঁৰ পুনৰ্দৰ্শন দুৰ্লভ হৈ পৰে (তেনে ভয়ো নোহোৱা নহয়।)

মদনিকা — অ' সেয়েহে হবলা আপুনি তেওঁৰ হাতত সেই সোণৰ অলংকাৰবোৰ (ন্যাসৰূপে) থৈ আহিছে?

বসন্তসেনা — এৰা, তুমি ঠিকেই বুজিছা।

(নেপথ্যত)

হে স্বামী! দহটা সোণৰ মোহৰৰ বাবে ৰুদ্ধ হোৱা জুৱাৰীজন পলাইছে, পলাইছে। তাক ধৰা ধৰা। ৰবি, ৰবি। তোক দূৰৰপৰাই দেখিছোঁ।

(যৱনিকা কঁপাই ভয়তে প্ৰৱেশ কৰি)

সংবাহক — আচৰিত! জুৱাৰীজীৱন বৰ কষ্টকৰ! প্ৰথমবাৰৰ বাবে বান্ধৰপৰা মুকলি হোৱা মাহকী গাধৰ দৰে গৰ্দভী নামেৰে পাশাৰ 'চাল'ৰে মই মাৰ খালোঁ (হাৰ মানিলো, হাৰিলোঁ)। অঙ্গৰাজ কৰ্ণই নিক্ষেপ কৰা শক্তিৰে (প্ৰহাৰিত) ঘটোৎকচৰ দৰে শক্তিৰে (নামে জুৱাৰ চালেৰে) মই প্ৰহাৰিত (ঘাতিত নিহত) হলোঁ।১

লেখন কৰ্মত ব্যস্ত সভিকক দেখি ততালিকে পলাই আহি এতিয়া ৰাস্তাত উঠিছোঁ; এতিয়া নো মই কাৰ আশ্ৰয় লওঁ?২

যেতিয়ালৈকে সভিক আৰু জুৱাৰীজনে আনফালে মোক বিচাৰি থাকে তেতিয়ালৈকে বিপৰীতফালে (পিছুৱাই) খোজ কাঢ়ি শূন্য দেৱ গৃহত সোমাই দেৱমূৰ্ত্তি হৈ থাকোঁহক।

(বহুবিধ অঙ্গীভঙ্গী কৰি তাত তেনেকৈ ৰ'ল)

(তাৰ পাছত মাথুৰ আৰু জুৱাৰীৰ প্ৰৱেশ)

মাথুৰ — অ' স্বামী, দহটা সোণৰ মোহৰৰ বাবে ৰুদ্ধ হোৱা সেই জুৱাৰীজন পলাইছে, পলাইছে, তাক ধৰা, ধৰা। ৰ'ৰি ৰ'ৰি। দূৰৰপৰাই তোক দেখিছোঁ।

জুৱাৰী — যদি তই (আত্মৰক্ষাৰ বাবে) পাতাললৈকো যাব, নাইবা যদি ইন্দ্ৰৰ ওচৰতো শৰণ লব গৈ, তথাপি একমাত্ৰ সভিকক বাদ দি আন কি ভগৱান শিৱেও তোক ৰক্ষা কৰিবলৈ নোৱাৰে।৩

মাথুৰ — হেৰ সজ্জলোক, (ন্যায়বান সভিকক) প্ৰৱঞ্চনাকাৰী, ভয়তে কঁপনি উঠা গাৰে পদে পদে তলে ওপৰে পিছলি পৰি নিজৰ বংশ আৰু যশক কলুষিত কৰি কলৈ পলাইছ?৪

জুৱাৰী — (ভৰিৰ খোজৰ চিন চাই) এইজন গৈ আছে (গলগৈ) ; এইয়া খোজ হেৰাল।

মাথুৰ — (চাই, বিচাৰ কৰি) আৰে ওলোটা খোজ। মন্দিৰো মূৰ্তিহীন। (ভাবি চাই) ধূৰ্ত জুৱাৰীয়ে ওলোটা খোজেৰে মন্দিৰলৈ গৈছে।

জুৱাৰী — তেনেহ'লে দুয়ো এই খোজৰ অনুসৰণ কৰোঁ।

মাথুৰ — বাৰু সেয়ে হওক।

(দুয়ো দেৱ মন্দিৰত সোমোৱা ভাও কৰে; দেৱমূৰ্তিলৈ চাই ইঙ্গিত দিয়ে।)

জুৱাৰী — এয়া কাঠৰ মূৰ্তি নে কি?

মাথুৰ — অৰে, নহয়, নহয়; শিলৰ মূৰ্তি। (এইদৰে বহুবাৰ জোকাৰি চাই, আকাৰ ইঙ্গিত কৰি) যি হওক, আহা জুৱা খেলোঁ।

(দুয়ো বহুপ্ৰকাৰে জুৱা খেলে।)

সংবাহক — (জুৱা খেলাৰ ইচ্ছাক বহু প্ৰকাৰে সম্বৰণ কৰি) অৰে, ৰাজ্যহীন ৰজাৰ মনক ভেৰীৰ শব্দই যিদৰে আকৰ্ষণ কৰে ঠিক সেইদৰে কড়িৰ (জুৱাখেলৰ গুটিৰ) শব্দয়ো ধনহীন ব্যক্তিৰ মনক আকৃষ্ট কৰে।৫ মই জানো যে সুমেৰু পৰ্বতৰ শিখৰৰপৰা পৰাৰ (পতিত হোৱাৰ) দৰে (মহা কষ্টকৰ) জুৱা মই নেখেলিম গৈ, তথাপি কুলিৰ মাতৰ দৰে কড়িৰ মধুৰ শব্দই মোৰ মনটো নিশ্চয় আকৰ্ষণ কৰিছে।৬

জুৱাৰী — এয়া মোৰ পাল, মোৰ পাল।

মাথুৰ — নহয় মোৰ পাল, মোৰ পাল।

সংবাহক — (আনফালৰপৰা হঠাতে ওচৰ চাপি) নহয় মোৰহে পাল।

জুৱাৰী — মানুহটোক পালোঁ।

মাথুৰ — (সংবাহকক ধৰি) অৰে দগুলুকোৱা (মানুহ)। ধৰা পৰিছ (এতিয়া)। দে এতিয়া, দহটা সোণৰ মোহৰ দে।

সংবাহক — আজি দিম।

মাথুৰ — এতিয়াই দে।

সংবাহক — দিম বুলিছোঁ; কৃপা কৰক (ধৈৰ্য্য ধৰক)।

মাথুৰ — অৰে, এতিয়াই দি দে।

সংবাহক — মূৰ দোৱাইছোঁ (এইদৰে কৈ মাটিত পৰে)।

(দুয়ো সংবাহকক অনেক প্ৰকাৰে মৰিয়ায়।)

মাথুৰ — এতিয়া তই জুৱাৰী সংঘৰদ্বাৰা আৱদ্ধ হলি।

সংবাহক — (মাটিৰপৰা উঠি বৰ দুঃখেৰে) কি মই জুৱাৰীসংঘৰদ্বাৰা বন্দী হলোঁ। দুঃখৰ কথা। এয়া আমাৰ জুৱাৰীসকল অলংঘনীয় সময়। তেনেহ'লে ক'ৰপৰা নো দিম?

মাথুৰ — অৰে! চৰ্ত কৰি ল, চৰ্ত কৰি ল।

সংবাহক — বাৰু এনেকুৱা কৰোঁ। (জুৱাৰীৰ ওচৰ চাপি) আধাখিনি তোমাক দিওঁ। আধা মোক ৰেহাই দিয়া।

জুৱাৰী — তেনে হওক।

সংবাহক — (সভিক মাথুৰৰ ওচৰ চাপি) আধাখিনি চৰ্ত কৰিলোঁ। আৰ্যই বাকী আধাখিনি মোক ৰেহাই দিয়ক।

মাথুৰ — কিনো দোষ? এনে হওক বাৰু।

সংবাহক — (প্ৰকাশ কৰি) আৰ্য! আধা আপুনি ৰেহাই দিলে।

মাথুৰ — এৰা, ৰেহাই দিয়া হ'ল।

সংবাহক — (জুৱাৰীৰ প্ৰতি) আধা তুমিও ৰেহাই দিছা।

জুৱাৰী — (আধা) ৰেহাই দিয়া হৈছে।

সংবাহক — (তেনেহ'লে) এতিয়া মই যাওঁগৈ।

মাথুৰ — সেই দহটা সোণৰ মোৰ দে। ক'লৈ যাব?

সংবাহক — ডাঙৰীয়া সকল, চাওক, চাওক। হায়! এতিয়াই আধাখিনিৰ বাবে চৰ্ত কৰিলে আৰু আধা মোক ৰেহাই দিলে। তথাপি মোক দুৰ্বলজনক (ধনহীন, সহায়হীনজনক) এতিয়া আকৌ খুজিছে।

মাথুৰ — (সংবাহকক ধৰি) ধূৰ্ত। মই চতুৰ মাথুৰ। মই ইয়াত তোৰে সৈতে ধূৰ্তালি কৰিবলৈ অহা নাই। হেৰ, দণ্ডলুকোৱা অপৰাধী, তই মোৰ সকলোখিনি সোণ দি দে।

সংবাহক — ক'ৰপৰা দিওঁ।

মাথুৰ — দেউতাৰক বেচি দে।

সংবাহক — মোৰ দেউতা ক'ত আছে?

মাথুৰ — মায়েৰক বেচি দে।

সংবাহক — মোৰ মা ক'ত আছে?

মাথুৰ — তোক নিজকে বেচি দে।

সংবাহক — কৃপা কৰক। মোক ৰাজপথলৈ লৈ বলক।

মাথুৰ — বল।

সংবাহক — সেয়ে হওক, বলক। (ঘূৰে) ডাঙৰীয়াসকল, মোক এই সভিকৰ হাতৰপৰা দহটা মোহৰেৰে কিনি লওক। কি কৈছে? 'কি কাম কৰিবি বুলি সুধিছে?' আপোনাৰ ঘৰত কামিলা হ'ম। কি, উত্তৰ নিদিয়েই গ'ল? যাওক বাৰু। আন এজনক কওঁচোন। (আকৌ আগৰ দৰে চিঞৰি কয়ঃ সভিকৰ হাতৰপৰা দহটা মোহৰেৰে কিনি লওক)। কি? এইজনেও মোক অৱহেলা কৰি গ'ল! হায়! আৰ্য চাৰুদত্তৰ ধনবিত বিনষ্ট হোৱাত মই দুৰ্ভগীয়া হলোঁ।'

মাথুৰ — হেৰ দে।

সংবাহক — ক'ৰপৰা দিওঁ! (এইদৰে মাটিত পৰে)।

[মাথুৰে টনা-আজোৰা কৰে]

সংবাহক — ডাঙৰীয়াসকল, ৰক্ষা কৰক, ৰক্ষা কৰক।

[তাৰ পাছতদৰ্দুৰকৰ প্ৰৱেশ]

দৰ্দুৰক — পুৰুষৰ বাবে জুৱা হ'ল সিংহাসন নথকা ৰাজ্যৰ দৰে।

দ্যূতক্ৰীড়াই (জুৱাই) কাৰোপৰা পৰাভৱ (অৱমাননা) নগণে, নিতৌ বহু ধন আহৰণ কৰে আৰু দিয়ে; ধনবান ব্যক্তিৰদ্বাৰাও প্ৰতিদিন প্ৰচুৰ আয় দেখুৱা ৰজাৰ দৰেই সেৱিত হয়।৭

আকৌ — এই জুৱাৰেই ধন (দ্ৰব্য) লাভ হয়, জুৱাৰে স্ত্ৰী লাভ হয়; জুৱাৰেই বন্ধুও লাভ হয়। জুৱা (বা দ্যূতক্ৰীড়াই) সকলো দিয়ে; জুৱাৰেই সকলো ভোগ কৰ্ম হয় আৰু জুৱাৰেই সকলো নষ্ট হয়। ৮

আকৌ — ত্ৰেতা (নামৰ চালেৰে) যাৰ সৰ্বস্ব হেৰাল, পাৱৰ (নামে চাল) পৰিলত যাৰ শৰীৰ শুকাই-খীনাই গ'ল, নৰ্দিত (নামে চালে) যাক (ভিক্ষাৰীৰ) পথ দেখুৱালে, কট (কৃত নামে চালেৰে) যাৰ পতন সম্পূৰ্ণ কৰা হ'ল, (সেইজন) মই (দুঃখিত জনে) এয়া গৈ আছোঁ।৯

(আগলৈ চাই) এয়া আমাৰ পূৰ্বৰ সভিক মাথুৰ ডাঙৰীয়া এইফালে আহি আছে। হওঁতে, পলোৱাটো অসম্ভৱ। সেয়ে নিজকে লুকাই ৰাখোঁ। (শৰীৰ ঢাকিবলৈ বহুপ্ৰকাৰে অভিনয় কৰি থিয় হ'ল। সেই ওৰা কাপোৰখনলৈ চাই)। (মোৰ) এই উত্তৰীয় কাপোৰখন জীৰ্ণ-শীৰ্ণ সূতাযুক্ত হৈছে কাৰণ এই কাপোৰখনত শ শ সুৰুঙাৰে (ছিদ্ৰ) অলংকৃত হৈছে। এই কাপোৰখনে গা ঢাকিবলৈ নোৱৰা হৈছে। কাৰণ এই কাপোৰখন মেৰিয়াই (জাপি) থলেহে শোভা পায়।১০

অথবা বেচেৰা (মাথুৰেনো) মোৰ কি অপকাৰ কৰিবলৈ পাৰে? কিয়নো তেওঁ--

এখন ভৰি আকাশলৈ (তুলি) আৰু আনখন ভৰি মাটিত দি এনেকৈ তেতিয়ালৈ ওলমি ৰওঁ যেতিয়ালৈ আকাশত সূৰ্য ওলমি থাকে (অৰ্থাৎ বেলিমাৰ যোৱালৈকে।)১১

মাথুৰ — দে দে (মোৰ ধন দে)।

সংবাহক — ক'ৰপৰা দিওঁ?

[মাথুৰে টনা-আজোৰা কৰে]

দৰ্দুৰক — অ' এয়া মোৰ সমুখত কি হৈছে? (আকাশত) আপুনি কি কৈছে? 'এই জুৱাৰীজনক' সভিকে দুৰ্ব্যবহাৰ কৰিছে, আৰু তেওঁক কোনেও

মুক্ত কৰা নাই ?' তেনেহ'লে এই দৰ্দুৰকে তেওঁক বচাইছে বুলি ধৰা। (ওচৰ চাপি গৈ) বাট এৰি দিয়ক, বাট এৰি দিয়ক। (চাই) অ' এয়া কি ? এয়া ধূৰ্ত মাথুৰ, এয়া আকৌ বেচেৰা সংবাহক। যিজন মানুহে মোৰ দৰে ভৰি ওপৰলৈ তুলি মূৰ তল কৰি দিনৰ শেষলৈ (সূৰ্যাস্তলৈ) থাকিবলৈ নোৱাৰে, যাৰ পিঠিৰ ওপৰত প্ৰতিদিন প্ৰস্তৰখণ্ডৰ ঘঁহনিৰে দাগ বহা নাই, যাৰ উৰুৰ ভিতৰভাগৰ মাংস প্ৰতিদিন কুকুৰে চোবাই খোৱা নাই, তেনে কোমল শৰীৰৰ ব্যক্তিয়ে জুৱা খেলি কি লাভ (পাব)?১২ (শ্লোক, ২।১২)
বাৰু, মাথুৰক মই প্ৰবোধ দিওঁ। (ওচৰ চাপি) মাথুৰ! এয়া আপোনাক নমস্কাৰ কৰিছোঁ।

[মাথুৰেও প্ৰতি নমস্কাৰ কৰে]

দৰ্দুৰক — কিনো ঘটিছে?

মাথুৰ — এইজন দহটা মোহৰত মোৰ ওচৰত ধৰুৱা।

দৰ্দুৰক — প্ৰাতঃভোজনৰ দৰে লঘু সেয়া।

মাথুৰ — (দৰ্দুৰকৰ কাষলটিৰ তলত নুৰিয়াই লৈ থকা কাপোৰখন আজুৰি আনি) স্বামী! চাওক, চাওক — জৰাজীৰ্ণ কাপোৰ গাত মেৰিওৱা এই (কেলেহুৱা) মানুহটোৱে দহটা সোণৰ মুদ্ৰাক প্ৰাতঃভোজনৰ সমান নগন্য বুলি কৈছে।

দৰ্দুৰক — অৰে মুৰ্খ! দহটা সোণৰ মোহৰ মই এক তাল কটৰ চালেৰে দিবলৈ পাৰোঁ। তেনেহ'লে কি যাৰ ধন-বিত আছে তেওঁ কি কোলাত কৰি লৈ দেখুৱাব? হেৰ, অ'ই নীচ, পতিত লোকে দহটা সোণৰ মোহৰৰ কাৰণে এজন পাঁচ ইন্দ্ৰিয়যুক্ত মানুহক মৰিয়াই মাৰিবলৈ ধৰিছ?১৩

মাথুৰ — হেৰি ডাঙৰীয়া, আপোনাৰ বাবে দহটা মুদ্ৰা প্ৰাতঃভোজনৰ দৰে নগণ্য, কিন্তু মোৰ বাবে সেয়া বহু ধন।

দৰ্দুৰক — যদি সেয়ে সঁচা হয়, শুনক তেন্তে। আন দহটা মুদ্ৰা এওঁক (ধাৰলৈ) দিয়া। তাৰে এওঁ আকৌ জুৱা খেলক।

মাথুৰ — তেতিয়া কি হ'ব?

দৰ্দুৰক — যদি তেওঁ জয়ী হয়, দি দিব।

মাথুৰ — যদি নিৰ্জিতে ?

দৰ্দুৰক — তেতিয়া নিদিব।

মাথুৰ — এতিয়া তোমাৰে বিচাৰ কৰা অনুচিত। ধূৰ্ত ! এনেকৈ কৈ থকা লোক হৈ তুমিয়েই তেওঁক দিয়া। ময়ো চতুৰ মাথুৰ, মিছাকৈ জুৱাখেল দেখুৱাওঁ নে ? মই কালৈকো ভয় নকৰোঁ। তুমি এজন নষ্ট চৰিত্ৰৰ লোক, ধূৰ্ত।

দৰ্দুৰক — হেৰ নষ্ট চৰিত্ৰৰ লোক কোন বুলিছা ?

মাথুৰ — তুমি (যে) এজন চৰিত্ৰভ্ৰষ্ট লোক (তাকৈই কৈছোঁ।)

দৰ্দুৰক — তোমাৰ পিতা নষ্ট চৰিত্ৰৰ লোক (সংবাহকক আঁতৰি যাবলৈ ইঙ্গিত দিয়ে।)

মাথুৰ — বেশ্যাৰ পোৱালি ! তই এনেকৈ জুৱা খেলিবলৈহে শিকিছ ?

দৰ্দুৰক — এৰা, মই এনেকৈ জুৱা খেলিবলৈ শিকিছোঁ।

মাথুৰ — হেৰ সংবাহক, সেই মোহৰ দহটা দে।

সংবাহক — আজি দিম। এতিয়াই দিম।

[মাথুৰে তেওঁক টনা আজোৰা কৰে]

দৰ্দুৰক — মূৰ্খ ! মোৰ পাছত (পৰোক্ষত) দুৰ্ব্যৱহাৰ কৰিবলৈ পাৰ। কিন্তু মোৰ সমুখত কাকো বেয়া ব্যৱহাৰ কৰিবলৈ নোৱাৰিবি। (মাথুৰে সংবাহকক আকৰ্ষণ কৰি নাকত প্ৰহাৰ কৰে। সংবাহকৰ নাকৰপৰা তেজ ওলোৱাৰ অভিনয় কৰি মূৰ্ছিত হৈ মাটিত পৰে। দৰ্দুৰক ওচৰ চাপি দুয়োকে আঁতৰাই দিয়ে। মাথুৰে দুৰ্দৰকক মাৰ-কিল শোধাবলৈ ধৰে; দৰ্দুৰকেও প্ৰত্যুত্তৰত মাথুৰক মাৰকিল শোধায়।)

মাথুৰ — হেৰ পুংশ্চলিৰ ল'ৰা ! ইয়াৰ প্ৰতিফল তই পাবি।

দৰ্দুৰক — হেৰ মূৰ্খ ! তই বাটেৰে যাওঁতে মোক মাৰিছ; কাইলৈ যদি ৰাজদৰবাৰত মাৰ, তেতিয়া চাবি ( কি ফল পাব)।

মাথুৰ — আহ ইয়াতে চাই লওঁ।

দৰ্দুৰক — কেনেকৈ চাবি অ'।

মাথুৰ — (দুচকু বহলাই মেলি) এনেকৈ চাম।

(দৰ্দুৰকে ধূলিৰে মাথুৰৰ দুচকু ভৰাই দি সংবাহকক পলাবলৈ সংকেত দিয়ে। মাথুৰে চকুত হাত দি মাটিত পৰে। সংবাহক আঁতৰি পলায়।)

দৰ্দুৰক — (নিজে নিজে) জুৱাৰীসকলৰ মুখ্য সভিক মাথুৰৰে কাজিয়া কৰিছোঁ যেতিয়া মই ইয়াত সৰহকাল থকা উচিত নহয়। মোৰ প্ৰিয় বন্ধু শৰ্বিলকে কৈছিল যে — আৰ্যক নামে গোপাল পুত্ৰই ৰজা হ'ব বুলি সিদ্ধলোকসকলে ভৱিষ্যৎবাণী কৰিছে। সেয়ে আমাৰ দৰে লোকসকলে তেওঁক অনুসৰণ কৰিবলৈ লৈছে।' সেয়ে ময়ো তেওঁৰ ওচৰলৈকে যাওঁগৈ। (এইদৰে কৈ ওলাই যায়।)

সংবাহক — (ভয়তে এপাক ঘূৰি, আগলৈ চাই) এইটো কাৰোবাৰ ঘৰ, ইয়াৰ কাষৰ দুৱাৰ খোলা আছে। ইয়াত প্ৰৱেশ কৰোঁহক। (প্ৰৱেশ কৰাৰ অভিনয় কৰি বসন্তসেনাক দেখি) আৰ্যে, আপোনাৰ শৰণাগত হৈছোঁ।

বসন্তসেনা — শৰণাগতজনক অভয় দিছোঁ। চেটী, এতিয়া দুৱাৰখন বন্ধ কৰি থ'।

[চেটীয়ে দুৱাৰ বন্ধ কৰে]

বসন্তসেনা— কাৰপৰা তোমাৰ ভয় হৈছে?

সংবাহক — আৰ্যে! ধনীলোকৰপৰা।

বসন্তসেনা — এতিয়া দুৱাৰ খুলি দে।

সংবাহক — (নিজকে নিজে) ধনীলোকৰপৰা হোৱা ভয়ক একেলগে নগণ্য বুলি কিয় ভাবিছে? ঠিকেই কোৱা হৈছে যে—

যি মানুহে আত্মবল জানি নিজৰ যোৰাই-জোখাই ভাৰ বহন কৰে তেওঁৰ স্খলন নহয় (তেওঁ পিছলি নপৰে), দুৰ্গম পথতো তেওঁ বিপদত নপৰে।১৪

এই সত্যৰ ময়েই এক দৃষ্টান্ত হৈ পৰিছোঁ।

মাথুৰ — (চকু মোহাৰি জুৱাৰীক লক্ষ্য কৰি) হেৰ, দে দে।

জুৱাৰী — ডাঙৰীয়া, আমি দৰ্দুৰকেৰে কাজিয়া পাতি থাকোঁতে সেই (ধৰুৱা মানুহজন) পলাইছে।

মাথুৰ — সেই জুৱাৰীজনৰ নাকটো মুষ্টক প্ৰহাৰেৰে ভাঙিছিল; গতিকে আহা, তেজৰ লানি লগা পথ অনুৰণ কৰোঁ।

[অনুসৰণ কৰি]

জুৱাৰী — স্বামী, সি বসন্তসেনাৰ ঘৰত সোমাইছে।

মাথুৰ — বহুত সোণ পোৱা যাব।

জুৱাৰী — ৰাজকুললৈ (ৰাজকাৰ্য্যালয়লৈ) গৈ জনাওঁ।

মাথুৰ — এই ধূৰ্ত লোকজন ইয়াৰপৰা ওলাই আন ঠাইলৈ যাব; গতিকে তাক ৰাস্তাত আগছি ধৰিবলৈ পাৰিম।

[বসন্তসেনাই মদনিকাক ইঙ্গিত দিয়ে]

মদনিকা — আৰ্য্য আপুনি ক'ৰপৰা আহিছে? আপুনি বা আকৌ কোন? আপুনি কাৰ সম্বন্ধীয় হয়? আৰ্যই বা কি বৃত্তিৰে জীৱন-যাপন কৰে? আপুনি কাৰপৰা ভয় পাইছে?

সংবাহক — আৰ্য্যাই শুনক। আৰ্যে মোৰ জন্মভূমি পাটলিপুত্ৰ। মই গৃহপতি (গ্ৰামাধ্যক্ষৰ) পুত্ৰ। সংবাহকৰ বৃত্তিৰে জীৱন নিৰ্বাহ কৰোঁ।

বসন্তসেনা — আৰ্য্যই সুকুমাৰ কলাকেই শিকিছে।

সংবাহক — আৰ্যে, শিকোঁতে বিষয়টো কলা বুলিয়েই শিকিছিলোঁ; কিন্তু এতিয়া সেয়ে জীৱিকা হৈছে।

চেটী — আৰ্যই বৰ দুঃখেৰে উত্তৰ দিছে। তাৰ পাছত।

সংবাহক — তাৰ পাছত, আৰ্যে, নিজ ঘৰতে ভ্ৰমণকাৰীসকলৰ মুখত শুনি এই অপূৰ্ব দেশ চোৱাৰ হেপাহত ইয়ালৈ আহিছিলোঁ। ইয়াতো উজ্জয়িনী নগৰীত প্ৰৱেশ কৰি এজন সম্মানীয় মহৎ লোকৰ সেৱাত নিযুক্ত হৈছিলোঁ; তেওঁ এনে সুন্দৰ, প্ৰিয়ভাষী যে, তেওঁ দান কৰি তাৰ বিষয়ে কাকো নকয়, আনে কৰা অপকাৰৰ কথা সততে পাহৰি যায়। অধিক কোৱাৰ প্ৰয়োজন নাই — অধিক উদাৰ দানশীল হোৱা বাবে তেওঁ নিজকে আনৰ বাবে বুলিহে বুজে, আৰু শৰণাগতসকলৰ প্ৰতিও দয়াশীল।

চেটী — আৰ্য্যাৰ (বসন্তসেনাৰ) মনৰ মানুহজনৰ গুণবোৰ চেৰ পেলাই আন কোনেনো বাৰু এতিয়া উজ্জয়িনী নগৰ সুশোভিত কৰি আছে?

বসন্তসেনা — ধন্য চেটী, ধন্য! ময়ো মনতে এনে কথাকে মনতে ভাবি আছোঁ।

চেটী — আৰ্য! তাৰ পাছত?

সংবাহক — আৰ্যে! তেওঁ এতিয়া কৰুণাৰ বশত কৰা দানৰ কাৰণে ....।

বসন্তসেনা — কি ধনহীন হৈ পৰিছে?

সংবাহক — মই নৌ কওঁতেই আপুনি কেনেকৈ বুজি পালে?

বসন্তসেনা — ইয়াত জানিবলগীয়া নো কি আছে? সজগুণ আৰু বৈভৱ (একেজন লোকত) পোৱাটো দুৰ্লভ। য'ৰ পানী পানৰ অযোগ্য হয় তেনে পুখুৰীতহে বহুত পানী থাকে।

চেটী — আৰ্য্য, সেই মহানুভৱ ব্যক্তিজনৰ নাম নো কি?

সংবাহক — আৰ্যে! এতিয়া সেই ধৰাতলৰ জোনটিৰ নামনো কোনে নাজানে? তেওঁ সেই সাউদপাৰত থাকে। প্ৰশংসনীয় নামেৰে তেওঁ মাননীয় চাৰুদত্ত (বুলি জনাজাত)।

বসন্তসেনা — (প্ৰসন্নতাৰে সৈতে নিজৰ আসনৰপৰা উঠি) এয়া আৰ্যৰ (আপোনাৰ) নিজৰে ঘৰ। দাসী! এখেতক বহিবলৈ আসন দে। তালপাতৰ বিছনী ল। পৰিশ্ৰমে আৰ্যক কষ্ট দিছে।

[চেটীয়ে তাকে কৰে]

সংবাহক — (নিজে নিজে) আৰ্য চাৰুদত্তৰ নাম লোৱা মাত্ৰকে মোৰ প্ৰতি এনে সমাদৰ কিয় হৈছে? ধন্য আৰ্য চাৰুদত্ত। ধন্য। পৃথিৱীত তুমি অকলে জীয়াই আছা। (সাৰ্থকভাৱে জীৱিত আছা)। আনবোৰে, কেৱল উশাহ-নিশাহ লৈ আছে। (বসন্তসেনাৰ ভৰিত পৰি) হ'ব আৰ্যে হ'ব। আপুনি আসনত বহক।

বসন্তসেনা — (আসনত ভালদৰে বহি) আৰ্য! সেই (আপুনি ভয় পোৱা) ধনীজননো ক'ত?

সংবাহক — আনৰ সৎকাৰ কৰিবলৈকে সজ্জনৰ ধন হয় (অৰ্থাৎ যিজনে আনৰ সৎকাৰ কৰোঁতে ধন ব্যয় কৰে তেঁৱেই সজ্জন ব্যক্তি); চঞ্চল ধন (সময়ত অহা, সময়ত হাতৰপৰা যোৱা) কাৰ নো নাই (বা নহয়)? যি ব্যক্তিয়ে সামান্য পূজা কৰিবলৈকে নাজানে তেওঁনো বিশেষ পূজাৰ কথা কি জানে?১৫

বসন্তসেনা — তাৰ পাছত, তাৰ পাছত?

সংবাহক — ইয়াৰ পাছত সেই মহানুভৱজনে উচিত বেতনত মোক এজন পৰিচাৰক কৰি ল'লে। (নিৰ্ধন হৈ) তেখেতৰ নিজৰ বুলিবলৈ চৰিত্ৰখিনি বাকীবোৰাত মই জুৱাৰীৰ জীৱিকা ললোঁ। ইয়াৰ পাছত ভাগ্যৰ দোষত পৰি দহটা সোণৰ মোহৰত জুৱাত হাৰিলোঁ।

মাথুৰ — মই উচ্ছন্ন গলোঁ; মোক লুটি নিলে?

সংবাহক — সৌ সভিক আৰু জুৱাৰী এজনে মোকেই বিচাৰি ফুৰিছে। আৰ্যাই এই সকলো শুনি যি উচিত তাকে কৰক।

বসন্তসেনা — মদনিকা, বাঁহলৈ থকা গছ বিনষ্ট হ'লে (বা হালিলে) তাত থকা চৰাইবোৰ যি যেনি পায় ঘূৰি/ উৰি ফুৰে। দাসী, যাচোন 'আৰ্য, সংবাহকে দিছে' বুলি সভিক আৰু জুৱাৰীজনৰ হাতত এই কঙ্কণ (সোণৰ খাৰু) পাত দি আহ। (এনেদৰে কৈ হাতৰপৰা খাৰু-এপাত খুলি দাসীৰ হাতত দিয়ে।)

চেটী — (হাতত লৈ) আৰ্যাই যি আজ্ঞা কৰিছে। (ওলাই যায়)।

মাথুৰ — মই উচ্ছন্ন গলোঁ; মোক লুটি নিলে।

চেটী — যিহেতু এই দুজনে ওপৰলৈ চাই আছে, দীঘলীয়াকৈ উশাহ লৈছে, দুৱাৰৰৰ ফালে চকু দি বিচাৰ কৰি কথা-বতৰা পাতি আছে, সেয়ে মই ভাবোঁ— এই দুজনেই সভিক আৰু জাৱাৰী হ'ব। (ওচৰ চাপি) আৰ্য! নমস্কাৰ।

মাথুৰ — তুমি সুখী হোৱা।

চেটী — আৰ্য, আপোনালোক দুজনৰ ভিতৰত কোনজন সভিক?

মাথুৰ — হে চিয়া কঁকালৰ সুন্দৰি! বেঁকা দৃষ্টিৰে চাই তুমি মিলনৰ সময়ত ক্ষত চঞ্চল অধৰেৰে মনত সন্তোষ লগোৱা কথা কাৰ সৈতে পাতিছা (পাতিবলৈ খোজা)? ১৬

মোৰ হ'লে টকা-সিকা নাই দেই! আনৰ ওচৰলৈ যোৱা।

চেটী — যদি আপুনি এনেকৈয়ে কয় তেনেহ'লে জুৱাৰী নহয়। বাৰু আপোনাৰ কোনোবা ধৰুৱা আছে নে?

মাথুৰ — আছে। এজনে দহটা মোহৰ ধাৰ কৰিছে। তাৰ কি হ'ল।

চেটী — তেওঁৰ কাৰণে আৰ্যাই এই হাতৰ অলংকাৰ পাত দি পঠিয়াইছে। অ' নহয়। নহয়; তেৱেঁই দিছে।

মাথুৰ — (আনন্দেৰে গ্ৰহণ কৰি) হেৰা, সেই কুলীনজনক কবা যে 'তোমাৰ চৰ্ত পূৰণ হৈছে; আহা, আকৌ জুৱা খেলা।' (এইদৰে আমি কৈছোঁ)।

[এনেদৰে কৈ দুয়ো ওলাই যায়]

চেটী — (বসন্তসেনাৰ ওচৰ চাপি) আৰ্যে। সভিক আৰু জুৱাৰী দুয়ো সন্তুষ্ট হৈ ওলাই গৈছে।

বসন্তসেনা — তেনেহ'লে আপুনি যাওক, এতিয়া বন্ধুলোকে আশ্বাস লাভ কৰক।

সংবাহক — আৰ্যে! (যদি) এনেহে হয়, তেনেহ'লে এই কলা আপোনাক দাসীসকলক শিকিবলৈ দিয়ক।

বসন্তসেনা — আৰ্য! যাৰ বাবে এই কলা শিকিছে, সেই পূৰ্বতে সেবা কৰা জনৰে পুনঃ সেবা কৰক গৈ।

সংবাহক — (নিজে নিজে) আৰ্যাই বৰ চতুৰতাৰে সৈতে অস্বীকাৰ কৰিছে। কি দৰেনো তেখেতৰ প্ৰত্যুপকাৰ কৰোঁ। (প্ৰকাশ কৰি) আৰ্যে, জুৱাৰীৰ দ্বাৰা এনেদৰে অপমানিত মই এতিয়া বৌদ্ধ সন্ন্যাসী হম গৈ। 'জুৱাৰী সংবাহক বৌদ্ধ সন্ন্যাসী হ'ল' এই কথা আৰ্য্যাই যেন মনত ৰাখে।

বসন্তসেনা — আৰ্য! তেনে সাহসৰ প্ৰয়োজন নাই,

সংবাহক — আৰ্যে, মই সেইদৰে মন থিৰ কৰিছোঁ।

[এনেদৰে কৈ পৰিক্ৰমণ কৰি]

জুৱাই মোৰ এনেখন অৱস্থা কৰিছে যে এইয়া সকলো লোকৰে শক্তিৰ (হাতৰ) বাহিৰলৈ গৈছে। এতিয়া (ঋণশূণ্য হৈ) ৰাজপথত মূৰ তুলি ঘূৰি ফুৰিম গৈ।১৭

[নেপথ্যত কোলাহল হয়]

সংবাহক — (কাণ পাতি শুনি) অৰে, এয়া কিনো হৈছে? (আকাশত) কি কৈছা? বসন্তসেনাৰ খুণ্টমোড়ক নামে দুষ্ট হাতীটো ঘূৰি ফুৰিছে। অ' মই আৰ্যাৰ মদমত্ত হাতীটো চাওঁ গৈ। অথবা তাৰে নো মোৰ কি হ'ব? যি ভাবিছোঁ তাকে কৰোঁগৈ। (ওলাই যায়।)

[তাৰ পাছত যৱনিকা কঁপাই আনন্দত উৎফল্ল হৈ বৰ উজ্জ্বল কাপোৰ ধাৰণ কৰি কৰ্ণপূৰকৰ প্ৰৱেশ]

কৰ্ণপূৰক — আৰ্যা ক'ত? আৰ্যা ক'ত?

চেটী — দগাবাজটো! তোমাৰ এই উৎকণ্ঠাৰ কাৰণ কি যে সমুখত থকা আৰ্যাকো তুমি দেখা নাই?

কৰ্ণপূৰক — (দেখি) আৰ্যে! নমস্কাৰ।

বসন্তসেনা — কৰ্ণপূৰক! তোমাৰ মুখখন সন্তোষেৰে ভৰা যেন লাগিছে (কোৱাচোন) ইয়াৰ কাৰণ কি?

কৰ্ণপূৰক — (বিস্ময়েৰে) আৰ্যে! আজি কৰ্ণপূৰকৰ পৰাক্ৰম দেখাৰপৰা আপুনি বঞ্চিত হৈছে।

বসন্তসেনা — কৰ্ণপূৰক! কি? কি কৈছা?

কৰ্ণপূৰক — আৰ্যা শুনক! আপোনাৰ খুণ্টমোড়ক নামে যিটো দুষ্ট হাতী আছে, সি আজি বান্ধি থোৱা স্তম্ভটো ভাঙি মাউতজনক মাৰি ভীষণ উপদ্ৰৱ কৰি মুখ্য ৰাজপথত অৱতীৰ্ণ হৈছে। তাৰ লোকসকলে ঘোষণা কৰিলে—

বেগতে শিশুক আঁতৰোৱা, গছ-বিৰিখ আৰু প্ৰাসাদত বেগতে আৰোহণ কৰা। কিয় সমুখত দেখা নাই নে? দুষ্ট হাতী এটা এইফালে আহি আছে।১৮

আকৌ —

(দুষ্ট হাতীৰ ভয়তে পলোৱা তিৰোতাসকলৰ) ভৰিত পিন্ধা নূপুৰযুগল জৰি ছিগি সিঁচৰিত হৈ পৰিছে; মণিখচিত কৰধনি ছিগি গৈছে; অতি সুন্দৰ ৰত্নৰশ্মিসমূহেৰে যুক্ত বলয়বোৰো ভাগিছে।১৯ ইয়াৰ পাছত তাৰ শুৰ, ভৰি আৰু দাঁতেৰে প্ৰফুল্লিত পদুমৰ দৰে

উজ্জয়িনী নগৰ ছিন্ন ভিন্ন কৰি দুষ্ট হাতীটোৱে বৌদ্ধ সন্ন্যাসী এজনক পকাই ধৰিলে। দণ্ড আৰু ভোজনৰ পাত্ৰ চিতিকি পৰা (তেওঁক) পানীৰ কণিকাৰে তিয়াই তেওঁক দাঁতৰ মাজত লোৱা দেখি মানুহে উদ্‌ঘোষণা কৰিলে 'হায় হায়, পৰিব্ৰাজক/ বৌদ্ধ সন্ন্যাসীক মাৰিলে।'

বসন্তসেনা — (উৎকণ্ঠাৰে) – আঃ বৰ অনৰ্থ, বৰ অনৰ্থ।

কৰ্ণপূৰক — ভয় খোৱা অনাৱশ্যক। আপুনি শুনক। তাৰ পাছত ছিন্ন-ভিন্ন জিঞ্জিৰি যুক্ত হৈ (হাতীটোৱে) দাঁতৰ মাজত লৈ থকা বৌদ্ধ সন্ন্যাসীজনক দেখি আপোনাৰ অন্ন আদিৰে পৰিপুষ্ট এই সেৱক কৰ্ণপূৰকে জুৱাৰ লেখকক বাৰম্বাৰ কৈ সাহস গোটাই বেগতে দোকান এখনৰপৰা লোৰ দণ্ড এডাল লৈ বাওঁফাললৈ গৈ সেই দুষ্ট হাতীটোক প্ৰত্যাহ্বান জনালোঁ।

বসন্তসেনা — তাৰ পাছত!

কৰ্ণপূৰক — ৰোষান্বিত সেই বিন্ধ্যপৰ্বতৰ চূড়াৰ দৰে বিশালকায় হাতীটোক প্ৰহাৰ কৰি তাৰ দাঁতৰ মাজত আবদ্ধ বৌদ্ধ সন্যাসীজনক মই মুক্ত কৰিলোঁ।২০

বসন্তসেনা — বৰ ভাল কৰিলা। তাৰ পাছত।

কৰ্ণপূৰক — তাৰ পাছত আৰ্যে! সাধু কৰ্ণপূৰক, সাধু! কেৱল ইয়াকে কৈ বহুত অধিক বোজাৰ ভৰত এফালে বহি যোৱা (দাবী যোৱা) নাৱৰ দৰে সমস্ত উজ্জয়িনী নগৰ একত্ৰিত হৈ পৰিল। ইয়াৰ পাছত আৰ্যে, কোনো এজন লোকে নিজৰ শূন্য আভৰণৰ স্থান স্পৰ্শ কৰি চাই ওপৰলৈ চাই দীৰ্ঘ নিঃশ্বাস পেলাই এই উত্তৰীয় বস্ত্ৰখন মোৰ গালৈ দলি মাৰি দিলে।

বসন্তসেনা — কৰ্ণপূৰক! জানিছা নে, এই উত্তৰীয় বস্ত্ৰ জাতিকুসুমৰ গোন্ধেৰে সুগন্ধিত নহয় নে বাৰু?

কৰ্ণপূৰক — আৰ্যে! মদগন্ধৰ (হাতীৰ মদগন্ধৰ) বাবে সেই গোন্ধৰ বিষয়ে ভালকৈ জনা নাই।

বসন্তসেনা — নামটো চোৱাচোন।

কৰ্ণপূৰক — এই নামটো আৰ্যাই পঢ়ক (এইদৰে কৈ বস্ত্ৰখন বসন্তসেনাক দিয়ে)।

বসন্তসেনা — (এৰা) আৰ্য চাৰুদত্তৰে হয়। (এইদৰে পঢ়ি স্পৃহাপূৰ্বক কাপোৰখন ওৰে।)

চেটী — কৰ্ণপূৰক! কাপোৰখনে আৰ্যাক শুৱাইছে।

কৰ্ণপূৰক — এৰা, আৰ্যাক কাপোৰখন বেছ শুৱাইছে।

বসন্তসেনা — কৰ্ণপূৰক! এইয়া তোমাৰ পুৰস্কাৰ। (এইদৰে অলংকাৰ খুলি দিয়ে)।

কৰ্ণপূৰক — (তলমূৰ কৰি/শিৰ পাতি গ্ৰহণ কৰি প্ৰণাম জনাই) এতিয়া আৰ্যাৰ গাত উত্তৰীয় বস্ত্ৰ বাৰুকৈয়ে শোভা পাইছে।

বসন্তসেনা — কৰ্ণপূৰক! এই সময়ত আৰ্য চাৰুদত্ত ক'ত আছে বাৰু (কিমানখিনি ঠাই পাইছে হি)?

কৰ্ণপূৰক — তেখেতে এই পথেৰেই ঘৰলৈ গৈ আছে।

বসন্তসেনা — দাসী, ওপৰৰ চাঁদত উঠি আৰ্য চাৰুদত্তক এবাৰ চাওঁ।

[এইদৰে সকলোৱে প্ৰস্থান কৰে]

এনেদৰে **দ্যূতকৰ সংবাহক** নামে দ্বিতীয় অঙ্ক সমাপ্ত।

## তৃতীয় অঙ্ক

### চেট বৰ্ধমানকৰ প্ৰৱেশ

চেট — ভৃত্যৰ প্ৰতি অনুকম্পা দেখুৱা সজলোক ধনহীন হৈও গৰাকীৰূপে (স্বামীৰূপে) শোভা পায়। কিন্তু ধনৰ গৰ্বত মত্ত পৰিণামত নিষ্ঠুৰ দুষ্ট স্বামীক বহুত দুঃখ-কষ্টেৰে সেৱা কৰা হয়।১

আকৌ —

শস্যলুভীয়া বলধক নিবাৰণ কৰা অসম্ভৱ, পৰস্ত্ৰীত অনুৰক্ত পুৰুষক বাধা দি ৰখা অসম্ভৱ, জুৱাত আসক্ত মানুহক বাধা দি ৰখা সম্ভৱ নহয়; আৰু যি স্বাভাৱিক দোষ তাক নিবাৰণ কৰা অসম্ভৱ।২

গান শুনিবলৈ যোৱা চাৰুদত্তৰ কিমান বেলি হ'ল; আধাখিনি ৰাতি অতিবাহিত হ'লহি। এতিয়াও উভতি (ঘৰ) নাপালেহি। তেওঁ আহেমানে বাহিৰলৈ ওলোৱা দুৱাৰ থকা কোঠালীতে শোওঁগে।

[তাকে কৰে]

[তাৰ পাছত চাৰুদত্ত আৰু বিদূষকৰ প্ৰৱেশ]

চাৰুদত্ত — বাঃ বাঃ। ৰব শুৱলা, ৰব শুৱলাকৈ ৰেভিলে গীত গালে। কাৰণ, বীণা অসমুদ্ৰৰপৰা নিৰ্গত ৰত্ন।

(বীণা) প্ৰিয় বিৰহত উৎকণ্ঠিতজনৰ বাবে মনৰ বা অন্তৰৰ অনুৰূপ প্ৰিয় সখী, (নিৰ্দিষ্ট স্থান আৰু কালানুসৰি) সংকেত দিয়া প্ৰেমিকৰ পলম হোৱা সময়চোৱা কটাবলৈ উৎকৃষ্ট বিনোদ, প্ৰিয়জনৰ বিৰহত আতুৰ হোৱা সকলৰ বাবে প্ৰিয়তম সান্ত্বনাস্বৰূপ, সদ্য প্ৰেমীজনৰ প্ৰেম বৃদ্ধি কৰা প্ৰমোদস্বৰূপ।৩

বিদূষক — বোলো আহা, ঘৰলৈ যাওঁ।

চাৰুদত্ত — বাঃ ৰেভিলে বেচ ভালে গালে দেই।

বিদূষক — মোৰ হ'লে দুটা কথাৰ পৰা হাঁহি ওপজে-- তিৰোতাই পঢ়া সংস্কৃত বচন আৰু মধুৰ কাকলী গোৱা পুৰুষৰপৰা সংস্কৃত পাঠ পঢ়া তিৰোতাই নতুনকৈ নাকীজৰী দিয়া নকৈ পোৱালী জগোৱা গাইগৰুৰ দৰে অধিক সূ সূ শব্দ কৰে। আৰু কাকলী গোৱা মতা-মানুহে আকৌ শুকোৱা ফুলৰ মালা পিন্ধা বুঢ়া পুৰোহিতে মন্ত্ৰ জপ কৰা দিয়ে— এটাও মোৰ মুঠেই মনত নেলাগে।

চাৰুদত্ত — বন্ধু! (তথাপি) মহানুভৱ ৰেভিলে আজি সুৱলাকৈ গীত গাইছে। তুমি তেওঁৰ গীত শুনি সন্তোষ নাপালা নে কি?

(সেই ৰেভিলৰ গীত) ৰাগেৰে ভৰা (শুনিবলৈ) মধুৰ, (স্বৰ আৰু লয়ৰে) সুষম, স্পষ্ট, ভাৱপূৰ্ণ, ললিত আৰু মনোহাৰী; অথবা মোৰ এইবোৰ প্ৰশংসাবচনৰ আৱশ্যক ক'ত? মোৰ মনত এনে লাগিছে যেনিবা ৰেভিলৰ ভিতৰত কোনোবা নাৰীহে (নাৰীকণ্ঠহে) লুকাই আছে।৪

আকৌ —

সঁচাকৈ গীতৰ সময় অতিবাহিত হোৱাৰ পাছতো মধুৰ মাতৰ ৰেভিলৰ অক্ষৰৰ মূৰ্চ্ছনাৰ মাজত অতিকৈ উচ্চ আৰু বিৰামত মধুৰ, তথাপি আৰোহ-অৱৰোহৰ অনৌচিত্য নথকা ৰাগ বিশেষৰ কাৰণে দ্বিৰুক্তি কৰা আৰু লালিত্যযুক্ত সেই (আগতে শুনা) নিষাদ আদি স্বৰৰ আৰোহ-অৱৰোহক্ৰম আৰু তাত মিলিত হোৱা বীণাৰ শব্দ শুনি থকা যেন পাইছো।৫

বিদূষক — হেৰা বন্ধু, বজাৰৰ মাজৰ গলিবোৰত কুকুৰবোৰেও সুখেৰে টোপনি গৈছে। সেয়ে ঘৰলৈ যাওঁ বলক। (আগলৈ চাই) বন্ধুবৰ! চাওক, চাওক; এয়া এই অন্ধকাৰৰ মাজতে অৱকাশ দিহে যেন ভগৱান চন্দ্ৰই অন্তৰিক্ষ প্ৰসাদৰপৰা নামিছে।

চাৰুদত্ত — বন্ধু তুমি ঠিকেই কৈছা।

কিয়নো, পানীত ডুব যোৱা বনৰীয়া হাতীৰ (ডুবিবলৈ) বাকী থকা দাঁতৰ আগৰ দৰে উঠি অহা প্ৰান্তভাগযুক্ত চন্দ্ৰমা অন্ধকাৰক অৱকাশ দিহে যেন অস্ত যাবলৈ ওলাইছে।৬

বিদূষক — বন্ধু! এয়া আমাৰ ঘৰ (পালোঁহি)। বৰ্ধমানক, বৰ্ধমানক! দুৱাৰ খোলা।

চেট — আৰ্য মৈত্ৰেয়ৰ মাত শুনা যেন পাইছোঁ। চাৰুদত্ত আহিছে চাগৈ। গতিকে দুৱাৰখন খুলি দিওঁ। (দুৱাৰ খোলে) আৰ্য! নমস্কাৰ! আৰ্য মৈত্ৰেয়! আপোনালৈকো প্ৰণাম জনাইছোঁ। এয়া আসন পাৰি থোৱা আছে, দুয়ো বহক।

[দুয়ো প্ৰৱেশ কৰি বহাৰ অভিনয় কৰে]

বিদূষক — বৰ্ধমানক! (আৰ্যৰ) ভৰি ধুৱাই দিবলৈ ৰদনিকাক মাতা।

চাৰুদত্ত — (দয়াপৰৱশ হৈ) শুই থকাজনক মাতা অনাৱশ্যক।

চেট — আৰ্য মৈত্ৰেয়! মই পানীৰ পাত্ৰ ধৰোঁ, আপুনি ভৰি ধুৱাই দিব।

বিদূষক — হেৰি বন্ধু। এইটো দাসীৰ পুত্ৰ হৈ এতিয়া পানীৰ পাত্ৰ ধৰিছে আৰু মই ব্ৰাহ্মণজনেৰে ভৰি ধুৱাবলৈ বিচাৰিছে।

চাৰুদত্ত — বন্ধু মৈত্ৰেয়! তুমি পানী লোৱা আৰু বৰ্ধমানকে ভৰি ধুৱাওক।

চেট — আৰ্য মৈত্ৰেয়! দিয়ক, পানী দিয়ক।

[বিদূষকে পানী দিয়ে; বৰ্ধমানে চাৰুদত্তৰ ভৰি ধুৱাই দিয়ে।]

চাৰুদত্ত — ব্ৰাহ্মণকো ভৰি ধুবলৈ পানী দিয়া।

বিদূষক — মোৰ আকৌ ভৰি ধুবলৈ পানী কিয় লাগিছে? মাৰ খোৱা গাধৰ দৰে মই আকৌ মাটিতে শুব লাগিব।

চেট — আৰ্য মৈত্ৰেয়! আপুনি নিশ্চয়কৈ ব্ৰাহ্মণ যে!

বিদূষক — সকলো সাপৰ মাজত যিদৰে ধোৰা সাঁপ (শ্ৰেষ্ঠ), সেইদৰে সকলো ব্ৰাহ্মণৰ মাজত মই (শ্ৰেষ্ঠ) ব্ৰাহ্মণ।

চেট — আৰ্য মৈত্ৰেয়! তথাপি ভৰি ধুৱাম। আৰ্য মৈত্ৰেয়! এই সোণৰ সোলেঙটো দিনত মই ৰখোঁ, ৰাতিখন আপোনাৰ দ্বাৰা ৰক্ষণীয়; এইটো লওক।

[এইদৰে সোলেঙটো দি ওলাই যায়]

বিদূষক — (গ্ৰহণ কৰি) আজিলৈকে এইটো আছে? উজ্জয়িনীত নো এনে এজন চোৰো নাই নে যিজনে এই দাসীৰ পুত্ৰ নিদ্ৰাচোৰটোক চুৰি কৰি নিব নোৱাৰে? হেৰি বন্ধুবৰ। এই সোণৰ পেৰাটো ভিতৰৰ কোঠাতে সোমাবলৈ দিওঁ।

চাৰুদত্ত — এই সোণৰ অলংকাৰৰ পেৰাটো (ভিতৰৰ কোঠাত) সুমুৱাবলৈ আৱশ্যক নাই। কাৰণ, ই হৈছে বেশ্যা এজনীয়ে ৰাখি যোৱা ন্যাস। সেয়ে হে বিপ্ৰ! এইটো তুমি তেতিয়ালৈ ৰাখি থোৱা যেতিয়ালৈকে তাক ঘূৰাই দিয়া নহয়।৭

[ টোপনি যোৱাৰ অভিনয় কৰি 'তং তস্য স্বৰক্ৰমম্' ইত্যাদি ৫ম শ্লোকটো আকৌ আওৰায় ]

বিদূষক — আপুনি টোপনিয়াইছে নেকি?

চাৰুদত্ত — এৰা, নহয় নো কি?

কিয়নো এই নিদ্ৰা কপালৰপৰা চকুৰ ওপৰলৈ আহি মোৰ ওচৰ চাপিছে। চঞ্চল অদৃশ্যৰূপা জৰাৰ দৰে নিদ্ৰাই মানুহৰ শক্তিক অভিভূত কৰি নিজে বৃদ্ধি লাভ কৰে।৮

বিদূষক — তেনেহ'লে টোপনি যাওঁ। (টোপনি যোৱাৰ অভিনয় কৰে)।

[তাৰ পাছত শৰ্বিলকে প্ৰৱেশ কৰে]

শৰ্বিলক — নিজৰ শিক্ষাৰ বলেৰে আৰু গাৰ জোৰেৰে মোৰ শৰীৰৰ জোখৰ মানুহে সহজে প্ৰৱেশ কৰিব পাৰা পথ তৈয়াৰ কৰি মাটিত চুচৰি গৈ ঘইঁনি খাই মোট সলোৱা সাপৰ দৰে ময়ো (এই ঘৰত) সোমাম।৯

[আকাশলৈ চাই আনন্দ প্ৰকাশ কৰি]

অ' কি ভগৱান চন্দ্ৰ অস্ত যাবলৈ ধৰিছে? তেনেকুৱা হ'লে—
ঘন আন্ধাৰেৰে সকলো বস্তুকে আৱৰি পেলোৱা এই ৰাতিয়ে মাতৃৰ দৰে ৰাজপুৰুষসকলৰ ভয়ে যাৰ চলাফুৰা শঙ্কিত কৰিছে তেনে পৰৰ ঘৰত সিন্ধি দিয়াত নিশ্চিতকৈ প্ৰধান ভূমিকা লোৱা মোৰ দৰে বীৰজনক আৱৰি লুকাই ৰাখিছে।১০

ফুলনিবাৰীৰ চৌহদৰ দেৱালত সিন্ধি দি এয়া মাজৰ মহলাত ওলাইছোহি। গতিকে এতিয়া ভিতৰৰ চতুঃশালাত সোমোৱাৰ চেষ্টা কৰোঁহক।অ' শোৱাৰ পাছত আৰু বিশ্বস্তলোকক প্ৰবঞ্চনাৰে অপমান কৰা বাবে চৌৰ্য কৰ্মৰ যি বৃদ্ধি হয় (তাৰ) বাবে সজ্জলোকে ইচ্ছামতে ইয়াক নীচ বৃত্তি বুলি নিন্দা কৰে; কিয়নো ই শৌৰ্য্য কৰ্ম নহয়। তথাপি হাতজোৰ

কৰি চাকৰি কৰাতকৈ নিন্দনীয় হলেও স্বাধীন চৌৰ্য্যকৰ্ম ভাল। যিহেতু, এই পথ পূৰ্বতে ৰজা যুধিষ্ঠিৰৰ শুই থকা সৈনিকসকলক বধ কৰিবলৈ দ্ৰোণপুত্ৰৰদ্বাৰা অবলম্বন কৰা হৈছিল।১১

তেনেহ'লে কোন ঠাত সিন্ধি দিওঁ?

কোনখিনি ঠাই অনবৰতে পানী পৰা বাবে শিথিল হৈ আছে, যত (সিন্ধি দিলে) কোনা শব্দ নহ'ব, আৰু য'ৰ দেৱালত ডাঙৰ সিন্ধি দিলেও কাৰো চকুত নপৰিব, আৰু ঘৰৰ (কোনখন) দেৱাল খাৰ লাগি শিথিল ইটাযুক্ত আৰু জীৰ্ণ হৈছে আৰু ক'ত তিৰোতা মানুহ দেখা নাযাব আৰু মোৰ মনোৰথ সিদ্ধি হ'ব?১২

(হাতেৰে দেৱাল স্পৰ্শ কৰি চাই) নিতৌ সূৰ্যৰ ৰ'দ পৰা বাবে আৰু পানী পৰা কাৰণে দূষিত হোৱা বাবে এই মাটি খাৰ লাগি দূৰ্বল হৈছে, আৰু ইয়াত ইন্দুৰে তোলা মাটিৰ টীপ আছে। বাঃ মোৰ উদ্দেশ্য সিদ্ধ হৈছে। স্কন্দৰ পুত্ৰসকলৰ সিদ্ধিৰ এয়া প্ৰথম লক্ষণ। ইয়াত কৰ্মৰ আৰম্ভতে কেনেকুৱা ধৰণৰ সিন্ধি দিওঁ? প্ৰকৃততে ভগৱান কনকশক্তিয়ে চাৰিবিধ সিন্ধি উপায় প্ৰদৰ্শন কৰিছে। সেইবোৰ যথাক্ৰমে — (১) পকী ইটা (বেৰৰপৰা) আকৰ্ষণ কৰি বাহিৰলৈ নিয়া; (২) (বেৰৰ) কেঁচা ইটা কাটি পেলোৱা; (৩) মাটিৰ লডাৰ ওপৰত পানী দিয়া (আৰু গলাই পেলোৱা) আৰু (৪) কাঠৰ বেৰ উভাৰি পেলোৱা। ইয়াত পকা ইটাৰ বেৰ আছে; তাৰপৰা ইটা বাহিৰ কৰাই কাম। ইয়াত— ফুলি থকা পদুম, সূৰ্য, বালচন্দ্ৰ (দ্বিতীয়াৰ জোনৰ দৰে কাঁচিজোন), বাপী (পুখুৰী আকৃতিৰ), বিস্তীৰ্ণ (বহল) স্বস্তিক (এই চিনৰ দৰে) আৰু পূৰ্ণকুম্ভ (এই সাত প্ৰকাৰ সিন্ধি আছে? এতিয়া কোন ঠাইতনো নিজৰ শিল্প নিপুণতা (নিয়োগ কৰোঁ), কাইলৈ পুৱা ইয়াকে দেখি নগৰীয়া লোকে বিস্ময় মানিব?১৩

পিছে ইয়াত পকী ইটাৰ (দেৱালত) পূৰ্ণকুম্ভৰ সিন্ধিহে শুৱাব; তাকেই ইয়াত সৃষ্টি কৰোঁ।

মই অন্যৰ খাৰ লগা (দেৱালৰ) ভেটিত বিচিত্ৰ কল্পনাৰ চিত্ৰ খোদিত কৰাৰ পাছত ৰাতিপুৱা ওচৰ-চুবুৰীয়াসকলে তাকে দেখি মোৰ দোষ আৰু কৰ্মকুশলতাৰ প্ৰশংসো কৰিব।১৪

বৰদান কৰা কুমাৰ কাৰ্তিকেয়লৈ প্ৰণাম, কৰ্ণকশক্তি, ব্ৰহ্মণ্যদেৱ, দেৱব্ৰতলৈ নমস্কাৰ, ভাস্কৰ নন্দীলৈ নমস্কাৰ, যাৰ মই প্ৰথম শিষ্য সেই যোগাচাৰ্যলৈ নমস্কাৰ। তেৱেঁই পৰিতুষ্ট হৈ মোক 'যোগৰোচনা' (নামে ঔষধী) দিছে।

কিয়নো, ইয়াৰে (যোগৰোচনাৰে) উপলিপ্ত মোক ৰক্ষীসকলে নেদেখে আৰু গাত পৰা অস্ত্ৰৰ আঘাতেও কোনো পীড়া নোপজায়।১৫

[এইদৰে যোগৰোচনা গাত ঘঁহে]

হায়, কি কষ্ট! জোখ-মাপৰ জৰিগছ (আনিবলৈ) পাহৰিলোঁ। (চিন্তা কৰি) বাৰু! এই লগুণটোৱেই জোখ লোৱা জৰি হ'ব। কাৰণ, ব্ৰাহ্মণৰ এই লগুণটো বৰ ডাঙৰ কামৰ আহিলা, বিশেষকৈ মোৰ দৰে লোকৰ বাবে (অধিক উপযোগী দ্ৰব্য)। কিয়নো — ইয়াৰে দেৱালৰ গাত কৰা সিন্ধি (কৰ্ম মাৰ্গ) জোখা হয়, অলংকাৰত টানকৈ লগা জোৰাও ইয়াৰে খোলা হয়, খিলি আদিৰে সুদৃঢ়কৈ বন্ধ কৰা দুৱাৰো ইয়াৰ সহায়ত খোলা হয় (অৰ্থাৎ দৃঢ়কৈ খিলি দিয়া দুৱাৰৰ ই যেন উদঘাটক) আৰু কীট বা সাপে কামুৰিলে ই বেষ্টন (মেৰিয়াই বন্ধা) হয়।১৬

এতিয়া জোখ লৈ কাম আৰম্ভ কৰোঁ। (সিন্ধি দিয়ে আৰু চাই) এতিয়া সিন্ধিটোৰ আৰু এটা ইটা গুচাবলৈ বাকী আছে। হায় কি কষ্ট। সাপে কামুৰিছে। (লগুনেৰে আঙুলিটো বান্ধি বিষ বঢ়াৰ অভিনয় কৰে আৰু চিকিৎসা কৰে) ভাল পাইছোঁ। (আকৌ সিন্ধি খন্দা কাম কৰি আৰু চাই) অ' এয়া চাকি জ্বলি আছে। যিহেতু —

সোণৰ দৰে হালধীয়া দীপশিখাৰ পোহৰ সিন্ধিৰ মুখেৰে ওলাই (বাহিৰৰ) মাটিত পৰি চাৰিওফালে আন্ধাৰেৰে ঘেৰা (ই) কষটি শিলত পৰা সোণৰ ৰেখাৰ দৰে জিলিকিছে।১৭

(আকৌ সিন্ধি সজাৰ কাম কৰি) এই সিন্ধি সম্পূৰ্ণ হ'ল। বাৰু এতিয়া প্ৰৱেশ কৰোঁ। অথবা নিজে প্ৰথমে প্ৰৱেশ নকৰোঁ; পুৰুষৰ প্ৰতিকৃতি এটা প্ৰৱেশ কৰাওঁ। (তাকে কৰি) অ' ইয়াত কোনো নাই। কাৰ্তিকেয়লৈ নমস্কাৰ। (প্ৰৱেশ কৰি, দেখা পাই) অ' দুজন পুৰুষ শুই আছে। হওক, আত্মৰক্ষাৰ কাৰণে দুৱাৰ খুলি লওঁ। ঘৰটো পুৰণি হোৱা কাৰণে দুৱাৰ

খোলোঁতে শব্দ হৈছে। বাৰু, এতিয়া প্ৰথমে মই পানী বিচাৰি চাওঁ। (ইফালে সিফালে চাই পানী লৈ ভয়ে ভয়ে চতিয়াই) মাটিত পৰা পানীৰ শব্দ যেন নহয়। (পাছলৈ চাই দুৱাৰ খোলে) ঠিক আছে! এতিয়া এই দুজনে (শোৱাৰ) ভাও জুৰি শুইছে নে, প্ৰকৃততে টোপনি গৈছে পৰীক্ষা কৰি চাওঁ। (ভয় ওপজাবলৈ চেষ্টা কৰি পৰীক্ষা কৰি চাই) অ' এওঁলোক প্ৰকৃততে টোপনি গৈছে। কিয়নো—

এওঁলোকৰ নিঃশ্বাস শঙ্কাহীন; পৰিস্কাৰ আৰু নিয়মিত ভাবে চলিছে; চকু ভালদৰে মুদা, ব্যাকুল আৰু ভিতৰি চঞ্চলো নহয়। শৰীৰৰ জোৰাবোৰ শিথিল হৈ শোৱা পাটীৰ পৰিমাণতকৈ অধিক হৈছে। ভাও জুৰি শোৱাহেঁতেন সমুখত জ্বলি থকা চাকিৰ পোহৰ সহিবলৈ নোৱাৰিলেহেঁতেন।১৮

(চাৰিওফালে চাই) অ' এয়া কি মৃদঙ্গ (খোল)? এইটো দৰ্দুৰ, এইটো পণৱ, এইয়া বীণা, এইকেইটা বাঁহী এইবোৰ কিতাপ। তেনেহ'লে এইটো কোনোবা নাট্যাচাৰ্যৰ ঘৰ হে নে কি? অথবা ডাঙৰ ভৱন বুলি ভাবি (কিবা পোৱাৰ আশাত) বিশ্বাসতে সোমোলোঁ। তেনেহ'লে এওঁ প্ৰকৃততে দৰিদ্ৰ লোক নে কি? অথবা ৰজাৰ ভয়ত বা চোৰৰ ভয়ত ধন মাটিত পুতি ৰাখিছে নে কি? তেনেহ'লে কি মোৰ শৰ্বিলকৰ বাবেও ধন মাটিত পোটাই ৰ'ব নে? হওক বাৰু। বীজ সিঁচি চাওঁ। অ'চতিওৱা বীজ বিস্তাৰিত হোৱা নাই। অৰে, এওঁ প্ৰকৃততে দৰিদ্ৰ লোক। ভাল, ইয়াৰপৰা যাওঁ।

বিদূষক — (সপোনতে বক্‌বকাই) বন্ধু, মই কিবা এটা সিন্ধিৰ দৰে দেখিছোঁ। চোৰ চোৰ যেন পাইছোঁ; গতিকে আপুনি এই সোণৰ সোলেঙটো লওক।

শৰ্বিলক— তেনেহ'লে সঁচাকৈ এওঁ ইয়াত প্ৰবেশ কৰা মোক জানি 'মই দৰিদ্ৰ' বুলি কৈ উপহাস কৰিছে নে কি? তেন্তে এওঁক মাৰোঁ নে কি? নাইবা পাতল টোপনিৰ বাবে সপোন দেখিছে হবলা। (চাই) অ' এৰা! পুৰণি স্নানকৰা শাৰীত বন্ধা চাকিৰ পোহৰত উজ্জ্বলি উঠা সেয়া সঁচাকৈ সোণৰ সোলেঙই হয়। বাৰু, ইয়াক হাত কৰোঁ। অথবা নিজৰ দৰে অবস্থাৰ কুলপুত্ৰক দুঃখ দিয়া উচিত নহয়। সেয়ে যাওঁগৈহক।

বিদূষক — হেৰা বন্ধু! গো আৰু ব্ৰাহ্মণৰ শপত যদি এই সোণৰ সোলেঙটো নিনিয়া।

শৰ্বিলক — ভগৱতী গোমাতাৰ অভিলাষ আৰু ব্ৰাহ্মণৰ অভিলাষ অলংঘনীয়। গতিকে (সোণৰ সোলেঙটো) গ্ৰহণ কৰোঁ। অথবা এয়া চাকি জ্বলি আছে। চাকি নুমাবৰ কাৰণে মোৰ হাতত আগ্নেয় কীট আছে। এতিয়া তাকে পঠিয়াও। তাৰ বাবে এয়ে উচিত স্থান আৰু কাল। মই এৰি দিয়া এই কীট গৈ চাকিৰ ওপৰত বিচিত্ৰৰূপে মণ্ডল কৰি বিচৰণ কৰিছে। এই ভদ্ৰপীঠ কীটে তাৰ পাখি দুখনৰ বতাহৰ কোবোৰে (চাকিৰ) জুই নুমালে। ধিক্কাৰ, এইয়া অন্ধকাৰ হ'ল। অথবা মোৰ ব্ৰাহ্মণ বংশক মই ধিক্কাৰ দি অন্ধকাৰময় কৰিলোঁ। মই চাৰিবেদ জনা, দান প্ৰতিগ্ৰহণ নকৰাজনৰ পুত্ৰ, শৰ্বিলক নামে ব্ৰাহ্মণজনে বেশ্যা মদনিকাৰ বাবে অনুচিত কাৰ্য কৰিবলৈ লৈছোঁ। এতিয়া ব্ৰাহ্মণৰ প্ৰণয় কৰিছোঁ। (এইদৰে কৈ_পাত্ৰটো ল'ব খোজে)।

বিদূষক — হেঁৰা বন্ধু! তোমাৰ হাতৰ আগচোবা চেঁচা।

শৰ্বিলক — প্ৰমাদক ধিক্কাৰ। পানী স্পৰ্শ কৰা বাবে মোৰ হাতখন চেঁচা পৰিছে। বাৰু। হাতখন কাষলতিৰ তলত ৰাখোঁ। (সোঁহাতখন এনেদৰে তপতোৱাৰ অভিনয় কৰে আৰু সোলেঙটো গ্ৰহণ কৰে।)

বিদূষক — লৈছেনে?

শৰ্বিলক — ব্ৰাহ্মণৰ প্ৰণয় অতিক্ৰমৰ যোগ্য নহয় যেতিয়া, গ্ৰহণ কৰিছোঁ।

বিদূষক — এতিয়া বিক্ৰয়যোগ্য বস্তু বিক্ৰী কৰি অঁতোৱা সাউদৰ দৰে সুখেৰে টোপনিয়াওঁ।

শৰ্বিলক — মহাব্ৰাহ্মণ! এতিয়া এশ বছৰলৈ শোৱা। হায়। এনেকৈ গণিকা মদনিকাৰ কাৰণে ব্ৰাহ্মণৰ বংশ এটা আন্ধাৰত বুৰালোঁ। অথবা নিজকে (আত্মাটোকে) বুৰালোঁ।

পুৰুষালি দেখুৱাবলৈ নোৱাৰা এই দৰিদ্ৰ অৱস্থাক ধিক্কাৰ। কিয়নো এহাতে এই গৰ্হিত কৰ্মক নিন্দা কৰিছোঁ, আনহাতে তাক কৰি অঁতাইছো।১৯

এতিয়া মদনিকাক (দাসীত্বৰপৰা) মুক্ত কৰিবলৈ বসন্তসেনাৰ ঘৰলৈ যাওঁ।

[পৰিক্ৰমণ কৰি আৰু চাই]

অ' কাৰোবাৰ পদধ্বনি যেন পাইছোঁ। কোনো ৰক্ষী নহয়তো? যিহওক, মই স্তম্ভৰ দৰে স্থিৰ হৈ ৰওঁ। অথবা (মোৰ) শৰ্বিলকৰ বাবেও ৰক্ষীজন ভয়ৰ কাৰণে নে? মই যিজনে জঁপিওৱাত মেকুৰী, বেগাই লৰি যোৱাত হৰিণ, থপিয়াই ধৰাত আৰু তাক কাঢ়িলৈ পলোৱাত শেন চৰাই, সুপ্ত বা অসুপ্ত লোকৰ শক্তি পৰীক্ষা কৰা বিষয়ত কুকুৰ, বগুৱা বাই যোৱাত সাপ, ৰূপ, শৰীৰ আৰু বেষভূষা পৰিবৰ্তন কৰাত স্বয়ং মায়া, বিভিন্ন ঠাইৰ ভাষা কোৱাত স্বয়ং বাগ্‌দেৱী, ৰাতিৰ বেলিকা বন্তি, সংকটৰ বেলাত ভেৰী, স্থলত ঘোঁৰা আৰু জলত নৌকা।২০

আকৌ — (মই শৰ্বিলক) গতিত সাপৰ দৰে, স্থিৰত্বত পৰ্বতৰ দৰে, বেগাই যোৱাত গৰুড় পখীৰ তুল্য। একে বাৰতে গোটেইবোৰ লোক চোৱাত শহা যেন, কোনো বস্তু ধৰাত বৃক (কুকুৰ নেজীয়া) বাঘৰ দৰে আৰু বলত সিংহ।২১

[প্ৰৱেশ কৰি]

ৰদনিকা — হায়! হায়! বাহিৰলৈ ওলোৱা দুৱাৰ থকা কোঠালিত বৰ্ধমানক শুইছিল; তেওঁক যে তাত দেখা নাই। বাৰু আৰ্য মৈত্ৰেয়ক মাতোঁ।

শৰ্বিলক — (ৰদনিকাক বধ কৰিবলৈ ইচ্ছা কৰে। ভালদৰে নিৰূপণ কৰি) অ' এয়াচোন তিৰোতা মানুহ। বাৰু মই যাওঁ গৈ। (ওলাই যায়।)

ৰদনিকা — (আগুৱাইগৈ, ভয়তে) হায়, হায়! আমাৰ ঘৰত চোৰে সিন্ধি দি পলাইছে। বাৰু মই গৈ মৈত্ৰেয়ক জগাওঁ। (মৈত্ৰেয়ৰ ওচৰলৈ গৈ)
আৰ্য মৈত্ৰেয়। উঠক, উঠক। আমাৰ ঘৰত সিন্ধি দি চোৰ পলাইছে (ওলাই গৈছে)।

বিদূষক — (উঠি) আঃ দাসীৰ ছোৱালী! কৈছ কি? 'চোৰ' ৰচনা কৰি 'সিন্ধি' পলাইছে (ওলাই গ'ল)?

ৰদনিকা — আৰে মূৰ্খ! এয়া ধেমালিৰ সময় নহয়। আপুনি সেয়া দেখা পোৱা নাই নে?

বিদূষক — আৰে দাসীৰ জীয়েক! দ্বিতীয় দুৱাৰ এখনো মুকলি হৈছে নে কি? বন্ধু চাৰুদত্ত! উঠক, উঠক! আমাৰ ঘৰত সিন্ধি দি চোৰ ওলাই গ'ল।

চাৰুদত্ত — হৈছে হৈছে! পৰিহাসে (ধেমালিয়ে) আঁটিছে আৰু!

বিদূষক — বন্ধু এয়া ধেমালি নহয়! আপুনি নিজে চাওকহি।

চাৰুদত্ত — কোন ঠাইত নো?

বিদূষক — বোলোঁ ইয়াতে।

চাৰুদত্ত — (ভালদৰে চাই) এই সিন্ধিটো চাবলগীয়া হৈছে; ওপৰৰপৰা ইটা গুচাই তললৈ নমোৱা হৈছে। ওপৰফালটো সৰু আৰু মাজভাগ বহল হৈছে। (দেখি) মনত এনে লাগিছে যে মোৰ এই বৰঘৰৰ হৃদয়টি যেন অযোগ্যালোকৰ সংসর্গৰ ভয়ত বিদীর্ণ হৈ পৰিছে।২২

এনেকুৱা কামতো কিযে কলা-কুশলতা।

বিদূষক — বন্ধুবৰ! এই সিন্ধি এনে দুধৰণৰ লোকে দিব পাৰে; হয় কোনোবা বিদেশী অথবা কোনোবা দেশী নশিকাৰুৱে তৈয়াৰ কৰিছে। অন্যথাই এই উজ্জয়িনী নগৰত আমাৰ ঘৰৰ বিভৱৰ কথা কোনে নাজানে?

চাৰুদত্ত — এৰা কোনো বিদেশী অথবা এই বিষয় নকৈ শিকা লোকে মোৰ ঘৰত এই কাম কৰিছে। তেওঁ জনা নাছিল যে টকা-পইচা নাই বাবে এই পৰিয়ালৰ লোকে নিশ্চিন্ত হৈ শুইছে। পোনতে আমাৰ বিশাল ঘৰৰ ৰচনা আকৃতি দেখি আশান্বিত হৈ বহুবেলি সিন্ধি দি ক্লান্ত হৈ শেষত নিৰাশ হৈ উভতি গ'ল।২৩

সেয়ে হ'লে এই বেচেৰাই বন্ধু সকলৰ সমুখত কিনো ক'বগৈ? (হয়তো) তেওঁ ক'বগৈ যে 'সাউদৰ পুতেকৰ ঘৰত সোমাই মই একো বস্তু নাপালোঁ।'

বিদূষক — আঃ আপুনি সেই নীচ চোৰৰ কথা ভাবি এনেকৈ অনুশোচনা কৰিব লাগে নে? সি নিশ্চয় ভাবিছিল এইয়া এক বিশাল ঘৰ; ইয়াৰপৰা মই ৰত্নভাণ্ড বা সোণৰ ভাণ্ড (বাকছ) উলিয়াই নিম। ক'ত, সেই সোণৰ ভাণ্ডটো ক'ত? বন্ধুবৰ! আপুনি সদায় কৈ থাকে (নহয় যে) 'মৈত্রেয় এজন মুর্খ, মৈত্রেয় এজন অপণ্ডিত' ইত্যাদি। সেই সোণৰ ভাণ্ডটো আপোনাৰ হাতত দি মই ভাল কৰিছোঁ। (নহয় নে?) নহ'লে সেই বান্দীৰ ল'ৰাই সেয়া অপহৰণ কৰি নিলেহেতেন।

চাৰুদত্ত — পৰিহাসৰ আৱশ্যক নাই।

বিদূষক — হেৰি! মই মুৰ্খ হলোঁ বুলিয়েই পৰিহাস কৰাৰ স্থান আৰু কাল নাজানো নে?

চাৰুদত্ত — কেতিয়া (তুমি দিছিলা)?

বিদূষক — হেৰি! যেতিয়া মই কৈছিলোঁ যে আপোনাৰ আঙুলিটো চেঁচা (তেতিয়া দিছিলোঁ)

চাৰুদত্ত — কেনেবাকৈ এইটোও সম্ভৱপৰ হ'ব পাৰে? (চাৰিওফালে চাই) বন্ধু! ভাগ্যক্ৰমে! তোমাক সুখবৰ দিওঁ (শুনা)।

বিদূষক — (ভাওটো) চোৰে নিয়া নাই তো?

চাৰুদত্ত — এৰা, চোৰে নিছে।

বিদূষক — সেয়ে হ'লে এয়া কি সুখবৰ (হ'ল)?

চাৰুদত্ত — তেওঁ যে কৃতাৰ্থ হৈ গৈছে (সেয়ে সুখবৰ)।

বিদূষক — সেয়া যে (আনৰ) গচ্ছিত (ন্যাস্ত) বস্তু!

চাৰুদত্ত — কি কৈছা? সেয়া ন্যাস? (মূৰ্চ্ছিত হৈ পৰে)।

বিদূষক — আশ্বস্ত হওক বন্ধু (ধৈৰ্য ধৰক)। যদি চোৰে ন্যাসৰূপে ৰখা (অলংকাৰ) চুৰ কৰিছে তাতে আপুনি মূৰ্ছিত কিয় হৈছে?

চাৰুদত্ত — (আশ্বস্ত হৈ) সঁচা কথাটো কোনে পতিয়াব? সকলোৱে মোকেই সন্দেহ কৰিব। কিয়নো, এই জগতত প্ৰতাপহীন (প্ৰভাৱশূন্য) দৰিদ্ৰতা (দাৰিদ্ৰপীড়িতজন) শঙ্কনীয় হয়।২৪

হায়! কি যে কষ্টখন হ'ল—

যদিহে দুৰ্ভাগাই এতিয়ালৈকে মোৰ ধনৰ ওপৰত প্ৰভুত্ব খটুৱাইছিল (কাঢ়ি নিছিল; তথাপি বিশেষ ক্ষতি বুলি ভবা নাছিলোঁ); এতিয়া সেই নিষ্ঠুৰ (ভাগ্যই) মোৰ চৰিত্ৰকো দূষিত কৰিলে।২৫

বিদূষক — ময়েই ফাঁকি দি কম বোলে, কোনে দিছিল? কোনে লৈছিল? (যদি দিছিল) তাৰ সাক্ষী কোন আছে?

চাৰুদত্ত — তেনেহ'লে এতিয়া মিছা কথাও ক'ব লাগিব? খুজি মাগি হ'লেও (বসন্তসেনাৰ) ন্যাস মই ঘূৰাই দিবলৈ প্ৰয়াস কৰিম? (তথাপি) কিন্তু মই মিছা কথা কৈ চৰিত্ৰ বিনষ্ট নকৰোঁ।২৬

ৰদনিকা — এতিয়া আৰ্যা ধূতাদেৱীক এই সকলো খবিচ মাৰি কওঁগৈ। (ওলাই যায়।)

[তাৰ পাছত চেটীৰে সৈতে চাৰুদত্তৰ পত্নীয়ে প্ৰৱেশ কৰে]

বধূ — (ভয় কৰি) সঁচাকৈ আৰ্যপুত্ৰ আৰ্য মৈত্ৰেয়ৰে সৈতে অক্ষত শৰীৰেৰে কুশলে আছে তো?

চেটী — আইদেউ! সঁচাকৈ (তেখেতসকল কুশলে আছে)। কিন্তু সেই বেশ্যাজনীয়ে এৰি থৈ যোৱা অলংকাৰবোৰ চুৰি হৈছে।

[বধূ ধূতাই মূৰ্চ্ছিত হোৱাৰ উপক্ৰম কৰে]

চেটী — আৰ্যা, আশ্বস্তা হওক! আশ্বস্তা হওক।

বধূ — (আশ্বস্তা হৈ) চেটী, কি কৈছ! আৰ্যপুত্ৰ অক্ষত শৰীৰেৰে কুশলে আছে? শৰীৰৰ ক্ষতি হ'লেও চৰিত্ৰৰ ক্ষতি নোহোৱাকৈ থকাটোহে বৰঞ্চ ভাল আছিল। এতিয়া উজ্জয়িনীৰ লোকে কোৱা মেলা কৰিব যে 'দৰিদ্ৰতাৰ বাবে আৰ্যপুত্ৰই এনেটো অনুচিত কাৰ্য কৰিছে।' (ওপৰলৈ চাই, নিশ্বাস পেলাই) ভগৱান হে দৈৱদেৱতা। পদুমৰ পাতৰ জলবিন্দুৰ দৰে তুমি দুখীয়া-দৰিদ্ৰৰ ভাগ্যৰেও খেল খেলা। এয়া মাৰঘৰৰ পৰা পোৱা একমাত্ৰ ৰত্নহাৰডাল এতিয়া বাকী আছে গৈ। তাকে দিলেও অতি উদাৰতা হেতুকে আৰ্যপুত্ৰই গ্ৰহণ কৰিবলৈ চাগৈ স্বীকাৰ নকৰিব। চেটী! আৰ্য মৈত্ৰেয়ক মাতচোন।

চেটী — আৰ্যাই যি আদেশ কৰিছে। (বিদূষকৰ ওচৰ চাপি) আৰ্য মৈত্ৰেয়! আৰ্যা ধূতাই আপোনাক মাতিছে।

বিদূষক — তেওঁ ক'ত আছে?

চেটী — এইখিনিতে আছে। আপুনি কাষ চাপক।

বিদূষক — (ওচৰ চাপি গৈ) আপোনাৰ কুশল হওক।

বধূ — আৰ্য! প্ৰণাম ল'ব। আৰ্য! এবাৰ পূবলৈ মুখ ঘূৰাওক।

বিদূষক — বাৰু! এয়া পূব মুৱা হলোঁ।

বধূ — আৰ্য! এইডাল গ্ৰহণ কৰক।

বিদূষক — এয়া নো কি?

বধূ — আৰ্য মই আকৌ ৰত্ন ষষ্ঠীব্ৰত খাতিছোঁ। সেইবাবে এই ৰত্নহাৰডাল গ্ৰহণ কৰক।

বিদূষক — (গ্ৰহণ কৰি) কুশল হওক। যাওঁহে এতিয়া। প্ৰিয় বন্ধুক জনাওঁগৈ।

বধূ — আৰ্য মৈত্ৰেয়! মোক অধিক লাজত নেপেলাব। (ওলাই যায়।)

বিদূষক — (বিস্ময় প্ৰকাশ কৰি) অহ! এই কুলবধূজনীৰ কি যে মহানুভৱতা (উদাৰতা)!

চাৰুদত্ত — হেৰা মৈত্ৰেয়! বৰ পলম কৰিছা যে। এনেখন দুঃখত পৰি ক'তো অকৰ্ম নকৰিবা আকৌ। মৈত্ৰেয় ! মৈত্ৰেয়!

বিদূষক — (ওচৰ চাপি) এয়া আছোঁহি! এয়া লওঁক। (ৰত্নহাৰ দেখুৱায়।)

চাৰুদত্ত — এয়া কি?

বিদূষক — হেৰি বন্ধু! এয়া সুযোগ্যা গৃহিণীলাভৰ ফল।

চাৰুদত্ত — কি ব্ৰাহ্মণীয়ে মোৰ প্ৰতি সহানুভূতিশীল হৈছে। হায়! এতিয়া মই কেনে কাল-দৰিদ্ৰজন যে হলোঁ।

নিজৰ দুৰ্ভাগাৰ বাবে বিভৱশূন্য হৈ এতিয়া পত্নীৰ ধনেৰে অনুকম্পিত (পৰিপালিত) হৈছোঁ; এনেকৈ অৰ্থবশত পুৰুষো নাৰী হয়, নাৰীও পুৰুষ হয়। ২৭

অথবা মই দৰিদ্ৰ নহয়। কাৰণ মোৰ (দৰে) যিজনৰ—

বিভৱ অনুসৰি কাৰ্য্য নিৰ্বাহ কৰা পত্নী আছে, তোমাৰ দৰে সুখ-দুঃখত সমভাগী মিত্ৰ আছে; দৰিদ্ৰসকলৰ মাজত দুৰ্লভ সত্যৰপৰা পিছলিও পৰিব লগা হোৱা নাই (এনেবোৰ থকাত মই দৰিদ্ৰ নহয় বোলাই সজ হ'ব)।২৮

মৈত্ৰেয়! এই ৰত্নাৱলী হাৰডাল লৈ তুমি বসন্তসেনাৰ ওচৰলৈ যোৱাগৈ। মোৰ কথাৰে তেওঁক ক'বাগৈ যে তোমাৰ সুবৰ্ণভাণ্ডক ভ্ৰমতে নিজৰ বুলি ভাবি জুৱাখেলত হাৰিলোঁ, গতিকে তাৰ সলনি ৰত্নাৱলীকে লোৱা।'

বিদূষক — এনেখন নকৰিব! যি বস্তু আপুনি খোৱা নাই, আহৰণ কৰা নাই, চোৰে নিয়া তাকৰীয়া মূল্যৰ বস্তুৰ বাবে আপুনি চাৰি সমুদ্ৰৰ সাৰস্বৰূপ বহমূলীয়া ৰত্নাৱলী দিয়া উচিত নহয়।

চাৰুদত্ত — বন্ধু, তেনে কথা নহয়।

বসন্তসেনাই যি বিশ্বাসেৰে আমাৰ ওচৰত ন্যাস ৰাখিছিল, সেই মহৎ প্ৰত্যয়ৰ দান হিচাপে এই (ৰত্নাৱলী) দিয়া হৈছে।২৯

সেয়ে বন্ধু। মোৰ শৰীৰ চুই শপথ দিছোঁ যে তুমি যেন তেওঁক ৰত্নাবলী নিদিয়াকৈ ঘৰলৈ উভতি নাহা। বৰ্ধমানক, এই ইটাবিলাকেৰে এই সিন্ধিটো (পূৰাকৈ) মাৰি পেলোৱা। মানুহৰ মাজত বিয়পি পৰা অপযশৰ পৰা অনেক দোষ ওপজে (যাৰ) বাবে এই সিন্ধিৰ মেৰামতিৰ কাম উপেক্ষা কৰিবলৈ নোবাৰোঁ।৩০

বন্ধু মৈত্ৰেয়। তুমি তেওঁৰে উদাৰতাৰে কথা-বতৰা কৰা।

বিদূষক — বন্ধু দৰিদ্ৰজনেনো আৰু কি উদাৰতাৰ কথা পাতিব দেও?

চাৰুদত্ত — বন্ধু, মইতো দৰিদ্ৰ নহয়। ('মোৰ দৰে যিজনৰ' ইত্যাদিৰে ওপৰোক্ত শ্লোক (২৮) আকৌ আবৃত্তি কৰে)। গতিকে তুমি যোৱা গৈ। ময়ো শুচি হৈ সন্ধ্যা-উপাসনা আদি (আহ্নিক) ক্ৰিয়া কৰোঁ গৈ।

(সকলোৱে ওলাই যায়)

সন্ধিচ্ছেদ নামে তৃতীয় অঙ্ক সমাপ্ত।

# চতুৰ্থ অঙ্ক

[তাৰ পাছত চেটীয়ে প্ৰৱেশ কৰে]

চেট — (বসন্তসেনাৰ) মাতৃয়ে মোক আৰ্যা বসন্তসেনাৰ ওচৰলৈ যাবলৈ আদেশ কৰিছে। এয়া আৰ্যাই এখন চিত্ৰফলকৰ ওপৰত দৃষ্টি ৰাখি মদনিকাৰে সৈতে কিবা কথা-বতৰা পাতি আছে। গতিকে তেওঁৰ ওচৰ চাপোঁহক।

(তাৰ পাছত পূৰ্ব নিৰ্দিষ্ট ৰূপত বসন্তসেনা আৰু মদনিকাই প্ৰৱেশ কৰে।)

বসন্তসেনা— সখি মদনিকা, আৰ্য চাৰুদত্তৰ এই ছবিখন তেওঁৰ অনুৰূপ দৰ্শনীয় নহয় নে?

মদনিকা — হয়, এয়া তেওঁৰ অনুৰূপ আকৃতি।

বসন্তসেনা — তুমি কেনেকৈ জানিছা?

মদনিকা — কাৰণ, আৰ্যাৰ চেনেহসনা দৃষ্টি তাৰ ওপৰত নিবদ্ধ হৈছে।

বসন্তসেনা — মদনিকা! বেশ্যাৰ ঘৰত থাকি এনেকৈ বেছ চতুৰালিৰে কথা ক'বলৈ লৈছা দেই।

মদনিকা — আৰ্যা। তেনেহ'লে বেশ্যাৰ ঘৰত যিয়ে থাকে তেওঁ মিছা কোৱাত নিপুণ হ'ব নে?

বসন্তসেনা — সখি! অনেক পুৰুষৰ সঙ্গত থাকি বেশ্যাজন মিছা কথা কোৱাত অৱশ্যে পটু হয়।

মদনিকা — আপোনাৰ চকু আৰু মন যিদৰে ছবিখনৰ ওপৰত অনুৰক্ত হৈছে তাৰ কাৰণনো বেলেগাই সুধিব লাগে নে? (অথবা তাৰ কি কাৰণ তাক নুসুধিলেও চলে।)

বসন্তসেনা — সখি! সখীসকলৰ উপহাসৰপৰা হাত সাৰিবলৈ বিচাৰিছোঁ।

মদনিকা — আৰ্যা। সেইয়া ঠিক কথা নহয়। অবলা সখীসকল পৰস্পৰ সহানুভূতিশীল অন্তৰৰ হয়।

প্ৰথমা চেটী — (ওচৰ চাপি) আৰ্যা, মাতৃয়ে আদেশ কৰিছে যে 'কাষৰ দুৱাৰৰ সমুখত ঢাকি থোৱা গাড়ী সাজু হৈ আছে; তাতে যোৱাগৈ।'

বসন্তসেনা — সখি, আৰ্য চাৰুদত্তই মোক নিবলৈ (গাড়ী) পঠিয়াইছে নে কি?

চেটী — আৰ্যা, তেওঁ গাড়ীৰ সৈতে দহ হাজাৰ মোহৰ মূল্য অলংকাৰ পঠিয়াইছে।

বসন্তসেনা — কোন নো তেওঁ?

চেটী — তেওঁ হৈছে ৰজাৰ শ্যালক (খুলশালীয়েক) সংস্থানক।

বসন্তসেনা — (খঙেৰে) আঁতৰ হ। আৰু কেতিয়াও এই কথা মুখলৈ নানিবি।

চেটী — প্ৰসন্ন হওক, আৰ্যা প্ৰসন্ন হওক। মোক বতৰাটো জনাবলৈহে দিছিল। (মোৰ নিজৰ কোনো দোষ নাই।)

বসন্তসেনা — সেই খবৰটোলৈ হে মোৰো খং উঠিছে।

চেটী — তেনেহ'লে মই এতিয়া মাতৃক কি জনাম গৈ?

বসন্তসেনা — তেওঁক এনেকৈ কবাগৈ — 'যদি মই জীয়াই থকাটো বিচৰা তেনেহ'লে মাৰদ্বাৰা এনে আজ্ঞা দুনাই যেন দিয়া নহয়।'

চেটী — আপোনাৰ যি ৰুচিকৰ হয় (সেয়ে হ'ব)। (ওলাইযায়।)

শৰ্বিলক — (প্ৰৱেশ কৰি)

ৰাতিক অপবাদ দি নিদ্ৰাক জয় কৰি আৰু ৰজাৰ ৰক্ষীসকলক ফাঁকি দি ৰাতিৰ অন্তিম সময়ত সূৰ্যোদয়ৰ মুহূৰ্তত হীন ৰশ্মি চন্দ্ৰৰ দৰে মই ইয়াত ওলাইছোঁহি। ১

আকৌ— যদি বেগাই যোৱা মোক কোনোবাই চাইছে বা থিয় দিওঁতে ল'ৰালৰিকৈ কোনোজন মোৰ ওচৰলৈ আহিছে তেওঁলোকক দেখি মোৰ মন সান্দগ্ধ হৈ পৰিছে। (কাৰণ) মানুহে সঁচাকৈ নিজে কৰা অপৰাধৰ কাৰণে (নিজে বৰ) সন্দিগ্ধ হৈ পৰে। (অৰ্থাৎ মানুহৰ নিজৰ দোষেই তাক ভীৰু কৰি পেলায়)।২

মই মদনিকাৰ কাৰণে এনে দুঃসাহসিক (চৌৰ্যকৰ্ম) কৰিছোঁ। কোনোজনে চাকৰ-বাকৰৰ সৈতে কথা বতৰাকৈ ব্যস্ত আছে বুলিয়েই তেওঁৰ ঘৰ উপেক্ষা কৰি আহিছোঁ; কোনোখন ঘৰত কেৱল তিৰোতা আছে বুলিয়েই এৰিছোঁ; ৰজাৰ ৰক্ষীজন ওচৰেৰে গলে কাঠৰ খুটাৰ

দৰে থিয় হৈ ৰৈছোঁ; এনেকৈ বিবিধ কাৰ্য্যেৰে মই ৰাতিটোক দিনৰ দৰে পাৰ কৰিছোঁ (কটাইছোঁ)।৩

[পাক ঘূৰি (পৰিক্ৰমা কৰি)]

বসন্তসেনা — সখি! এই চিত্ৰখন মোৰ শোৱাপাটীৰ ওচৰত থৈ বেগতে তালপাতৰ বিছনিখন লৈ আহা।

মদনিকা — আৰ্যাই যিদৰে আজ্ঞা দিছে (এইদৰে কৈ চিত্ৰফলক লৈ ওলাই যায়।)

শৰ্বিলক — এয়া বসন্তসেনাৰ ঘৰ। এতিয়া ইয়াত প্ৰৱেশ কৰোঁ। (প্ৰৱেশ কৰি মই মদনিকাক ক'ত বিচাৰি চাওঁ এতিয়া?

[তাৰ পাছত তালপাতৰ বিছনী লৈ মদনিকাই প্ৰৱেশ কৰে]

শৰ্বিলক — (মদনিকাক দেখি) অ' এয়াচোন মদনিকা — নিজ গুণেৰে মদনক মোহিত কৰি এইজনীয়ে মূৰ্তিমতী ৰতিদেৱীৰ দৰে বিৰাজ কৰিছে। প্ৰেমৰ জুইত পোৰা মোৰ এই হৃদয়ক চন্দনৰ প্ৰলেপৰ দৰে শাঁত পেলাইছে।৪

মদনিকা!

মদনিকা — (দেখি) অ' এয়া কি শৰ্বিলক? শৰ্বিলক তোমাক স্বাগতম জনাইছোঁ। কি কামলৈ আহিছা?

শৰ্বিলক — তোমাক কম। (দুয়ো দুয়োলৈ প্ৰেমানুৰাগেৰে চায়)।

বসন্তসেনা — মদনিকাই পলম কৰিছে কিয়? তাইনো গ'ল কলৈ? (খিৰিকিৰে বাহিৰলৈ চাই) এয়া কি? তাই দেখোন কোনোবা এজন পুৰুষৰ সৈতে কথা পাতি আছে। যিদৰে অতিশয় প্ৰেমাসক্ত নিশ্চল দৃষ্টিৰে পান কৰাৰ দৰে এইজনীয়ে পুৰুষজনলৈ একে ধিয়ানে চাই আছে তাৰপৰা অনুমান কৰিছোঁ মদনিকাক দাসীকৰ্ম্মৰপৰা মুকলি কৰিবলৈ ইচ্ছা কৰা লোক এইজনেই হ'ব। বাৰু এওঁলোকে আনন্দ কৰক, বাৰুকৈ আনন্দ কৰক। এওঁলোকৰ প্ৰেম নিবেদনত কোনেও যেন বাধাৰ সৃষ্টি নকৰে।ময়ো নামাতোঁ।

মদনিকা — শৰ্বিলক! কি কথা আছে কোৱা।

[শৰ্বিলকে ভয়ে ভয়ে চাৰিওফালে চায়]

শৰ্বিলক! কিনো হৈছে? তুমি ভয়-ভীত হৈ থকা যেন পাইছোঁ।

শৰ্বিলক — তোমাক এটা গোপনীয় কথা ক'ব খোজোঁ। এইখন ঠাই নিজান (নিৰাপদ) হ'বতো?

মদনিকা — নহয় নো কি?

বসন্তসেনা — কি বৰ গোপনীয় কথা? সেয়ে হ'লে নুশুনো।

শৰ্বিলক — মদনিকা! বসন্তসেনাই ধনৰ বিনিময়ত তোমাক মুকলি কৰি দিব নে?

বসন্তসেনা — কি মোৰ সম্পৰ্কীয় কথা! তেনেহলে আঁৰত গা লুকাই কি কথা শুনাচোন বাৰু!

মদনিকা — শৰ্বিলক! মই আৰ্যাক কথাটো কৈছিলোঁ; তেতিয়া তেখেতে উত্তৰ দিছিল-- মোৰ স্বতন্ত্ৰ (শক্তি) থকা হ'লে মই বিনা ধনেই সকলো পৰিজনক (দাস-দাসীক) মুকলি কৰি দিলোঁহেঁতেন। বাৰু শৰ্বিলক! তোমাৰ ইমান ধন কৰাপৰা হ'ল যে তাৰে তুমি মোক আৰ্যাৰ ওচৰৰপৰা মুকলি কৰিবা?

শৰ্বিলক — হেৰা ভয়াতুৰা ছোৱালী! এই দীন দুখীয়াই তোমাৰ প্ৰেমৰ বশীভূত হৈ যোৱা নিশা এটা দুঃসাহসৰ কাম কৰি পেলালোঁ।৫

বসন্তসেনা— দেখোঁতে তেওঁ প্ৰসন্ন মূৰ্তি যেন লাগে। কিন্তু দুঃসাহসৰ কথা শুনি মনতে ভয় খাইছোঁ।

মদনিকা — শৰ্বিলক! এজনী সাধাৰণ ছোৱালীৰ কাৰণে তুমি দুটা বস্তুকে বিপন্ন কৰিছা।

শৰ্বিলক — কি কি বস্তু?

মদনিকা — তোমাৰ শৰীৰ আৰু চৰিত্ৰ।

শৰ্বিলক — আৰে আঁকৰিজনী! সাহসত হে লক্ষ্মী বাস কৰে।

মদনিকা — শৰ্বিলক! এতিয়ালৈ তোমাৰ চৰিত্ৰত দোষ নাই। সেয়ে মোৰ কাৰণে দুঃসাহস কৰি তুমি অত্যন্ত বিৰুদ্ধ চৰিত্ৰৰ আচৰণ কৰা নাই নে?

শৰ্বিলক — মই ধনাৰ্থী হৈও কেতিয়াও পুষ্পিতা লতাৰ দৰে অলঙ্কাৰেৰে সুসজ্জিতা তিৰোতাৰ একো লুটি অনা নাই; কোনো ব্ৰাহ্মণৰ ধন বা যজ্ঞৰ বাবে আহৰণ কৰা সোণো মই অপহৰণ কৰা নাই; কোনো ধাত্ৰীৰ কোলাৰপৰা কোনো কেচুৱাকো মই চুৰ কৰা নাই; চৌৰ্য্য কামতো সদায় মোৰ বুদ্ধিমত্তাই সজ-অসজৰ বিচাৰ কৰিছে।৬

গতিকে তুমি বসন্তসেনাক জনোৱা —
দয়া কৰি মোৰ প্ৰতি থকা চেনেহৰ খাতিৰতে আপোনাৰ শৰীৰৰ (অঙ্গৰ) পৰিমাণত নিৰ্মিত এই অলঙ্কাৰ গোপনে পিন্ধিব।৭

মদনিকা — শৰ্বিলক! গোপনীয়তা আৰু অলঙ্কাৰ এই দুয়োটা খাপ নেখায়। তথাপি আনাচোন? চাওঁ কেনে অলঙ্কাৰ!

শৰ্বিলক — এইয়া অলঙ্কাৰ! (এইবুলি কৈ সঙ্কোচেৰে মদনিকাৰ হাতত দিয়ে)।

মদনিকা — (ভালদৰে চাই) এই অলঙ্কাৰ ক'ৰবাত যেন আগতে দেখিছোঁ। তথাপি কোৱা; ক'ত পাইছা?

শৰ্বিলক — মদনিকা! সেই কথাৰ তোমাৰ কি প্ৰয়োজন? লোৱাচোন বাৰু।

মদনিকা — (খঙেৰে) যদি তুমি মোক বিশ্বাস নকৰা, তেনেহ'লে কি কাৰণে তুমি মোক মুকলি কৰিবলৈ খোজা?

শৰ্বিলক — অ' পুৱাবেলা মই সাউদ পাৰাত শুনিলোঁ যে এইবোৰ সাউদ চাৰুদত্তৰ।

[বসন্তসেনা আৰু মদনিকাই মূৰ্চ্ছা যোৱাৰ ভাও দিয়ে।]

শৰ্বিলক — মদনিকা! আশ্বস্ত হোৱা! এতিয়া তুমি কিয়—তুমি এতিয়া দাসীত্বৰপৰা মুক্ত হৈও কিয় তুমি বিচলিত হৈছা, তোমাৰ অঙ্গ-প্ৰত্যঙ্গ কিয় হতাশাত কঁপিছে, তোমাৰ চকু ভয়তে কিয় চঞ্চল হৈ পৰিছে? মোৰ প্ৰতি তোমাৰ কিয় সহানুভূতি হোৱা নাই?৮

মদনিকা — (আশ্বস্ত হৈ) বীৰ পুৰুষ! মোৰ কাৰণে (চৌৰ্য্যৰ দৰে) অপকৰ্ম কৰিবলৈ গৈ সেই ঘৰৰ কাকো মাৰা বা ক্ষুণ - জখম কৰা নাইতো?

শৰ্বিলক — মদনিকা! ভীত বা নিদ্ৰিত কোনোজনক শৰ্বিলকে প্ৰহাৰ নকৰে। সেয়ে তাত মই কাকো আহত বা নিহত কৰা নাই।

মদনিকা — সঁচাকৈ নে?

শৰ্বিলক — সঁচাকৈ।

বসন্তসেনা — (সংজ্ঞা লাভ কৰি) অ' পুনৰ্জীৱন লভিলোঁ।

মদনিকা — মোৰ বাবে প্ৰিয় সংবাদ।

শৰ্বিলক — (ঈৰ্ষান্বিত হৈ) মদনিকা! এয়া নো তোমাৰ বাবে কি প্ৰিয় সংবাদ হ'ল? সজ চৰিত্ৰসম্পন্ন পূৰ্বপুৰুষৰ বংশক জন্মিও তোমাৰ চেনেহত মোৰ হৃদয় (অন্তৰ) বান্ধ খোৱা কাৰণে অকাৰ্য আচৰণ কৰিছোঁ; মদনে

মোৰ গুণৰাশি বিপদাপন্ন কৰিলেও মই মোৰ মান মৰ্যাদা ৰক্ষা কৰিছোঁ; তুমি (দেখুৱাই) মোক মিত্ৰ বুলিছা, অথচ অন্য পুৰুষৰ প্ৰতিও আসক্তি দেখুৱাইছা।৯

[অভিপ্ৰায় দেখুৱাই]

এই সংসাৰত নিজৰ সকলো বিভৱেৰে ফলবান এনে সজ কুলত ওপজা যুৱকৰূপ মহাবৃক্ষবোৰ বেশ্যাৰূপী চৰাইৰদ্বাৰা ভক্ষিত হৈ সমূলি ফলহীন হৈ পৰে।১০

সম্ভোগ যাৰ জ্বালা, প্ৰণয় যাৰ ইন্ধন (খৰি), তেনে কামৰূপী জ্বলা জুইত মানুহসকলৰ যৌৱন আৰু ধন-সম্পদৰ আহুতি দিয়া হয়।১১

বসন্তসেনা — (মিচিকিয়াই হাঁহি) অ' দেখিছোঁ, এওঁৰ আবেগ-অনুভূতি ভুল ঠাইত পৰিছে গৈ।

শৰ্বিলক — সকলো প্ৰকাৰে—

মোৰ মতে যিসকল পুৰুষে তিৰোতা আৰু ধন-সম্পদৰ ওপৰত বিশ্বাস কৰে তেওঁলোক সৰ্বতোভাবে মূৰ্খ। কাৰণ, তিৰোতা আৰু ধন-সম্পত্তি সৰ্পিণীৰ দৰে কুটিল ভাবে চলে।১২

তিৰোতাৰ ওপৰত অনুৰক্ত হোৱা অনুচিত; (কাৰণ) অনুৰক্ত পুৰুষক তিৰোতাসকলে পৰাভূত কৰে (বশীভূত কৰে)। কিয়নো, যিজনী নাৰী অনুৰক্তা হয়, পুৰুষে তেওঁকে ভালপোৱা উচিত, বিৰক্তা নাৰীকে ত্যাগ কৰা উচিত।১৩

এই কথাও সঁচা যে—

এই তিৰোতাসকলে কেৱল ধনৰ কাৰণেহে হাঁহে আৰু কান্দে; তেওঁলোকে পুৰুষক নিজৰ কথাত প্ৰত্যয় নিয়ায়; কিন্তু নিজে পুৰুষক বিশ্বাস নকৰে। সেইবাবে কুলশীলসম্পন্ন লোকে বেশ্যাসকলক শ্মশানত ফুলা ফুলৰ দৰে বৰ্জন কৰা উচিত।১৪

আকৌ —

তিৰোতাসকল সাগৰৰ ঢউৰ দৰে চঞ্চল স্বভাৱৰ, তেওঁলোকৰ অনুৰাগ সন্ধ্যাৰ মেঘৰ ৰেখাৰ দৰে ক্ষন্তেকীয়া হয়। বেশ্যানাৰীসকলে ধনহাত কৰি অৰ্থহীন পুৰুষক ৰঙ নোহোৱা আলক্তৰ দৰে (আলতাৰ দৰে) পৰিত্যাগ কৰে।১৫

তিৰোতা মাত্ৰেই চঞ্চলা—

কিয়নো তিৰোতাসকলে এজন পুৰুষৰ কথা মনত ভাবি অন্য এজনক চকুৰ ঠাৰেৰে মাতে; এজনক অনুৰাগৰ হাব-ভাবেৰে মোহিত কৰি এৰি থৈ অন্য এজনক শাৰীৰিকভাবে কামনা কৰে।১৬

কাৰোবাৰ মুখৰ সজ কথা এফাঁকি আছে যে — পৰ্বতৰ টিঙত পদুম নগঁজে, গাধয়ো ঘোঁৰাৰ ভাৰ বহন কৰিবলৈ নোৱাৰে; যৱ-ধান চঁতিয়ালে-তাৰপৰা শালিধান নহয়; একেদৰে বেশ্যালয়ৰ তিৰোতাও বিশুদ্ধা নহয়।১৭

হেৰ দুষ্ট চাৰুদত্ত! আজি আৰু তই ৰক্ষা নাপাবি। (এইদৰে কৈ কেইখোজমান আগুৱাই যায়।)

মদনিকা — (কাপোৰৰ আঁচোলত ধৰি) হেৰা, ওলট-পালট কথা কোৱাজন। অসম্ভৱ কথা লৈ খং খাইছা কিয়?

শৰ্বিলক — এইয়া অসম্ভৱ কেনেকৈ হয়?

মদনিকা — এই অলঙ্কাৰ আৰ্যা বসন্তসেনাৰ।

শৰ্বিলক — তাৰপৰা কি হ'ল?

মদনিকা — এই অলঙ্কাৰ আৰ্য চাৰুদত্তৰ হাতত ন্যাসৰূপে থৈছিল।

শৰ্বিলক — কি কাৰণে থৈছিল?

মদনিকা — (কাণৰ ওচৰত) এইবাবে।

শৰ্বিলক — (লাজ কৰি) অঃ বৰ কষ্টকৰ কথা হ'ল। গৰমত কষ্ট পাই মই ছাঁৰ কাৰণে যাৰ আশ্ৰয় লৈছোঁ, নাজানি মই তেওঁৰ (সেই গছৰে) ডাল-পাত সৰুৱাইছোঁ।১৮

বসন্তসেনা — এওঁ কি অনুশোচনা কৰিছে? তেনেহ'লে এওঁ নাজানিহে এই চৌৰ্য্যকৰ্ম কৰিছে।

শৰ্বিলক — মদনিকা। এতিয়া মই কি কৰা উচিত?

মদনিকা — এই বিষয়ত তুমিহে পণ্ডিত (চতুৰ)।

শৰ্বিলক — তেনে নহয়। চোৱা—

তিৰোতাসকল স্বাভাৱিকতে (স্বভাৱতে) পণ্ডিতা (পটু) হয়; কিন্তু পুৰুষসকলৰ পাণ্ডিত্য শাস্ত্ৰীয় উপদেশৰ পৰা ওপজে।১৯

মদনিকা — শৰ্বিলক! যদি মোৰ কথা শুনা, তেনেহ'লে এই সকলো অলঙ্কাৰ সেই মহানুভৱ চাৰুদত্তৰ হাতত শোধাই দিয়াগৈ।

শৰ্বিলক — মদনিকা! যদি তেওঁ আকৌ মোৰ কথা লৈ ৰজাৰ ওচৰত গোচৰ দিয়ে?

মদনিকা — ওহো! জোনৰ পোহৰ উত্তপ্ত নহয়।

বসন্তসেনা — সজ মদনিকা, সজ।

শৰ্বিলক — মদনিকা।

মোৰ এই দুঃসাহসিক কামৰ বাবে মোৰ দুঃখ বা ভয় হোৱা নাই। এনে অৱস্থাত তুমি নো কিয় সেই সাধুজনৰ গুণ বখানিছা? মোৰ এই কুকৰ্মই মোক লাজত পেলাইছে। অথবা ৰজাই মোৰ দৰে দগাবাজ ধূৰ্ত জনকনো কি কৰিব পাৰে?২০

তথাপি এইয়া নীতিবিৰুদ্ধ কাম। আন এটা উপায় ভাবি উলিওৱাচোন।

মদনিকা — আৰু এটা উপায় আছে।

বসন্তসেনা — আকৌ আন উপায়নো কি হ'ব পাৰে?

মদনিকা — সেই আৰ্য্য চাৰুদত্তৰ সম্বন্ধীয় কোনোবা সাজি আৰ্য্যা বসন্তসেনাৰ ওচৰলৈ অলঙ্কাৰবোৰ লৈ যোৱা।

শৰ্বিলক — তাকে কৰিলে নো কি হ'ব?

মদনিকা — তেতিয়া তুমিও চোৰ হৈ নৰ'বা, আৰ্য চাৰুদত্তও অঋণী হ'ব আৰু আৰ্যা বসন্তসেনায়ো অলংকাৰ ঘূৰাই পাব।

শৰ্বিলক — কিন্তু ইয়াতো বিপদ আছে (এয়াও দুঃসাহসৰ কথা)।

মদনিকা — হেৰা! অলঙ্কাৰ লৈ আহা। অন্যথা কৰিলেহে দুঃসাহস কৰা হ'ব।

বসন্তসেনা — সজ কথা! মদনিকা, এইয়া সজ কথা। ঘৰৰ গিৰিহঁতনীৰ (গৃহিণীৰ) দৰে থিক কৈছা।

শৰ্বিলক — তোমাক অনুসৰণ কৰি (অনুগমন কৰি?) অৰ্থাৎ তোমাৰ কথানুসৰি মই বৰ বুদ্ধি (জ্ঞান) লাভ কৰিলোঁ। (নহ'লে) আঁউসীৰ অন্ধকাৰময় নিশাত পথ দেখুৱা লোক তেনেই বিৰল।২১

মদনিকা — তেনেহ'লে তুমি এই কামদেৱৰ মন্দিৰতে এখন্তেক বাট চোৱা, মই তোমাৰ আগমনৰ বতৰা আৰ্যাক জনাওঁ গৈ।

শৰ্বিলক — বাৰু তাকে কৰা গৈ।

মদনিকা — (ওচৰ চাপি গৈ) আৰ্যা, এইয়া চাৰুদত্তৰ ওচৰৰপৰা এজন ব্ৰাহ্মণ আহিছে।

বসন্তসেনা— সখী, তেওঁক চাৰুদত্তৰ লোক বুলি কেনেকৈ জানিলা?

মদনিকা — আৰ্যা, মইনো নিজৰ লোককো নাজানিম নে?

বসন্তসেনা — (নিজে মূৰ দুপিয়াই, হাঁহি) ঠিক আছে। (প্ৰকাশ কৰি) আহিবলৈ দিয়া।

মদনিকা — আৰ্যাই যি আদেশ কৰিছে। (ওচৰলৈ গৈ) শৰ্বিলক! আৰ্যাৰ কোঠাত সোমোৱা।

শৰ্বিলক — (বিচলিত হৈ আগবাঢ়ি) আপোনাৰ কল্যাণ হওক।

বসন্তসেনা — আৰ্য! সেৱাহে! বহক আৰ্য।

শৰ্বিলক — সদাগৰে আপোনাক জানিবলৈ দিছে যে ঘৰবাৰীৰ দুৰৱস্থাৰ কাৰণে এই স্বৰ্ণভাণ্ড সুৰক্ষিত নহয়; সেয়া নিজে গ্ৰহণ কৰক। (এইদৰে কৈ ভাণ্ডটো মদনিকাৰ হাতত দি যাবলৈ ধৰে।)

বসন্তসেনা — আৰ্য! মোৰ উত্তৰো লৈ যাওক।

শৰ্বিলক — (নিজে মনতে) তালৈ নো কোন যাব? (প্ৰকাশ কৰি) কি উত্তৰ?

বসন্তসেনা — মদনিকাক আপুনি গ্ৰহণ কৰক।

শৰ্বিলক — আৰ্যা! মই কথাটো ভালদৰে বুজি পোৱা নাই।

বসন্তসেনা — মই হ'লে বুজি পাইছোঁ।

শৰ্বিলক — ইয়াৰ অভিপ্ৰায় কি?

বসন্তসেনা — আৰ্য চাৰুদত্তই মোক জনাইছে যে 'যিজনে তোমাক অলংকাৰ শোধাবলৈ যাব তেওঁৰ হাতত মদনিকাক সঁপি দিবা।' সেয়ে আৰ্য চাৰুদত্তই মনদনিকাক তোমালৈ দিবলৈ দিছে বুলিয়েই আৰ্যই বুজা উচিত।

শৰ্বিলক — (নিজৰ মনতে) অ' এখেতে আমাৰ সকলো কথা জানে হ'বলা! (প্ৰকাশ কৰি) সাধু, আৰ্য চাৰুদত্ত সাধু।

লোকসকলে সদায় গুণৱন্ত হ'বলৈ যত্ন কৰা উচিত। কিয়নো,গুণবন্ত জন দৰিদ্ৰ হ'লেও গুণহীন ধনীৰ সমান নহয় অৰ্থাৎ দৰিদ্ৰ হ'লেও গুণীজন গুণহীন ধনৱন্তকৈ শ্ৰেয় হয়।২২

আকৌ —

মানুহে নিতৌ সজগুণ লভিবলৈ যত্ন কৰা উচিত। কিয়নো গুণবানৰ কাৰণে সংসাৰত একো দুৰ্লভ লহয়। নিজ গুণৰ আধিক্যৰ কাৰণেহে চন্দ্ৰই দুৰ্লঙ্ঘ্য সদাশিৱৰ উত্তমাঙ্গত (মূৰত) আৰোহণ কৰিছে।২৩

বসন্তসেনা — ইয়াত কোন গাড়ী চালকআছে?

[গাড়ীৰে সৈতে প্ৰৱেশ কৰি]

চেট — আৰ্যে, গাড়ী সাজু হৈ আছে।

বসন্তসেনা — চেটী মদনিকা! মোক এবাৰ ভালদৰে চাবলৈ দে। আজি তোক দি দিলোঁ। গাড়ীত উঠ। মোৰ কথা মনত পেলাবি।

মদনিকা — (কান্দি কাতি) আৰ্যাই এনেকৈ মোক পৰিত্যাগ কৰিলে। (ভৰিত পৰি সেৱা কৰে)।

বসন্তসেনা — হেৰ, এতিয়া তয়ে মোৰ বাবে বন্দনীয়া হৈ পৰিছ। সেয়ে যা, এতিয়া 'গাড়ীত উঠ। মোৰ কথা মনত ৰাখিবি।

শৰ্বিলক — আপোনাৰ কল্যাণ হওক। মদনিকা! এতিয়া এখেতক (বসন্তসেনাক) ভালদৰে চাই লোৱা আৰু নম্ৰভাবে— তেখেতক সেৱা কৰা। কাৰণ তেখেতৰ কৃপাতে বেশ্যালয়ত থাকিও তুমি দুৰ্লভ বধু শব্দৰ (যোগ্য) অৱগুণ্ঠন লাভ কৰিছা।২৪

(এনেদৰে মদনিকাৰসৈতে গাড়ীত উঠি যাবলৈ ওলায়) (এনেতে নেপথ্যত) ইয়াত কোন আছে? ৰাজপুৰুষে আদেশ কৰিছে — 'সেই গোৱালৰ (গোপালৰ) পুতেক আৰ্যক ৰজা হ'ব বুলি কোনোবা সিদ্ধ পুৰুষে কোৱা কথাত বিশ্বাস কৰি তাতে ভয় খাই ৰজা পালকে তেওঁক গোৱালপাৰাৰপৰা ধৰি আনি কঠোৰ কাৰাগাৰত বন্ধ কৰি হৈছে। সেইবাবে নিজ নিজ ঠাইত পালি পহৰীয়াসকলে সাৱধানে থকা উচিত।'

শৰ্বিলক — (শুনি) কি ৰজা পালকে মোৰ প্ৰিয় বন্ধু আৰ্যকক আবদ্ধ কৰিছে? এতিয়া মই আকৌ স্ত্ৰীযুক্ত হলোঁ। আঃ বৰ কষ্ট। অথবা সংসাৰত মানুহৰ স্ত্ৰী আৰু বন্ধু— এই দুয়োজন অতিশয় প্ৰিয়। সম্প্ৰতি কিন্তু শ শ তিৰোতাতকৈও বন্ধুজনহে প্ৰিয়তম হয় (যেন পাইছোঁ)।২৫

যি হওক গাড়ীৰপৰা নামি লওঁ।

[গাড়ীৰপৰা নামে]

মদনিকা — (চকুলো টুকি, হাত যোৰ কৰি) তোমাৰ বিচাৰেই ঠিক। কিন্তু তাৰ আগতে মোক গুৰুজনৰ ওচৰত নি থোৱা।

শৰ্বিলক — সাধু প্ৰিয়ে! সাধু! তুমি মোৰ মনৰ কথাকে কৈছা। (চেটক উদ্দেশ্য কৰি) ভদ্ৰ! তুমি ৰেভিল সাউদৰ ঘৰ জানা নে (চিনি পোৱা নহয় নে)?

চেট — হয় জানো।

শৰ্বিলক — মোৰ প্ৰিয়াক তাত থবা গৈ।

চেট — আৰ্যই যি আদেশ কৰিছে।

মদনিকা — আৰ্যপুত্ৰই যি কৈছে সেয়ে হ'ব; আৰ্যপুত্ৰয়ো স্বকাৰ্যত সাৱধান হোৱা উচিত। (ইয়াকে কৈ ওলাই যায়।)

শৰ্বিলক — এতিয়া মই— ৰজা উদয়নৰ ৰক্ষাৰ বাবে অমাত্য যৌগন্ধৰায়ণে যিদৰে প্ৰয়াস কৰিছিল সেইদৰে নিজ বন্ধুৰ ৰক্ষাৰ কাৰণে ৰজাৰ জ্ঞাতী কুটুম, ধূৰ্ত (বীট), নিজৰ বাহুবলৰ বাবে সুখ্যাত বীৰ, ৰজাৰদ্বাৰা অপদস্ত ক্ষুব্ধ হোৱা ৰাজপুৰুষ (ভৃত্য) সকলক উত্তেজিত কৰিম গৈ।২৬

আকৌ— দুই শত্ৰু (ৰজাই) নিজে (আৰ্যকৰ) ভয়ত শঙ্কিত হৈ বিনা কাৰণতে মোৰ বন্ধু আৰ্যকক কাৰাগাৰত আবদ্ধ কৰিছে। সেইবাবে ৰাহুৰ গৰাহত পৰা চন্দ্ৰমণ্ডলৰ দৰে বেগতে (কাৰাগাৰ) আক্ৰমণ কৰি প্ৰিয়বন্ধুক মুকলি কৰোঁ গৈ।২৭

[এইদৰে ওলাই যায়]

চেটী — (প্ৰৱেশ) আৰ্যা! সৌভাগ্যৰ বৃদ্ধি লাভ কৰিছে। আৰ্য চাৰুদত্তৰ ওচৰৰপৰা এজন ব্ৰাহ্মণ আহিছে।

বসন্তসেনা— আঃ আজিৰ দিনটোৰ কিযে ৰমণীয়তা? চেটী, বন্ধুলৰ সৈতে তেওঁক সাদৰেৰে প্ৰৱেশ কৰোৱা।

চেটী — আৰ্যাই যি আজ্ঞা দিছে। (ওলাই যায়)।

[বিদূষকে বন্ধুলৰ সৈতে প্ৰৱেশ কৰে]

বিদূষক — আ হা! ৰাক্ষসৰ ৰজা ৰাৱণে তপস্যাৰে লাভ কৰা পুষ্পক বিমানেৰে যায়। কিন্তু মই এই ব্ৰাহ্মণে তপস্যাৰ কষ্ট নকৰাকৈয়ে স্ত্ৰী আৰু পুৰুষসকলেৰে সৈতে (নৰ-নাৰীৰূপ ৰথ সঙ্গত লৈ) যাওঁ।

চেটী — আৰ্য্য আমাৰ ঘৰৰ দ্বাৰ (দুৱাৰ) লৈ চাওক।

বিদূষক — (দ্বাৰ দেখি আচৰিত হৈ) আঃ আচৰিত। পানী চতিয়াই, বাঢ়নিৰে সাৰি-পুছি (দ্বাৰদেশ) গোবৰেৰে লিপা হৈছে। নানান ফুলৰ উপহাৰেৰে ঠাইবোৰ চিত্ৰত আঁকাৰ দৰে শুৱনি হৈছে। (তোৰণটিৰ) শীৰ্ষভাগে মূৰ তুলি আকাশ চোৱাৰ ইচ্ছাৰেহে যেন স্পৰ্শ কৰিছে। তোৰণ দ্বাৰত ওলমি থকা মল্লিকা ফুলৰ মালাই ইন্দ্ৰৰ ঐৰাৱতৰ শূৰৰ ভ্ৰম (মনত) ওপজায়। (দুৱাৰ মুখত) এয়া অতি উন্নতহাতী দাঁতেৰে বিভূষিত তোৰণ, তাত আৰি দিয়া চন্দ্ৰকান্ত আদি বহুমূলীয়া ৰত্নৰাজি বতাহৰ কোবত সঞ্চালিত হৈ আছে আৰু তাৰ অগ্ৰভাগে যেন 'এইফালে আহা' বুলি মোক মাতিহে আছে এনে লাগিছে। দ্বাৰদেশ সৌভাগ্যসূচক পতাকাৰে সুশোভিত হৈ আছে। দ্বাৰৰ দুয়ো কাষে তোৰণ বান্ধিবলৈ যি স্তম্ভৰ বেদিকা আছে তাৰ ওপৰত সেউজীয়া আমৰ পাতেৰে সুসজ্জিত ৰমণীয় স্ফটিক নিৰ্মিত মাঙ্গলিক কলহবোৰ থোৱা আছে। হিৰণ্যকশিপু আদি মহাসুৰৰ কঠোৰ বুকুৰ ছাতিৰ দৰে বিশাল সোণৰ দুৱাৰ আছে। তাত অতি দুৰ্ভেদ্য কঠিন হীৰা আদি লগোৱা আছে। তাত দুখীয়া লোকসকলে অনবৰতে পৰিশ্ৰম কৰি আছে। (এয়া) বসন্তসেনাৰ গৃহদ্বাৰৰ অপূৰ্ব শোভা। সঁচাকৈ ই নিস্পৃহজনৰ দৃষ্টিকো বলেৰে আকৰ্ষণ কৰে।

চেটী — আহক আৰ্য্য, আহক। এই প্ৰথম কোঠাটোত প্ৰৱেশ কৰক।

বিদূষক — (প্ৰৱেশ কৰি, চাই) আঃ কি আচৰিত! এই প্ৰথম কোঠাতো চন্দ্ৰ শংখ আৰু মৃণালৰ কান্তিৰ দৰে শুভ্ৰ চূৰ্ণেৰে সুশোভিত, অনেক প্ৰকাৰ ৰত্নেৰে খচিত সোণৰ সোপানেৰে (চিৰিৰে) সুশোভিত অট্টালিকা শ্ৰেণী মুক্তামণিমালা ওলমি থকা স্ফটিকৰে নিৰ্মিত বাতায়ন (খিৰিকি) ৰূপী চন্দ্ৰমুখেৰে উজ্জয়িনী নগৰখনহে যেন দেখিছোঁ। শ্ৰোত্ৰীয়

(বেদপাঠী) ব্ৰাহ্মণৰ দৰে দুৱাৰ মুখত বহি দুৱৰীজনে সুখেৰে টোপনীয়াই আছে। দৈৰে সৈতে সনা কলম ধানৰ ভাতে প্ৰলোভিত কৰিলেও কাউৰীয়ে সুধাতুল্য (চু ণৰ দৰে বগা) বলি (খাদ্য) (চূণৰ ভয়ত) খোৱা নাই। শ্ৰীমতী আগলৈ বাট দেখুৱা।

চেটী — আৰ্য আহক, আহক। এইয়া দ্বিতীয় কোঠা। আৰ্যই প্ৰৱেশ কৰক।

বিদূষক — (প্ৰৱেশ কৰি, চাই) আঃ কি বিস্ময়কৰ! সমুখতে দিয়া ঘাঁহ আৰু মল (ভূচি) খাই হৃষ্টপুষ্ট হোৱা আৰু তেলেৰে চিকুণোৱা শিঙেৰে গাড়ী টনা বলধবোৰ ইয়াত বন্ধা আছে। ইয়াতে আকৌ এটা মঁহে সৎকুলত জন্মি অপমানিত হোৱা ভদ্ৰলোকৰ দৰে দীঘলীয়াকৈ উশাহ-নিশাহ লৈ আছে। ইফালে আকৌ যুঁজৰপৰা উভতি অহা মল্লবীৰৰ ডিঙি মালিচ কৰাৰ দৰে এটি ভেৰা ছাগলীৰ ডিঙি মালিচ কৰা হৈছে। ইয়াতে আকৌ ঘোঁৰাৰ বাবৰি (কেশ) ৰচনা কৰা হৈছে। ইয়াত আকৌ দুই চোৰৰ দৰে বান্দৰ এটাক ঘোঁৰাশালত কটকটীয়াকৈ বান্ধি ৰাখিছে। (আনফাললৈ চাই) এইখিনিতে আকৌ মাউতে তেল সনা ভাতৰ লাড় হাতীক খুৱাই আছে। শ্ৰীমতী এতিয়া আগলৈ যোৱাৰ বাট দেখুৱা।

চেটী — আৰ্য আহক। এই তৃতীয় কোঠাত সোমাওক।

বিদূষক — (প্ৰৱেশ কৰি, চাৰিওফালে চকু ফুৰাই) আঃ কি অপূৰ্ব। এই তৃতীয় কোঠালিত কুলপুত্ৰসকলক বহিবলৈ দিবলৈ আসনবোৰ সজাই থোৱা আছে। পাশাখেলা মেজৰ ওপৰত আধাপঢ়া পুথি পৰি আছে। পাশাখেলৰ মেজখনো মণিখচিত পাশাৰ গুটিৰে ভৰি আছে। ইফালে আকৌ প্ৰণয় মিলন আৰু কলহত নিপুণ বেশ্যাইঁত আৰু আনফালে বৃদ্ধ বিটসকলে হাতত ৰং বিৰঙৰ চিত্ৰলৈ ইফালে সিফালে ঘূৰি-পকি আছে। শ্ৰীমতী। এতিয়া আকৌ আগলৈ পথ দেখুৱা।

চেটী — আহক আৰ্য! আহক! এয়া চতুৰ্থ কোঠা! প্ৰৱেশ কৰক।

বিদূষক — (প্ৰৱেশ কৰি, কেউফালে চাই) আঃ বৰ আচৰিত। এই চতুৰ্থ কোঠাত কোনোবা যুৱতীয়ে মেঘৰ গাঁজনিৰ দৰে গম্ভীৰ (শ্ৰুতিমধুৰ) মৃদঙ্গ বজাইছে। ইয়াতে পুণ্য নিঃশেষিত হোৱা তৰা আকাশৰপৰা পৰাৰ দৰে তালে তালে কৰতাল পৰিছে (বাজিছে)। ভোমোৰাৰ গুঞ্জনৰ

দৰে বাঁহীও বাজিছে। ঈৰ্ষাৰ কাৰণে কুপিত হোৱা যুৱতীৰ দৰে কোলাত বীণা ৰাখি নখৰ আঘাতেৰে বজোৱা হৈছে। ইয়াতে ফুলৰ মউ পান কৰি মতলীয়া হোৱা ভোমোৰাৰ দৰে বেশ্যাৰ বালিকাইঁতে গীত গাই গাই শৃঙ্গাৰ যুক্ত হৈ নৃত্য আৰু অভিনয়ৰ পাঠ গ্ৰহণ কৰিছে। বাতায়নত ৰখা জলপূৰ্ণ কলহবোৰ বতাহৰ স্পৰ্শত চেঁচা হ'বলৈ ধৰিছে। শ্ৰীমতী। আগলৈ যোৱা বাট দেখুৱা।

চেটী — আহক আৰ্য। এইটো পঞ্চম কোঠালি। ইয়াত প্ৰৱেশ কৰক।

বিদূষক — (প্ৰৱেশ কৰি চতুৰ্দিশলৈ চাই) আঃ আচৰিত। এই পঞ্চমটো কোঠালিত দৰিদ্ৰজনৰ মনত লোভ ওপজোৱা হিঙ্গুলতেলৰ গোন্ধ ওলাইছে। সদায় জ্বলোৱা এই পাকস্থানে তাৰ দ্বাৰৰূপী মুখেৰে অনেক প্ৰকাৰ সুগন্ধী ধোৱাৰ উদ্‌গাৰেৰে বাহিৰলৈ যেন নিঃশ্বাস লৈ আছে। ৰান্ধি থকা বহুবিধ ভোজ্যবস্তুৰ গোন্ধে মোক বৰ উৎসুক কৰি তুলিছে। এইফালে এই কচাইৰ ল'ৰাটোৱে কটা পশুৰ পেটৰ মাংস পুৰণি কাপোৰৰ দৰে ধুইছে। ৰান্ধনিয়ে বিধে বিধে নানান খাদ্য বস্তু প্ৰস্তুত কৰিছে — মিঠাই তৈয়াৰী কৰিছে, পিঠা ভাজিছে; (পুৰিছে)। (নিজে মনতে) তেনেহ'লে ইয়াত 'বিবিধ ব্যঞ্জনেৰে সমৃদ্ধ ভোজন ভালকৈয়ে কৰক' বুলি কোনো প্ৰাৰ্থনাৰে ইয়াত ভৰি ধুবলৈ পানী অকণ পাম জানো? (অন্যফালে চাই) ইয়াত থকা গন্ধৰ্ব আৰু অপ্সৰাসকলৰ দৰে বিবিধ অলংকাৰেৰে শোভিত গণিকা আৰু বন্ধুলসকলৰসৈতে সঁচাকৈয়ে এই ঘৰ স্বৰ্গৰ তুল্য হৈছে। হেৰা, তোমালোক বন্ধুলসকল আকৌ কোনহে?

বন্ধুলসকল — আমি প্ৰকৃততে -- আনৰ তিৰোতাত আন পুৰুষৰদ্বাৰা জন্মোৱা পৰৰ ঘৰত পালিত, পৰান্নভোজী, পৰৰ ধনত আসক্ত, অবাচ্য বন্ধুল বুলি জনাজাত হাতীৰ পোৱালীৰ দৰে বিচৰণ কৰোঁ।২৮

বিদূষক — হেৰা, মোক বাট দেখুৱা।

চেটী — আহক আৰ্য, আহক। এই ষষ্ঠ কোঠাটোত প্ৰৱেশ কৰক।

বিদূষক — (প্ৰৱেশ কৰি চাৰিওফালে চাই) আঃ অপূৰ্ব। এই ষষ্ঠ কোঠালিত এই সকলো অপূৰ্ব শিল্পকৰ্ম নিদৰ্শন স্বৰূপ তোৰণসমূহ সোণ খটোৱা নীল ৰত্নেৰে মণ্ডিত হৈ ইন্দ্ৰধনুৰ দৰে শোভা পাইছে। শিল্পীসকলে

প্ৰবাল, পুষ্পৰাগ, ইন্দ্ৰনীল, কৰ্কেতৰক, পদ্মৰাগ, মৰকত প্ৰভৃতি ৰত্নসমূহৰ বিষয়ে পৰস্পৰে বিচাৰ-বিবেচনা কৰিছে। সোণেৰে মাণিক্যমণি বন্ধাইছে, সোণৰ অলংকাৰ গঢ়া হৈছে, ৰঙা ৰেশমী সূতাৰে মুক্তা মণি গঁথা হৈছে, ধীৰে ধীৰে বৈদূৰ্য মণি নিমজ কৰিছে, শঙ্খ কাটি শাখা গঢ়িছে, প্ৰধান মণি শানত ঘঁহিছে, তিতি থকা কুঙ্কুম শুকোৱা হৈছে; কস্তুৰিকা তিতোৱা হৈছে, চন্দনৰস বঁটা হৈছে; সুগন্ধিত লেপ দিয়া হৈছে; বেশ্যাসকলে কামুক প্ৰেমীকক কৰ্পূৰৰ সৈতে তামোল দিছে— চকুৰ ঠাৰেৰে (কটাক্ষপাত কৰি) হাঁহিছে, তৃপ্তিসূচক শব্দ কৰি অনবৰতে মদ পান কৰিছে। এই চেট, চেটিকা, আৰু অন্য পুৰুষসকলে নিজৰ পত্নী, পুত্ৰ আৰু সৰ্বস্ব ত্যাগ কৰি আহি ইয়াত বেশ্যাহঁতে খাই এৰা মদ পান কৰিছে। এতিয়া চেটী কোৱা, ক'লৈ যাব লাগিব?

চেটী — আহক আৰ্য, আহক। এতিয়া এই সপ্তম কোঠাত প্ৰৱেশ কৰক, আৰ্য।

বিদূষক — (ভিতৰলৈ গৈ চাৰিওফালে চাই) আচৰিত। এই সপ্তম কোঠাটোতো দেখিবলৈ পাইছোঁ জোৰাজুৰিকৈ পাৰ চৰাইবোৰ পৰস্পৰে চুম্বন কৰি সুখ অনুভৱ কৰিছে। পিঞ্জৰাত থকা শুক চৰাইয়ে পেট ফুৰাই দৈ ভাত খোৱা ব্ৰাহ্মণৰ দৰে (ঋগ্বেদৰ) সূক্ত আবৃত্তি কৰিছে। এইয়া আনফালে সন্মান আদৰ লাভ কৰি প্ৰভাৱ পুষ্ট হোৱা গৃহদাসীৰ দৰে মদন সাৰিকাই কুৰ-কুৰাই শব্দ কৰি আছে। অনেক ফলৰ ৰস আস্বাদন কৰি আনন্দিত কণ্ঠেৰে কুলি চৰায়ে পুৰিপুষ্ট হৈ থকা কুট্টিনীৰ দৰে কুকুৱাই মাতিছে। শাৰী শাৰীকৈ হাতীৰ দাঁতৰপৰা পিঞ্জৰাৰবোৰ ওলমিআছে। লাবক নামে চৰাইবোৰে পৰস্পৰে যুদ্ধ কৰিছে। তিত্তিৰি চৰাইবোৰে সিহঁতৰ ভিতৰতে আলাপ কৰিছে। পাৰবোৰক বাঁহৰপৰা (উৰিবলৈ) এৰি দিয়া হৈছে। নানান মণি-মুকুতাৰে চিত্ৰবিচিত্ৰ যেন পোহনীয়া ময়ূৰটোৱে আনন্দতে নাচি-বাগি পেখম ধৰি ৰ'দত তাপত উত্তপ্ত হোৱা প্ৰাসাদটোক যেন চামৰ (চোঁৱৰেৰে) বিছি দিছে। (আনফাললৈ চাই) অন্যফালে গোট খোৱা (চন্দ্ৰৰ) জোনাকৰ পোহৰৰ দৰে জোৰে জোৰে ৰাজহাঁহবোৰে সুন্দৰী যুৱতীসকলৰ মন্দ পদগতি শিকিবলৈহে যেন তেওঁলোকৰ পিছে পিছে গৈ আছে। আৰু এইয়া

ঘৰৰ বুঢ়াৰ দৰে পোহনীয়া বগলীবোৰে ইফালে সিফালে ঘূৰি ফুৰিছে। আচৰিত! এই গণিকা বসন্তসেনাই অনেকবোৰ চৰাইৰে ঘৰ ভৰাইছে। এই বেশ্যাৰ ঘৰটো মোৰ মনত সঁচাকৈ নন্দনবন যেনহে লাগিছে। হেৰা শ্ৰীমতী! আগলৈ বাট দেখুৱাহে।

চেটী — আহক আৰ্য, আহক। এইয়া অষ্টম কোঠা, ইয়াত প্ৰৱেশ কৰক।

বিদূষক — (প্ৰৱেশ কৰি চাৰিওফালে চাই) হেৰা শ্ৰীমতী! সেই ৰেশমী কাপোৰ গাত মেৰিয়াই বহুবিধ অলঙ্কাৰ পিন্ধি অদ্ভুত অঙ্গী-ভঙ্গী কৰি ইফালে-সিফালে ঘূৰি ফুৰা লোকজন কোন হে?

চেটী — আৰ্য! সেইজন বসন্তসেনাৰ ভায়েক।

বিদূষক — কিমান তপস্যা কৰিনো এওঁ বসন্তসেনাৰ ভায়েক হৈছে? অথবা এনে নহয়। কাৰণ, গৌড়বৰ্ণ, ৰমণীয় আৰু সুগন্ধ যুক্ত হ'লেও শ্মশানত জন্মা চম্পা ফুল যিদৰে লোকৰ বাবে অস্পৃশ্য হয় সিদৰে এৱোঁ উজ্জ্বল, স্নিগ্ধ সুগন্ধ পোষাক-পৰিচ্ছদ পিন্ধিলেও লোক সমাজত অনাদৃত হয়।২৯

(অন্যফালে চাই) আকৌ সৌ ওখ আসনত বহি ফুলৰ কাৰুকাৰ্য খটোৱা চাদৰ গাত লৈ তেলেৰে চিকুণোৱা জোতা পিন্ধি থকা নাৰী গৰাকী কোন?

চেটী — আৰ্য! এইজনী আৰ্যা বসন্তসেনাৰ মা।

বিদূষক — অ'ৰাম! এই কলুষী ডাকিনীজনীৰ কি যে প্ৰকাণ্ড পেট! তেনেহ'লে মহাদেৱৰ (বিশাল প্ৰতিমাৰ) দৰে এওঁক পোনতে ঘৰত সুমুৱাই থৈ (আসনত প্ৰতিষ্ঠা কৰি) তাৰ পাছত দ্বাৰশোভা ৰচনা কৰিছে নে কি?

চেটী — আঃ আমাৰ মাক এনেদৰে উপহাস নকৰিব। তেওঁ যোৱা চাৰিদিনৰপৰা জ্বৰত ভুগিছে (অথবা চাৰিদিনৰ মূৰত উঠা পালা জ্বৰত ভুগিছে)।

বিদূষক — হে চাতুৰ্থিক জ্বৰৰ দেৱতা! তুমি এই জ্বৰৰ উপচাৰেৰে এই ব্ৰাহ্মণকো এবাৰ কৃপা দেখুৱা।

চেটী — হায়! মৰিবা আকৌ।

বিদূষক — (উপহাস কৰি) হেৰ দাসীৰ ছোৱালী। এনে বিশাল উদৰলৈ (থকাত কৈ) মৰাই ভাল বুজিছ! সীধু, সুৰা আৰু আসৱ এই তিনি প্ৰকাৰ

মদপান কৰি (বসন্তসেনাৰ) মাকে এই (অতি শকত) অৱস্থা প্ৰাপ্ত হৈছে। যদি এই মাতা মৰে তেনেহ'লে হাজাৰ শিয়ালৰ (ভোজন) যাত্ৰা চলিব।৩০

শ্ৰীমতী! তোমালোকৰ বেহা-বেপাৰৰ যান-বাহন চলি আছে নে?

চেটী — আৰ্য, নাই নাই।

বিদূষক — বাস্তৱিকতে প্ৰেমৰূপী নিৰ্মলপানীযুক্ত মদন সমুদ্ৰত তোমালোকৰ স্তন, নিতম্ব আৰু জঘনেই হৈছে মনোহৰ যান-বাহন (জাহাজ)। এইদৰে বসন্তসেনাৰ বহুপ্ৰকাৰৰ আঠ মহলীয়া ঘৰ দেখিবলৈ পাই মোৰ মনত এনেহে লাগিছে মই যেনিবা সঁচাকৈ একত্ৰিত কৰা ত্ৰিভুবন (স্বৰ্গ, মৰ্ত্ত্য আৰু পাতাল) দেখিলোঁ। প্ৰশংসা কৰিবলৈ আকৌ মোৰ ভাষাৰ বৈভবো তেনেকৈ নাই। এইয়া এজনী বেশ্যাৰ ঘৰ নে কুবেৰৰ ভৱনৰ এচোৱা? তোমালোকৰ আৰ্যা ক'ত আছে?

চেটী — আৰ্যা এই ফুলনিবাৰীতে আছে। আৰ্যই তাত প্ৰৱেশ কৰক।

বিদূষক — (প্ৰৱেশ কৰি চাৰিওফালে চাই) আঃ কি আচৰিত! এই ফুলনিবাৰীখন আকৌ কেনে চালে চকুৰোৱাকৈ শুৱনি! মনোমোহাকৈ ফুলবোৰ ফুলিছে। অনেকবোৰ গছ ৰোৱা হৈছে। যুৱতীসকলৰ কঁকালৰ জোখৰ সমানে ওখকৈ গছৰ ডালত ৰছি লগাই দোলনা ওলোমাই থোৱা আছে। কণকচম্পা, জাতিফুল, শেৱালী, মালতী, মল্লিকা, নৱমল্লিকা, কুৰবক, অতিমুক্তক প্ৰভৃতি ফুলবোৰ আপুনি তলত সৰি পৰি আছে। তাৰেই নন্দনবনৰ শোভাকো চেৰ পেলাইছে। (আনফালে চাই ইফালে আকৌ উদীয়মান সূৰ্য্যৰ পোহৰৰ দৰে পদুম আৰু ৰক্তোৎপলে গোটেই পুখুৰীটোকে সান্ধ্যকালীন আৰক্তিম ৰঙেৰে আবৃত কৰিছে। আকৌ— ইফালে নকৈ ওলোৱা পাত আৰু ফুলেৰে এই অশোক গছজোপা সমৰথলিত সঘনে ৰক্তসনা বোকাৰে উপলিপ্ত যোদ্ধাৰ দৰে যেন শোভা কৰিছে।৩১

তোমালোকৰ আৰ্যা ক'ত আছে, চেটী।

চেটী — আৰ্য, অলপ তললৈ চকু দিয়ক; আৰ্যাক দেখা পাব।

বিদূষক — (দেখি ওচৰ চাপি) আপোনাৰ কল্যাণ হওক।

বসন্তসেনা — (সংস্কৃত ভাষাক আশ্রয় কৰি) অৰে, মৈত্ৰেয় যে। (উঠি) আপোনাক স্বাগত জনাইছোঁ। এয়া আসন, ইয়াত বহক।

বিদূষক — হয়, আপুনিও বহক। (দুয়ো বহে)।

বসন্তসেনা — সদাগৰৰ পুত্ৰ আৰ্যৰ ভাল নে বাৰু?

বিদূষকক — হয় শ্ৰীমতী! তেওঁৰ কুশলেই।

বসন্তসেনা — আৰ্য মৈত্ৰেয়! এতিয়া বাৰু — যাৰ গুণ কোমল কুঁহিপাত স্বৰূপ, বিনয় যাৰ ঠাল-ঠেঙুলি, বিশ্বাস যাৰ মূল, মহত্ব যাৰ ফুলস্বৰূপ, যিজন নিজ গুণেৰে ফলসম্পন্ন সেই চাৰুদত্তৰূপ সজ্জন বৃক্ষত বন্ধু-বান্ধৱ স্বৰূপ পক্ষীবিলাক সুখেৰে বাস কৰিছে নে?৩২

বিদূষক — (নিজৰ মনতে) এই দুষ্ট বিলাসিনীয়ে কথাটো ঠিকেই ধৰিছে। (প্ৰকাশ কৰি) ঠিকেই আছে।

বসন্তসেনা — ডাঙৰীয়া, আপুনি কি প্ৰয়োজনত আহিছে কওক।

বিদূষক — আপুনি শুনক বাৰু। আৰ্য চাৰুদত্তই মূৰৰ ওপৰত হাতযোৰ কৰি আপোনাক জনাইছে।

বসন্তসেনা — (হাতজোৰ কৰি) কি জনাইছে?

বিদূষক — 'বিশ্বাসত সেই সুবৰ্ণ ভাণ্ড নিজৰ বুলি ভাবি মই জুৱা খেলত হাৰিলোঁ আৰু জুৱাৰ অধ্যক্ষ সেই ৰাজদূতজন ক'লৈ গ'ল নাজানো।'

চেটী — আৰ্যা, আপোনাৰ ভাগ্য বিকশিত হৈছে যে আৰ্য চাৰুদত্ত জুৱাৰী হ'ল।

বসন্তসেনা — (স্বগত) এইয়া সঁচা নে? চোৰে সেই অলংকাৰ চুৰি কৰি নিছে, অথচ নিজৰ মহত্বৰ বাবে 'জুৱাত হেৰাইছোঁ।' বুলি কৈ পঠিয়াইছে। এইবাবেই মই তেওঁক পাবলৈ কামনা কৰিছোঁ।

বিদূষক — সেয়ে, সেই অলংকাৰ হেৰোৱা বাবে (তাৰ বিনিময়ত) এই ৰত্নাবলী গ্ৰহণ কৰক।

বসন্তসেনা — (মনতে) সেই অলংকাৰবোৰ দেখুৱাওঁ নে কি? অথবা এতিয়া নালাগে।

বিদূষক — তেনেহ'লে কি আপুনি এই ৰত্নাবলী হাৰ গ্ৰহণ নকৰে নে কি?

বন্তসেনা — (হাঁহি মাৰি সখীয়েকৰ মুখলৈ চাই) মৈত্ৰেয়! মই ৰত্নাবলী নলম

কিয় ? (গ্ৰহণ কৰি কাষত থয়। আৰু মনতে কয়) আমগছ পুষ্পহীন হ'লেও তাৰপৰা মউৰস নিজৰি পৰে। (প্ৰকাশ কৰি) জুৱাৰী আৰ্য চাৰুদত্তক ক'ব যে আজি গোধূলিবেলা মই তেখেতক দেখা কৰিম।

বিদূষক — (নিজে মনতে) তাৰ্লৈ গৈ আৰ্য্যৰপৰা আকৌ কিবা লবলৈ বিচাৰে ? (প্ৰকাশ কৰি) বাৰু কথাটো তেখেতক কমগৈ। (আকৌ মনতে) কম যে আপুনি বেশ্যাৰ সংসৰ্গ ত্যাগ কৰক। (ওলাই যায়।)

বসন্তসেনা — চেটী। অলংকাৰবোৰ ল। চাৰুদত্তৰ সৈতে দেখা কৰিবলৈ যাওঁ।

চেটী — আৰ্যা, এইফালে চাওক, সেয়া ধুমুহা আহিছে।

বসন্তসেনা — মেঘ ওলাওক, ৰাতি হয় হওক, বৰষুণো হওক। তথাপি প্ৰিয়জনৰ প্ৰতি উতলা হৃদয়েৰে একোকে নগনো ।৩৩

চেটী বেগতে হাৰ লৈ আহ।

[সকলোৰে প্ৰস্থান]

[মদনিকা আৰু শৰ্বিলক নামে ৪ৰ্থ অঙ্ক সমাপ্ত]

# পঞ্চম অঙ্ক

[ইয়াৰ পাছত আসনত বহি থকা উৎকণ্ঠিত চাৰুদত্তৰ প্ৰবেশ]

**চাৰুদত্ত** — (ওপৰলৈ চাই) এয়া অসময়তে দুৰ্দিন ঘনীভূত হৈছে। কাৰণ--পেখম ধৰি পোহণীয়া ময়ূৰবিলাকে (যিহলৈ) চাই আছে, (মানস সৰোবৰলৈ) যাবলৈ ইচ্ছুক ৰাজহাঁহ-বিলাকে (যাক) উপেক্ষাৰ চকুৰে চাইছে, সেই অকালতে অহা দুৰ্দিনে হঠাতে আকাশ আৰু (বিৰহীজনৰ) উৎকণ্ঠিত মনক (হৃদয়ক) একে সময়তে আচ্ছন্ন কৰিছে।১

আকৌ--পানীত তিতা মহৰ পেট (ৰ দৰে) আৰু ভোমোৰাৰ দৰে নীল বৰণীয়া মেঘে, বিজুলীৰ পোহৰৰ পীতাম্বৰ ধাৰণ কৰি, লগতে শাৰীবদ্ধ বগলিৰে নিৰ্মিত শঙ্খলৈ, বামনৰূপ দ্বিতীয় কেশৱৰ (বিষ্ণুৰ) দৰে এই আকাশ আক্ৰমণ (পাদেৰে আক্ৰমণ) কৰিবলৈ প্ৰবৃত্ত হৈছে।২

আকৌ--

কেশৱৰ (বিষ্ণুৰ) মূৰ্ত্তিৰ দৰে শ্যাম বৰণীয়া, কুটিল বগলিৰ শাৰীৰে ৰচিত শঙ্খ ধাৰণ কৰি আৰু বিজুলীৰ সূতাৰে বোৱা পীতাম্বৰ পিন্ধি এই মেঘে (বামনৰদৰে) আকাশত উঠিছে।৩

মেঘৰ গৰ্ভৰপৰা বৃষ্টিধাৰা গলিত ৰূপৰ সঞ্চিত ধাৰাৰ দৰে নিগৰি পৰিছে। আকাশপটৰ ছিন্ন সূতাৰ দৰে সেই জলধাৰা বিদ্যুৎ প্ৰদীপ শিখাৰ (পোহৰত) কেতিয়াবা দৃষ্টিগোচৰ হৈছে, কেতিয়াবা অদৃশ্য হৈছে।৪

ক'তোবা পৰস্পৰ সংযুক্ত চক্ৰবাক মিথুনৰ দৰে, অন্যত্ৰ উৰি যোৱা ৰাজহাঁহ বোৰৰ দৰে, ঠায়ে ঠায়ে ওখ ওখ অট্টালিকাৰ দৰে, বায়ুৰে সঞ্চালিত অনেকআকাৰ-প্ৰকাৰ হোৱা উন্নত মেঘেৰে চিত্ৰপটৰ দৰে আকাশ সুশোভিত হৈ পৰিছে।৫

এই মেঘেৰে অন্ধকাৰ (হোৱা) আকাশ ধৃতৰাষ্ট্ৰৰ মুখৰ (বা সেনাৰ) দৰে (দেখা গৈছে, কিয়নো ধৃতৰাষ্ট্ৰৰ মুখো দৃষ্টিহীন হোৱা বাবে অন্ধকাৰপূৰ্ণ আৰু আকাশৰো সূৰ্য আৰু চন্দ্ৰৰূপী চকু মেঘৰ দ্বাৰা নষ্ট

হৈছে), অতি আনন্দিত ময়ুৰে যেন শক্তিৰ গৰ্বত অতি অহংকাৰী দুৰ্যোধনৰ দৰে গৰ্জন কৰিছে। কুলি চৰায়েও পাশা খেলত পৰাজিত যুধিষ্ঠিৰৰ দৰে মাতবোল এৰি বনপথ অবলম্বন কৰিছে। আৰু এতিয়া হাঁহবোৰেও পাণ্ডৱসকলৰ দৰে বনবাসৰপৰা অজ্ঞাতবাসলৈ গৈছে।৬ (চিন্তা কৰি) বসন্তসেনাৰ ওচৰলৈ যোৱা মৈত্ৰয়ৰো বৰ পলম হৈছে। তেওঁ এতিয়াও উভতি নাপালেহি।

বিদূষক— (প্ৰৱেশ কৰি) অৰে গণিকা বসন্তসেনাৰ কি লোভ আৰু অনুদাৰতা, তেওঁ অলংকাৰৰ বাহিৰে অন্য বিষয়ে একো নাপাতিলে। একো কথা নকৈ অনাদৰেৰেই তেওঁ সেই ৰত্নাবলী হাৰগছ লৈ থলে। ইমানখিনি সম্পত্তিৰ গৰাকিনী হৈও তেওঁ এই কথা নকলে যে 'হে আৰ্য, মৈত্ৰেয় জিৰণি একণ লোৱা আৰু এবাতি পানীকে পী খোৱা।' ইত্যাদি সেয়ে সেই দাসীৰ বেটী গণিকাৰ মুখখন পৰ্য্যন্ত চাবলৈ নেলাগে। (দুঃখ প্ৰকাশ কৰি) লোকে ঠিক কথাকে কয় যে 'মূল নোহোৱাকৈ কমলিনী, বঞ্চনা নকৰা সাউদ, চোৰ্য্য কৰ্ম নকৰা সোণাৰী, কাজিয়া নলগা গাওঁৰ সভা, আৰু লোভ নোহোৱা গণিকা পাবলৈ তেনেই দুৰ্লভ।' গতিকে প্ৰিয়বন্ধু চাৰুদত্তৰ ওচৰলৈ গৈ তেওঁক গণিকাৰ প্ৰসঙ্গৰপৰা নিবৃত্ত কৰোঁগৈ। (এপাক ঘূৰি চাৰুদত্তক দেখি) এয়া কি? প্ৰিয়বন্ধু এতিয়া ফুলনিতে বহি আছে। বাৰু তেওঁৰ কাষচাপি লওঁ। আপোনাৰ কুশল হওক। আপোনাৰ উন্নতি হওক।

চাৰুদত্ত — (দেখি) অৰে! এয়া মোৰ বন্ধু মৈত্ৰেয় পালেহি। বন্ধু! স্বাগতম্। আহা, বহা।

বিদূষক— বহিছোঁ বাৰু।

চাৰুদত্ত — বন্ধু! সেই সকামটোৰ বিষয়ে কোৱাচোন।

বিদূষক— সেই কামটো তেনেই নষ্ট হল।

চাৰুদত্ত — তেওঁ ৰত্নাবালী ধাৰ নললে নে কি?

বিদূষক— আমাৰ আকৌ তেনে সৌভাগ্য হ'ব ক'ৰপাৰ? নকৈ ফুলা পদুম কলিৰ দৰে কোমল আঁজলি মূৰলৈ তুলি গ্ৰহণ কৰিছে।

চাৰুদত্ত — তেনেহ'লে আমাৰ কাৰ্য নাশ হোৱা বুলি কিয় কৈছা?

বিদূষক— অৰে! আমাৰ কাৰ্য বিনষ্ট নহে কি হ'ল? আমি নোখোৱা-নিপিয়া

সেই চোৰে নিয়া কম দামৰ অলংকাৰখিনিৰ কাৰণে চাৰিও সাগৰৰ সাৰ স্বৰূপ ৰত্নহাৰডাল হেৰুবাবলগীয়া হ'ল।

চাৰুদত্ত — বন্ধু! তেনে কথা নহয়।

যি বিশ্বাসেৰে তেওঁ আমাৰ হাতত সেই ন্যাস ৰাখিছিল সেই বিশ্বাসৰ বাবেহে এই বহুমূলীয়া হাৰ দিয়া হৈছে।৭

বিদূষক — হে বন্ধু! মোৰ দ্বিতীয়টো দুঃখৰ কাৰণ এয়ে যে তেওঁ সখীয়েকক ইঙ্গিত দি কাপোৰৰ আঁচলেৰে মুখ ঢাকি মোক উপাহাস কৰিছে। সেইবাবে মই ব্ৰাহ্মণ হৈয়ো আপোনাৰ ওচৰত মূৰ দোৱাই নিবেদন কৰিছোঁ যে আপুনি এই বহু বিঘিনি থকা গণিকাৰ প্ৰসঙ্গৰপৰা নিজকে আঁতৰাই ৰাখক। গণিকা হৈছে জোতাৰ তলিত লগা শিলৰ টুকুৰা যেন, তাক বহু কষ্টেৰেহে গুচোৱা যায়। আকৌ বন্ধু! গণিকা, হাতী, কায়স্থ, ভিক্ষু, গুপ্তচৰ আৰু গাধা—য'ত য'ত ইবোৰ থাকে তাত দুষ্ট-দগবাজো নোপজে।

চাৰুদত্ত — বন্ধু! (বেশ্যাক) এনেবোৰ নিন্দা কৰি লাভ নাই। মোক এই (দাৰিদ্ৰ্য) অৱস্থাই তেওঁৰপৰা আঁতৰাইছে। চোৱা বাৰু —

ঘোঁৰাই শীঘ্ৰে যাবলৈ বেগৰ আশ্ৰয় লয় কিন্তু বল পৰি যোৱা বাবে তাৰ ঠেংবোৰে সিমানখিনি কঢ়িয়াই নিবলৈ নোৱাৰে। মানুহৰ চঞ্চল স্বভাৱেও চাৰিওফালে লৰি ফুৰে হয়, (কিন্তু ফলৰ অভাৱত) খিন্ন হৈ আকৌ আপোন হৃদয়তে মাৰ যায় (প্ৰৱেশ কৰে)।৮

আৰু বন্ধু (শুনা) —

যাৰ টকা-পইচা আছে তেওঁৰেই (বহতীয়া) সেই কামিনি, কাৰণ সেই (গণিকা) টকা-কড়িৰেহে বশৰ যোগ্যা।

(নিজৰ মনতে) নহয়, তেওঁচোন গুণৰহে বশৰ যোগ্যা আকৌ।

আমিতো ধনেৰে পৰিত্যক্ত হৈছোৱেই, সেইবাবে আমিও তেওঁক এৰিছোঁ।৯

বিদূষক— (তললৈ চাই, নিজৰ মনতে) এওঁ ওপৰলৈ চাই চাই যিদৰে দীঘলীয়া নিশ্বাস পেলাইছে তাৰেই বুজিছোঁ, মই মানা কৰা কাৰণে তেওঁৰ উৎকণ্ঠা বাঢ়িছেহে। 'প্ৰেমৰ গতি বেঁকা' এইকথা ঠিকেই কোৱা হয়। হে বন্ধু! তেওঁ আকৌ কৈ পঠিয়াছে—'চাৰুদত্তক কবা আজি সন্ধিয়া মই তালৈ

যাম।' ৰত্নহাৰ পায়ো সন্তুষ্ট হোৱা নাই যেন পাইছোঁ, তেওঁ আৰু কিছু আদায় কৰিবলৈকে আহিব।

চাৰুদত্ত — বন্ধু! আহিবলৈ দিয়া। সন্তুষ্ট হৈ যাব।

চেট — (প্ৰৱেশ কৰি) হে মানুহসকল জানি লোৱাহক। যিমানেই বৰষুণ দিছে সিমানেই মোৰ পিঠিৰ ছাল তিতিছে যিমানেই শীতল বতাহ বলিছে সিমানেই মোৰ বুকুখন কঁপিছে।১০

[হাঁহি হাঁহি]

সপ্তছিদ্ৰযুক্ত বাঁহিৰে মধুৰ বাজনা বজাওঁ, সাত তাঁৰেৰে মাত মতা বীণা বজাওঁ। গাধৰ দৰে (মাতৰ দৰে) মই গান গাওঁ। মোৰ গানৰ আগত তুম্বৰুই বা কোন নাৰদেই বা কোন?১১

আৰ্য— বসন্তসেনাই মোক আদেশ কৰিছে, 'কুম্ভীলক! তুমি যোৱা, আৰ্য চাৰুদত্তক মোৰ আগমনৰ বতৰা দিয়াগৈ।' গতিকে আৰ্য চাৰুদত্তৰ ঘৰলৈ যাওঁ। (এপাক ঘূৰি, প্ৰৱেশ কৰি, দেখি) এয়া আৰ্য চাৰদত্ত ফুলনিত বহি আছে আৰু দুষ্ট বটুক বিদূষক ওচৰতে আছে। বাৰু ওচৰ চাপি যাওঁ! ফুলনিৰ জপনাখন আকউ বন্ধ আছে কিয়? বাৰু এই দুষ্ট ব্ৰাহ্মণকে সংকেতেৰে জনাওঁ। (মাটিৰ চপৰা দলিয়ায়)

বিদূষক — এয়া কি? দেৱালেৰে ঘেৰা ঔগছলৈ ফৰমুতি (লডি) মৰাৰ দৰে কোনে মোলৈ চপৰা দলিয়াইছে?

চাৰুদত্ত — ফুলনিৰ প্ৰাসাদৰ বেদিকাত খেলি থকা পাৰবোৰে হয়তো সেয়া পেলাইছে।

বিদূষক — দাসীৰ পুতেক! দুষ্ট পাৰ চৰাই! ৰবি, ৰবি, এই টোকানেৰে পকা আমৰ দৰে এই প্ৰাসাদৰ ওপৰৰপৰা পেলাই দিওঁ।

চাৰুদত্ত — (উপবীত টানি) বন্ধু! বহাহে। তাৰে লাগি কি লাভ? বেচেৰা পাৰটোক তাৰ পত্নীৰে সৈতে থাকিবলৈ দিয়া।

চেট— ক'তনো পাৰ দেখিছে, অথচ মোক দেখা নাই? হওক! আৰু এটা চপৰা তেওঁৰ গালৈ মাৰোঁ।

বিদূষক — (চাৰিওফালে চাই) এয়া কি কুম্ভীলক! ওচৰলৈ যাওঁচোন। (ওচৰলৈ গৈ জপনাখন খুলি দি) অৰে, কুম্ভীলক! ভিতৰলৈ আহা। তোমাক স্বাগতম জনাইছোঁ।

চেট — (প্ৰৱেশ কৰি) আৰ্য, প্ৰণাম লওক।

বিদূষক — অৰে, তুমি এনেকুৱা অন্ধকাৰ দুৰ্দিনত কিয় আহিলা বাৰু?

চেট — অৰে, এয়া তেওঁ।

বিদূষক — এয়া তেওঁ কোন আকৌ?

চেট — এয়া তেওঁ।

বিদূষক — অৰে দাসীৰ পো! এতিয়া কি হল? দুৰ্ভিক্ষৰ দিনত ওলোৱা বৃদ্ধ কৃপণৰ দৰে তুমি 'এষ সা এষ সা' বুলি দীৰ্ঘশ্বাস কিয় লৈ আছা?

চেট — অৰে, তুমিও দেখোন এতিয়া ইন্দ্ৰলৈ বুলি উৎসৰ্গ কৰা যজ্ঞৰ বলি (নৈবদ্য) পাবলৈ লোভ কৰা কাউৰীৰ দৰে 'কা-কা' কৰি আছা।

বিদূষক — তেনেহ'লে কি কথা আছে কোৱা?

চেট — (মনতে) হওক বাৰু, এনেকৈয়ে কওঁ। (প্ৰকাশ কৰি) অৰে তোমাক এষাৰ কথা সোধোঁ?

বিদূষক — (ক'বলৈ পাৰিলে) মই তোমাৰ মূৰত ভৰি থম।

চেট — অৰে, আম গছত কেতিয়া মুকুল ধৰে জানানে?

বিদূষক — অৰে দাসীৰ পো, ঘাম কালি (গ্ৰীষ্মত)।

চেট — (হাঁহি হাঁহি) অৰে, নহয়, নহয়।

বিদূষক — (নিজে মনতে) এতিয়ানো কি কওঁ? (চিন্তা কৰি) বাৰু, চাৰুদত্তৰ ওচৰলৈ গৈ সুধি লওঁ। (প্ৰৱেশ কৰি। এক মুহূৰ্ত্ত ৰোৱা। (চাৰুদত্তৰ ওচৰ চাপি) হে বন্ধু! এটা কথা সোধোঁ 'আমে কেতিয়া মলিয়ায়'?

চাৰুদত্ত — মূৰ্খ, বসন্তকালত।

বিদূদক — (চেটৰ ওচৰলৈ গৈ) মূৰ্খ! বসন্তকালত।

চেট — এইবাৰ দ্বিতীয় প্ৰশ্ন সুধিম। সুসমৃদ্ধ গাৱঁক কোনে ৰক্ষা কৰে?

বিদূষক — কোনে ৰাখিব? সেনাৰ গাড়ীয়ে।

চেট — (হাঁহি হাঁহি) অৰে, নহয়, নহয়।

বিদূষক — হওঁতে আকৌ সন্দেহত পৰিলোঁ। (চিন্তা কৰি) বাৰু, চাৰুত্তক আকৌ সুধি লওঁ।

(আকৌ উভতি গৈ চাৰুদত্তক সোধে)

চাৰুদত্ত — বন্ধু, সেনাই।

বিদূষক — (চেটৰ ওচৰলৈ গৈ) অৰে, দাসীৰ পো, সেনা।
চেট — অৰে, দুয়োটা লগ কৰি কোৱা।
বিদূষক — সেনাবসন্ত।
চেট — লুটিয়াই কোৱা।
বিদূষক — (গাটো লুটিয়াই) সেনা বসন্ত।
চেট — অৰে, মূৰ্খ বটুক, পদ পৰিবৰ্তন কৰি কোৱা।
বিদূষক — (ভৰি পৰিবৰ্ত কৰি) সেনা বসন্ত।
চেট — অৰে মূৰ্খ! অক্ষৰযুক্ত পদৰ পৰিবৰ্তন কৰি কোৱা।
বিদূষক — (চিন্তা কৰি) বসন্তসেনা।
চেট — এইয়া তেওঁ আহি পালে।
বিদূষক — চাৰুদত্তক গৈ কওঁ! হে বন্ধু! তোমাৰ ধনিক আহিছে।
চাৰুদত্ত — আমাৰ বংশত আৰু ধনিক কোন আছে?
বিদূষক — বংশত নাই যদি পূদলিতে আছে। এয়া বসন্তসেনা।
চাৰুদত্ত — বন্ধু! মোক কিয় প্ৰতাৰণা কৰিছা?
বিদূষক — যদি মোৰ কথাত বিশ্বাস নকৰা এই কুম্ভীলকক সুধি লোৱা। অৰে, দাসীৰ পো কুম্ভীলক, ওচৰ চাপি আহ।
চেট — (ওচৰ চাপি) আৰ্য! বন্দনা কৰিছোঁ।
চাৰুদত্ত — ভদ্ৰ। স্বাগতম! কোৱাচোন, সঁচাকৈ বসন্তসেনা আহিছে নে?
চেট — হয় সেই বসন্তসেনা আহিছে।
চাৰুদত্ত — (আনন্দেৰে) ভদ্ৰ! প্ৰিয়বাক্য কেতিয়াও নিস্ফল নহয়। এয়া পুৰস্কাৰ গ্ৰহণ কৰা। (উত্তৰীয় কাপোৰ দান কৰে)।
চেট — (গ্ৰহণ কৰি, সন্তোষেৰে প্ৰণাম জনাই) আৰ্যাক জনাওঁগৈ। (ওলাই যায়)
বিদূষক — হে বন্ধু! জানানে বাৰু, কি কাৰণে এই দুৰ্দিনতো তেওঁ আহিছে?
চাৰুদত্ত — বন্ধু! ভালদৰে বুজিবলৈ পৰা নাই এথোন।
বিদূষক — মই হ'লে জানিছোঁ। ৰত্নহাৰৰ মূল্য কম, অলংকাৰখিনি বহুমূলীয়া, সেয়ে সন্তুষ্ট নহৈ আকৌ সাধিবলৈ আহিছে।
চাৰুদত্ত — (নিজৰ মনতে) সন্তুষ্ট হৈ উভতি যাব।

(তাৰ পাছত উজ্জ্বল অভিসাৰিকাৰ বেশত উৎকণ্ঠিতা বসন্তসেনা, ছাতি ধৰা নাৰী আৰু বিটে প্ৰৱেশ কৰে)

বিট — (বসন্তসেনাক উদ্দেশ্য কৰি) এওঁ—পদ্মৰহিত লক্ষ্মী, কামদেৱৰ সুন্দৰ অস্ত্র কুলীন নাৰীৰ বাবে (সাক্ষাৎ) শোক (কাৰণ তেওঁৰ পতি বেশ্যাগামী হ'লে পত্নী শোকাকুলা হয়), কামদেৱৰূপী শ্রেষ্ঠ বৃক্ষৰ ফুল, ৰতিৰ সময়ত লাজেৰে প্ৰণয় প্ৰকাশ কৰে, কামক্ষেত্ৰৰূপ ৰঙ্গভূমিত বিলাসেৰে গমণ কৰি (এই বসন্তসেনাই) প্ৰিয় পথিকসমূহৰে অনুগতা হয়।১২

বসন্তসেনা—চোৱা, চোৱা। শৈলশিখৰত ছাঁ ওলমিপৰা, বিৰহী বনিতাসকলৰ হৃদয় অনুকৰণ কৰা মেঘবোৰে গৰ্জন কৰিছে। মেঘৰ গাঁজনিত হঠাতে উৰি অহা ময়ূৰবোৰে যেন মণিময় তাল পাতৰ বিচনিৰে আকাশক বতাহ দিছে।১৩

বৃষ্টিধাৰাৰে আহত বোকাৰে মুখ লেপা ভেকুলীবোৰে পানী পি খাইছে। কামাতুৰ ময়ূৰবিলাকে মুক্তকণ্ঠেৰে কেকাধ্বনি কৰিছে। কদমৰ ফুলবোৰ প্ৰদীপ যেন দেখা গৈছে। কুল বা বংশ দূষিত কৰা জনে যিদৰে সন্ন্যাস ধৰ্মকো আচ্ছাদিত বা কলঙ্কিত কৰে সিদৰে মেঘেও জোনটোক আচ্ছাদিত কৰিছে। নীচবংশত ওপজা যুৱতীৰ দৰে বিদ্যুৎ একে ঠাইতে থকা নাই।১৪

বসন্তসেনা—ভাব (বিট), তুমি ঠিক কথাকে কৈছা। এয়া সপত্নীৰূপা ৰাতিয়ে কুপিতা হৈ গৰ্জন কৰি বাৰে বাৰে মোক যোৱা পথত বিধিপথালি দি (যেন কৈছে) মূৰ্খজনী, সঘন পয়োধৰযুক্তা (ৰাতিপক্ষত মেঘ) মোৰেসৈতে প্ৰিয়তমে (ৰাত্ৰি পক্ষত চন্দ্ৰমা, সপত্নী পক্ষত চাৰুদত্ত) ৰমণ কৰে ইয়াত তোমাৰ কি কৰিবলগীয়া আছে?১৫

বিট — বাৰু, তুমি এনেকৈ তেওঁক তিৰষ্কাৰ কৰা।

বসন্তসেনা— ভাব! স্ত্ৰী স্বভৱাতে ঈৰ্ষালু, সেয়ে এইজনীক তিৰষ্কাৰ কৰি লাভ নহ'ব। চোৱা, ভাব! মেঘে গৰ্জন কৰক বা বৰষুণ দিয়ক, লাগিলে অনবৰতে বজ্ৰপাতো পেলাওক, কিন্তু ৰমণোৎসুক অভিসাৰিকা ৰূপ তিৰোতাই শীত বা তাপ একোলৈ কেৰেপ নকৰে।১৬

বিট — বসন্তসেনা, চোৱা এয়া এটা—

যিদৰে বিজয় অভিলাষী ৰজাই নগৰৰ মাজতে মন্দ পৰাক্ৰমশীল ৰজাৰ কৰসমূহ হৰণ কৰে, সিদৰে মেঘে বায়ুৰ সহায়ত চঞ্চল বেগেৰে,

দবাপিতা বৰষুণ ৰূপ শৰ বৃষ্টিৰে, নাগাৰাৰ শব্দৰ দৰে গৰ্জ্জন কৰি, বিদ্যুতৰ পতাকা জিলিকাই চন্দ্ৰমাৰ পোহৰসমূহ আকাশৰ মাজ মজিয়াতে হৰণ কৰিছে।১৭

বসন্তসেনা— এয়াতো হয়েই! এয়া আকৌ অন্য একচিত্ৰ—মত্ত গজৰাজৰ দৰে মলিন(নীল বৰণৰ), বাৰীধাৰাৰে পৰিপূৰ্ণ হৈ থকা বাবে বৃহৎ পেটযুক্ত বিজুলী আৰু বগলীজাকৰ সংযোগেৰে চিত্ৰিত মেঘেৰে বিৰহীৰ মন ক্ষু ন্ন কৰিছে। হায়! এইয়া কিয় হতভাগা বগলীয়ে প্ৰোষিতভৰ্ত্তৃকা (বিৰহী) সকলৰ বধৰ (নিৰ্দেশ দিয়া) সময়ত, বজোৱা দবাৰ গাঁজনিৰ দৰে তুমি 'প্ৰাবৃট' 'প্ৰাবৃট' (বৰ্ষা) বুলি চিঞৰি কটা ঘাত যেন কলাখাৰ চঁতিয়াইছা?১৮

বিট — বসন্তসেনা, এয়াতো হয়েই। অন্য দৃশ্যও চোৱা। বগলীৰ (জাকৰ দৰে) বগা পাগুৰিৰে, বিজুলীৰে হেন্দোলিত চামৰ ধাৰণ কৰি আকাশে যেন মদমত্ত (বাৰণ) গজৰাজৰ সাৰূপ্য লাভৰ কাৰণে ইচ্ছুক হৈছে।১৯

বসন্তসেনা— ভাব, চোৱা চোৱা।

এয়া তিতা তমালপত্ৰৰ দৰে মলিন কৃষ্ণ বৰণীয়া এই মেঘৰাশিয়ে (আকাশত) সূৰ্যক গোটে গোটে পান (গ্ৰাস) কৰিছে, শৰৰ আঘাতত মৰা পৰা হাতীৰ দৰে বৃষ্টিধাৰাৰে আহত উইঁৰ ঢাপবোৰ ভাঙি পৰিছে। বিদ্যুৎ আৰু প্ৰাসাদৰ ওপৰত সঞ্চাৰণ কৰা জ্যোৎস্নাক দুৰ্বললোকৰ তিৰোতাক বলবানজনে হৰণ কৰাৰ দৰে মেঘে অপহৰণ কৰিছে।২০

বিট — বসন্তসেনা, চোৱা, চোৱা।

বিজুলীৰ গুণেৰে (জৰিৰে) আবদ্ধ হাতীৰ দৰে পৰস্পৰে খেদা-খেদিকৈ থকা বৰষুণ দিয়া মেঘেবোৰে যেন ইন্দ্ৰৰ আদেশত পৃথিৱীক ৰূপৰ জৰিৰে ওপৰলৈ তুলিছে (ইন্দ্ৰৰ আদেশত অপহৃত গৰুবোৰ উদ্ধাৰ কৰা হৈছে।২১

আকৌ—চোৱা—

প্ৰচণ্ড ধুমুহাৰ শব্দযুক্ত, মহৰ জাকৰ দৰে নীলবৰ্ণ, চঞ্চল বিজুলীৰূপ পাখীৰে আকাশত ঘূৰিফুৰা সাগৰৰ দৰে মেঘৰাশিয়ে নকৈ গঁজা সেউজীয়া ঘাঁহেৰে ভৰা তীব্ৰ গন্ধময়ী এই পৃথিৱীক ধাৰাপাতৰূপ মণিময় শৰেৰে যেন বিন্ধিছে।২২

বসন্তসেনা — ভাব! এয়া আন এটি দৃশ্য—

ময়ূৰে স্পষ্ট শব্দত 'আহা, আহা', বুলি কৈ যেন এই মেঘবোৰকে মাতি আছে; শাৰীবদ্ধ বগলীৰজাকে বেগেৰে উৰি গৈ উৎকণ্ঠাৰে আলিঙ্গন কৰিছে; আৰু পদুম ফুল এৰি অহা হাঁহবোৰে অতি উদ্বেগেৰে চাই আছে— (যেনিবা) দিঙ্মণ্ডলক কাজলৰ দৰে কলাকৰি মেঘ উঠি আহিছে।২৩

বিট — এয়া তেনেকুৱাই দেখা গৈছে। আৰু চোৱা—

কমল সমুদায়ৰূপী চকুজুৰি যিয়ে বন্ধ কৰিছে। ৰাতি আৰু দিনৰ পাৰ্থক্য নোহোৱা হৈছে, য'ত বিজুলীৰে ক্ষন্তেকতে অন্ধকাৰ নাশ হৈছে, ক্ষন্তেকতেএকো নেদেখা হৈছে, য'ত দিশাৰূপী মুখবোৰ আচ্ছাদিত হৈছে, যি জলধাৰা সমূহৰ মাজতে আছে, যি বিশাল মেঘৰ নিবাসস্থানত (আকাশত) অনেকবোৰ মেঘৰূপী ছাতীৰে আচ্ছাদিত হৈ আছে; এনেহেন জগৎ এতিয়া নিশ্চেষ্ট (ক্ৰিয়াশূন্য) হৈ শুই আছে।২৪

বসন্তসেনা — ভাব! এনে যে হৈছে তাত সন্দেহ নাই। সেয়া আকৌ চোৱা—

অসৎ লোকে কৰা উপকাৰৰ দৰে তৰাবোৰ বিলুপ্ত হৈছে; প্ৰিয়তমৰপৰা বিযুক্ত তিৰোতাৰ দৰে (সূৰ্য অথবা চন্দ্ৰৰপৰা পৃথক হোৱা বাবে) দিশবোৰে শোভা লাভ কৰা নাই। ত্ৰিদশাধিপতি ইন্দ্ৰৰ শস্ত্ৰৰ (বজ্ৰৰ) দৰে অগ্নি অত্যন্ত তপত হোৱাত সিয়ে গলি গৈ যেন পানী হৈ পৰিছে।২৫

আৰু চোৱা—

মেঘে (কেতিয়াবা) ওপৰলৈ উঠিছে, (কেতিয়াবা) তললৈ নামিছে। (কেতিয়াবা) বৰষুণ পৰিছে, কেতিয়াবা গৰ্জন কৰিছে, (কেতিয়াবা) অন্ধকাৰেৰে ওপচাই পেলাইছে; নতুনকৈ শ্ৰীলাভ কৰা (ধনবান হোৱা) পুৰুষৰ দৰে বিবিধ ৰূপ ধৰিছে।২৬

বিট — সেয়াও হয়—

এই আকাশ বিজুলীৰে জ্বলিছে, শ শ বগলীৰে (বগা হৈ) বৰকৈ যেন হাঁহিছে, জলধাৰাৰূপী বাণ বৰ্ষাবলৈ সক্ষম ইন্দ্ৰ ধনুতকৈও অধিক

যুদ্ধত ৰত আছে। বজ্ৰতকৈ অধিক গৰ্জন কৰি আছে, বায়ুৱে চাৰিওফালে ঘূৰি আছে, সাপৰ সমান নীল মেঘৰে কলা ধোৱা সেৱন কৰি আছে।২৭

বসন্তসেনা— হে জলধৰ তুমি নিলাজ! (যে) তুমি প্ৰিয়জনৰ ঘৰলৈ গৈ থকা মোক গৰ্জনেৰে ভয় খুৱাই জলধাৰাৰূপ হাতেৰে মোক স্পৰ্শ কৰিছা।২৮

হে ইন্দ্ৰ! কি মই তোমাৰসৈতে কোনো প্ৰেমত আসক্ত আছিলোঁ নে যাৰ বাবে তুমি এতিয়া মেঘৰ গাঁজনিৰে সিংহনাদ কৰিবলৈ লৈছা? প্ৰিয়জনৰ মিলন আকাঙ্খা কৰা মোৰ বাট তুমি বৰ্ষাৰ জলধাৰাৰে ভেটা দিয়াটো তেনেই অনুচিত বুলি ভাবিছা।২৯

আকৌ, হে ইন্দ্ৰ! মুনি গৌতমৰ পত্নী অহল্যাৰ প্ৰতি আসক্ত হৈ তুমি এবাৰ মিছা কৈছিলা যে 'ময়েই গৌতম।' মোৰ বিৰহিনীৰ দুঃখ বুজি তুমি মোৰ প্ৰতিবন্ধক স্বৰূপ মেঘক আঁতৰাই নিয়া।৩০

আকৌ, হে শক্ৰ ! তুমি গৰ্জন কৰা বৰষুণ দিয়া অথবা শ শ বজ্ৰ ত্যাগ কৰা; কিন্তু প্ৰিয়তমৰ সৈতে মিলনৰ বাবে যোৱা কামিনীক তুমি বাধা দিবলৈ নোৱাৰা।৩১

যদি মেঘে গৰ্জন কৰে কৰিবলৈ দিয়া, কাৰণ পুৰুষ লোক নিষ্ঠুৰেই হয়। হে বিদ্যুৎ! তুমি নাৰী হৈও নাৰীসকলৰ দুঃখৰ কথা নাজানা নে?৩২

বিট — বসন্তসেনা! তুমি বিদ্যুতক নিন্দা কৰা নিষ্প্ৰয়োজন। বৰঞ্চ তেওঁ উপকাৰহে কৰিছে।

ঐৰাৱতৰ বুকুত থকা চঞ্চল সোণৰ জৰিৰ দৰে, অথবা পৰ্বতৰ চূড়াত থকা ধবল পতাকাৰ দৰে, অথবা ইন্দ্ৰৰ গৃহত প্ৰজ্বলিত প্ৰদীপৰ দৰে এই বিদ্যুতে তোমাৰ প্ৰিয়তমৰ ঘৰ দেখুৱাই দিছে।৩৩

বসন্তসেনা— ভাৱ! এৰা তুমি ঠিকেই কৈছা। এয়া তেওঁৰেই ঘৰ।

বিট — যদিও তুমি সকলো কলাতে নিপুণ হৈছা, তোমাক কোনো কথা শিকোৱা উচিত নহয়, তথাপি তোমাৰ চেনেহে মোক কবলৈ উদগাইছে। তুমি চাৰুদত্তৰ ঘৰত প্ৰৱেশ কৰি অধিক খঙ দেখুৱা উচিত নহ'ব।

যদি খণ্ড কৰা, অনুৰাগ নাথাকিব; অথবা বিনা খণ্ডে অনুৰাগ হ'ব ক'ৰপৰা? তুমি সেয়েহে খণ্ডো দেখুৱা, তেওঁৰো খণ্ড ওপজোৱা, নিজেও প্রসন্ন হোৱা বিশ্ববাসীকো প্রসন্ন কৰা।৩৪

বাৰু! এয়া যি হয় হওক! এতিয়া আৰ্য্য চাৰুদত্তক জনাওক—

এয়া কদম আৰু নীপ ফুল ফুলি সুগন্ধ বিস্তৃত হোৱা ঘন মেঘ ওলোৱা বাৰিষাকালত প্রেমাতুৰা আৰু আনন্দিতা হৈ বৰষুণত তিতি বসন্তসেনা প্রেমিকৰ ঘৰলৈ আহিছে। বিজুলী আৰু মেঘৰ গাজনিৰে ভয় খাইছে আৰু নূপুৰ পিন্ধা ভৰিত লগা বোকা আদি ধুই এতিয়া আপোনাৰ দৰ্শনৰ আকাংক্ষাত ৰৈ আছে।৩৫

চাৰুদত্ত — (শুনি) বন্ধু! এয়া কাৰ চিঞৰ জানি আহাচোন।

বিদূষক — আপুনি যি আদেশ কৰিছে। (বসন্তসেনাৰ ওচৰলৈ গৈ আদৰ কৰি) আপোনাৰ মঙ্গল হওক।

বসন্তসেনা- আৰ্য সেৱাহে। আপোনাক স্বাগতম। (বিটক উদ্দেশ্য কৰি) ভাৱ! এই ছাতী ধৰা চেটীক তোমাৰ হাতত গটালোঁ।

বিট — (নিজে নিজে) বৰ চাতুৰ্যৰে তেওঁ আমাক ঘূৰাই পঠিয়ালে। (প্রকাশ কৰি) এনেকুৱা হওক। হেৰা বসন্তসেনা!

গৰ্বৰসৈতে মায়া,ছলনা, কপটতা আদিৰ জন্মভূমি, শঠতাই যাৰ আত্মা, কাম ক্রীড়াই যাৰ ঘৰ, আৰু সম্ভোগ সুখ যাৰ সঞ্চয়—সেই বেশ্যাৰূপী বজাৰৰ বিক্রয়বস্তু যৌৱনৰ উদাৰতাৰে বিনিময় কৰা আৰু তাৰ মূল্যদান ৰূপ সিদ্ধি তুমি লাভ কৰা।৩৬

[এইদৰে কৈ ওলাই যায়]

বসন্তসেনা— আৰ্য মৈত্রেয়! আপোনালোকৰ জুৱাৰী জন ক'ত আছে?

বিদ্ষক— (নিজ নিজ) হা, হা, হা, জুৱাৰী বোলোতেই আৰ্য চাৰুদত্ত (মোৰ প্রিয়মিত্র) অলংকৃত হ'ল। (প্রকাশ কৰি- আৰ্যে! এয়া শুকান ফুলনি!

বসন্তসেনা— আৰ্য! আপোনালোকে বা আকৌ কাক শুকান ফুলনি বুলিছে?

বিদূষক— আৰ্যে! য'ত খোৱা-পিয়া নচলে।

[বসন্তসেনাই মিচিকিয়াই হাঁহে]

বিদূষক— আপুনি বাৰু ভিতৰলৈ সোমাওক।

বসন্তসেনা — (একাষৰীয়াকৈ) ইয়াত প্রবেশ কৰি মইনো কি ক'ব লাগিব?

চেটী — 'জুৱাৰী! এই গধুলিতো আপোনাৰ সুখ কৰ হৈছে নে?'—এনেদৰে (কওক)।

বসন্তসেমা — মই তেনেকৈ ক'ব পাৰিম নে?

চেটী — সময়ে আপোনাক সামৰ্থ্য দিব।

বিদূষক — আপুনি প্ৰৱেশ কৰক।

বসন্তসেনা — (প্ৰৱেশ কৰি, ওচৰ চাপি আৰু ফুলেৰে কোবাই) হে জুৱাৰী, এই গধুলিতো আপোনাৰ সুখকৰ হৈছে নে?

চাৰুদত্ত — (বসন্তসেনালৈ চাই) অ' এয়া বসন্তসেনা পালেহি। (আনন্দেৰে উঠি) হে প্ৰিয়ে,

নিতৌ গধুলিবেলা মই জাগি থাকিয়েই কটাইছোঁ; সদায় ৰাতিখন মই নিঃশ্বাস পেলায়েই কটাইছোঁ; হে বিশাল নয়না, কিন্তু তোমাৰে সৈতেমিলিত হোৱা মোৰ আজি গধুলিতো নিশ্চয় দুঃখান্তক হ'ব।২৭

সেয়ে তেমাক স্বাগতম জনাইছোঁ। এয়া আসন, ইয়াত বহাহক।

বিদূষক — হয়, এয়া আসন! আপুনি বহক।

[বসন্তসেনা বহে। আনসকলো বহে]

চাৰুদত্ত — বন্ধু, চোৱা, চোৱা।

বৰ্ষাৰ পানী টোপ টোপকৈ পেলাই তেওঁৰ কাণৰ কাষত ওলমি থকা এটা কদম ফুলে যুৱৰাজৰ পদত (আসনত) বহা ৰাজকোঁৱৰৰ দৰে এটা পয়োধৰক অভিষিক্ত কৰিলে।২৮

সেয়ে বন্ধু! সাজ-পোছাক তিতি থকা বসন্তসেনাৰ কাৰণে তুমি এজোৰা ভাল কাপোৰ আনি দিয়া।

বিদূষক — আপুনি যি আদেশ কৰিছে (সেয়ে হ'ব)।

চেটী — আৰ্য মৈত্ৰেয়! তুমি নালাগে, ময়েই আৰ্য বসন্তসেনাৰ শুশ্ৰূষা কৰিম। (তাকে কৰে)

বিদূষক — (একাষৰীয়াকৈ) বন্ধু! বসন্তসেনাক কিবা এটা সোধো নে?

চাৰুদত্ত — সোধো বাৰু।

বিদীষক — (প্ৰকাশ কৰি) জোনৰ পোহৰ নোহোৱা এই অন্ধকাৰময় দুৰ্দিনত আপুনিনো কিয় ইয়াত ওলালহি?

চেটী — আৰ্যে! এই ব্ৰাহ্মণজন তেনেই হোজা-চহুৰা।

বসন্তসেনা — বৰঞ্চ বৰ চতুৰ বুলিহে কোৱা।

চেটী — আৰ্য এওঁ বৰঞ্চ এয়াকে সুধিবলৈ আহিছে যে 'সেই ৰত্নাৱালীৰ মূল্যনো কিমান?'

বিদূষক — (একাষৰীয়াকৈ) হে বন্ধু, মই কৈছোঁ যে ৰত্নাৱালী কম মূল্যৰ আৰু সুবৰ্ণভাণ্ডটি বেছি মূল্যৰ; গতিকে অসন্তুষ্ট হৈ এওঁ আৰু কিবা বিচাৰি আহিছে।

চেটী — সেই হাৰডাল আৰ্যই নিজৰ বুলি য়েই জুৱাত হেৰুৱাইছে। এতিয়া সেই ৰাজ্যকৰ্মচাৰী সভিক বোলা জুৱাৰ মুৰব্বীজন বা ক'লৈ গৈছে তাকো জনা নাযায়।

বিদূষক — মই কোৱা কথাকেই পুনঃ কৈছা।

চেটী — যেতিয়ালৈ সেই সভিকক বিচাৰি পোৱা নাযায় তেতিয়ালৈ এই সোণৰ ভাণ্ডটি ৰাখি থওক। (ভাণ্ডটো দেখুৱায়)।

[বিদূষক চিন্তিত হয়]

চেটী — আৰ্য! আপুনি বৰ গভীৰভাবে চিন্তা কৰি যে আছে, তেনেহ'লে এইটো আগতে কেতিয়াবা দেখিছিল নে কি?

বিদূষক — ইয়াৰ শিল্প নৈপুণ্যই মোৰ দৃষ্টি আকৰ্ষণ কৰিছে।

চেটী — আৰ্য! আপোনাৰ দৃষ্টিয়ে আপোনাক ফাকি দিছে; এইটোৱে সেই সুবৰ্ণভাণ্ড।

বিদূষক — (আনন্দৰে) হেৰি বন্ধু! এইটোৱে সেই সোণৰ ভাণ্ড, যিটো আগতে আমাৰ ঘৰৰপৰা চোৰে অপহৰণ কৰি নিছিল।

চাৰুদত্ত — বন্ধু! আমি এই ন্যাসকৃত ভাণ্ডৰ ক্ষতিপূৰণ দিবলৈ যি উপায় বিচাৰি আছিলোঁ, সেই উপায় উভতি আহি আমাৰ সমুখত ওলালহি; কিন্তু ইয়াৰ মাজত সত্যবস্তুটো হৈছে বিড়ম্বনা।৩৯

বিদূষক — হে বন্ধু! মই ব্ৰাহ্মণত্বৰ শপত দি কৈছোঁ।

চাৰুদত্ত — সেয়ে হ'লে আমাৰ সকলোৰে প্ৰিয় কথা হ'ব।

বিদূষক — (একাষৰীয়াকৈ) বন্ধু! 'এয়া ক'ত পালে?' —বুলি সুধিম নে কি?

চাৰুদত্ত — সুধিলে কি দোষ হ'ব?

বিদূষক — (চেটীৰ কাণত) এনে এনে।

চেটী — (বিদূষকৰ কাণত) এনে এনে।

চাৰুদত্ত — এয়া নো কি কোৱা হৈছে? মই কি বাহিৰা লোকনে?

বিদূষক — (চাৰুদত্তৰ কাণত এনে এনে।

চাৰুদত্ত — হে ভদ্রে! সঁচাকৈ এইটো সেই সুবর্ণভাণ্ডনে?

চেটী — আর্য! আৰু নো কি?

চাৰুদত্ত — ভদ্রে! আগতে কোনো দিন মই সঁচা কথা কোৱাটো বৃথা (ফলহীন) কৰা নাই। সেইবাবে এই আঙঠিটো পুৰস্কাৰৰূপে লোৱা। (এনেকৈ কৈ আঙঠি খুলিবলৈ খুজি শূন্য হাতখন চাই লাজ পায়)।

বসন্তসেনা — (নিজে নিজে) সেই বাবেতো তুমি কামনাৰ পাত্র হৈছা।

চাৰুদত্ত — (একাষৰীয়াকৈ) আঃ কি যে কষ্ট! সংসাৰত গুৰিৰেপৰা ধনহীন পুৰুষৰ জীৱনেৰে কি লাভ? যাৰ প্রতীকাৰ নিৰর্থক হয়, তাত খং খাই বা আনন্দ কৰাতোও ফলহীন মাত্র হয়।৪০

আকৌ, পাখি নোহোৱা, চৰাই, শুকান গছ, জলহীন পুখুৰী, দাঁত উভালি পেলোৱা সাঁপ আৰু দৰিদ্র লোক সংসাৰত সমান।৪১

আকৌ, শূন্য ঘৰ, দৰিদ্র লোক, পানী নোহোৱা কুঁৱা আৰু শুকান গছ—এইবোৰ একে সমান; কাৰণ আগেয়ে দেখা লোকৰসৈতে লগ হোৱাৰ সময়ত (দীনতাৰ কথা) পাহৰি গৈ পৰিতোষ দিয়াৰ সময়ত দৰিদ্রৰ ইবোৰ বিফল হৈ পৰে।৪২

বিদূষক — হেৰি বন্ধু! অতিকৈ সন্তাপ কৰি কি লাভ? (প্রকাশ্যে পৰিহাস কৰি) আর্যাই মোক স্নান কৰিবলৈ কাপোৰ দিয়ক।

বসন্তসেনা — আর্য চাৰুদত্ত। এইজনক (মোক) ৰত্নাৱলীৰে তুলনা কৰা অনুচিত।

চাৰুদত্ত — (লজ্জাপূর্বক মিচিকিয়াই হাঁহি) বসন্তসেনা, চোৱা,চোৱা,বাস্তৱিকতে কোনে শ্রদ্ধা কৰিব? সকলোৱে মোক লঘু কৰিব। এই সংসাৰত প্রতাপহীন আৰু দৰিদ্রক সকলোৱে শঙ্কা কৰে।৪৩

বিদূষক — চেটি, তুমি (বসন্তসেনাৰ) সেই ঘৰত শুবা নে কি?

চেটী — (হাঁহি মাৰি) আর্য মৈত্রেয়! এতিয়া ইমান অতিমাত্র পোনপটীয়া হৈ দেখুৱাইছে।

বিদূষক — হে বন্ধু! সুখৰে বহি থকা আমাক ইয়াৰপৰা ঘৰৰ ভিতৰলৈ যাবলৈ বাধ্য কৰিবলৈহে যেন মেঘে, বৃষ্টিৰে এই উদ্যানত প্ৰৱেশ কৰিছে।

চাৰুদত্ত — তুমি ঠিকেই কৈছা। মৃণালৰ আগে যিদৰে বোকাৰ মাজত প্ৰৱেশ কৰে সিদৰেই এই বৃষ্টিধাৰাই মেঘৰ হৃদয় বিদাৰ্ণ কৰি চন্দ্ৰমাৰ বিপত্তি-কালত আকাশে টোকা চকুপানীৰ দৰে জল বৰষিছে।৪৪

আকৌ—

বলদেৱৰ বস্ত্ৰৰ দৰে (নীলা) আভাযুক্ত মেঘে আৰ্যজনৰ অন্তঃকৰণৰ নিচিনা স্বচ্ছ, অৰ্জুনৰ শৰৰ দৰে কঠোৰ, আৰু ভীষণ জলধাৰাৰে ইন্দ্ৰৰ মুকুতা ৰাশিৰদৰে উদ্‌গীৰণ (হৈ টোপ্‌টোপ্‌কৈ) পৰিবলৈ ধৰিছে।৪৫

হে প্ৰিয়া চোৱাচোন,

মেঘৰে সমাগমৰ প্ৰৱল ইচ্ছা কৰি স্বেচ্ছাই আহি ওলোৱা বিজুলী সদৃশ প্ৰিয়তমাই শিলৰ ওপৰত থেতেলোৱা তমাল পত্ৰৰ দৰে কলা বৰণৰ মেঘেৰে অনুলিপ্ত আৰু একীভূত সুগন্ধিৰে সুৰভিত শীতল সান্ধ্যকালীন বতাহৰ বিচনীৰে বা লগাত আকাশ ৰূপ প্ৰিয়তমতক গাঢ়ভাবে সাৱতি ধৰিছে।৪৬

[বসন্তসেনাই শৃঙ্গাৰভাৰ দেখুৱাই চাৰুদত্তক আলিঙ্গন কৰে]

চাৰুদত্ত — (স্পৰ্শ সুখ অনুভৱ কৰি বসন্তসেনাক আলিঙ্গন কৰে) হে মেঘ আৰু অধিক গম্ভীৰভাবে গৰ্জন কৰা। তোমাৰ অনুগ্ৰহতে মোৰ মদনেৰে পীড়িত দেহ (প্ৰিয়াৰ) সংস্পৰ্শত ৰোমাঞ্চিত হৈ বিকশিত কদমৰ ফুলত পৰিণতি লাভ কৰিছে।৪৭

বিদূষক — হেৰ দাসীৰ পো দুৰ্দিন! তই বৰ অভদ্ৰ। যিহেতু তই বিজুলীৰে বসন্তসেনাক ভীতি প্ৰদৰ্শন কৰিছে (ভয় খুৱাইছ)।

চাৰুদত্ত — বন্ধু! মেঘক তেনেকৈ উপলুঙা কৰা অনুচিত। মেঘে (দুৰ্দিনে একে ৰাহে এশ বছৰ ধৰি বৰষুণ দি থাকক; বিজুনীয়ে চিকমিকাই থাকক; কাৰণ, (মোৰ দৰে নিৰ্ধনজনৰ বাবে) দুৰ্লভা প্ৰিয়াৰে এতিয়া মই আলিঙ্গনত আৱদ্ধ হৈ আছোঁ।৪৮

আকৌ হে বন্ধু!

সেই সকল লোকৰ জী বনহে ধন্য যিসকলে নিজ ঘৰলৈ অহা কামিনীৰ বৰষুণত তিতি শীতল হোৱা দেহক নিজ দেহেৰে আলিঙ্গনাবদ্ধ কৰে।৪৯

হে প্ৰিয়া বসন্তসেনা!

বতাহৰ বেগেৰে সঞ্চালিত বেদিকা সঞ্চয়ৰ অন্তভাগলৈ বিস্তৃত বিতান জীৰ্ণ হোৱা বাবে বন্ধন স্তম্ভই কথমপিহে ধৰি ৰাখিছে। পুৰণি হোৱা কাৰণে চূণৰ প্ৰলেপ ফাটি ভিতৰ ভাগলৈ বৰষুণ সোমোৱাত চিত্ৰিত ভেটিও তিতি গৈছে।৫০

(ওপৰলৈ চাই) অ' এয়া ইন্দ্ৰধনু, প্ৰিয়া চোৱা চোৱা। বিজুলীৰূপ জিভাৰে, ইন্দ্ৰধনুৰূপ উন্নত আৰু বিশাল বাহুৰে, মেঘৰূপ পৰিবৰ্দ্ধিত ঠুকুৰীৰে এয়া অন্তৰীক্ষই যেনিবা মুখহে মেলিছে।৫১

সেয়ে আহা, ঘৰৰ ভিতৰত প্ৰৱেশ কৰোঁ।

[এইদৰে কৈ পৰিক্ৰমণ কৰে]

বৃষ্টিধাৰাই সংগীত বীণাৰ দৰে তাড়িত হৈ তাল অনুসৰি তাল বনত উচ্চৈঃস্বৰে, গছৰ শাখাত গম্ভীৰ স্বৰে, পাহাৰত কৰ্কশস্বৰে, আৰু পানীত প্ৰচণ্ড স্বৰেৰে পৰিবলৈ ধৰিছে।৫২

[আটায়ে ওলাই যায়]

['দুৰ্দিন' নামে পঞ্চম অঙ্ক সমাপ্ত হয়]

[তাৰ পাছত চেটীয়ে প্ৰৱেশ কৰে।]

চেটী — এতিয়ালৈকে আৰ্যা বসন্তসেনাই টোপনীৰপৰা সাৰ পোৱা নাই কিয়? বাৰু (তেওঁৰ কোঠাত) প্ৰৱেশ কৰি তেওঁক জগাই দিওঁ। (এইদৰে কৈ অভিনয় কৰি ঘূৰে)।

(তাৰ পাছত শৰীৰ ঢাকি থোৱা অৱস্থাত টোপনীত থকা বসন্তসেনাই প্ৰৱেশ কৰে)।

চেটী — (নিৰূপণ) আৰ্যা উঠক, উঠক। ৰাতি পুৱাল।

বসন্তসেনা — (সাৰ পাই) ৰাতি পুৱাল নেকি?

চেটী — আমাৰ হলে বাতি পুৱাল; আৰ্য্যাৰ হে আকৌ ৰাতি হৈ আছে।

বসন্তসেনা — চেটী, তোমালোকৰ পাশা খেলুৱৈজন (চাৰুদত্ত) আকৌ ক'ত?

চেটী — আৰ্যা, বৰ্দ্ধমানকক আদেশ দি আৰ্য চাৰুদত্ত পুষ্প কৰণ্ডক (নামে) পুৰণি উদ্যানলৈ গৈছে।

বসন্তসেনা — তেওঁনো কি আদেশ দি গৈছে?

চেটী — ৰাতিতেই গৰুগাড়ী সাজু কৰিবা; তাতে উঠি বসন্তসেনা যাবগৈ।

বসন্তসেনী — চেটী। মইনো ক'লৈ যাব লাগিব?

চেটী — য'ত আৰ্য চাৰুদত্ত আছে।

বসন্তসেনা — (চেটীক আলিঙ্গন কৰি) ৰাতিখন মই তেওঁক ভাল দৰে দেখা পোৱা নাছিলো। সেয়ে এতিয়া দিনৰ পৰত তেওঁক ভালদৰে চাই লম। চেটী! মই তেনেহ'লে ইয়াত ভিতৰৰ চতুঃশালত প্ৰৱেশ কৰিবলৈ পাৰিছোঁ নে?

চেটী — কেৱল ভিতৰৰ চতুঃশালাতেই নহয়, সকলোৰে অন্তৰত প্ৰৱেশ কৰিছে।

বসন্তসেনা — মই অহা বাবে চাৰুদত্তৰ পৰিবাৰে দুঃখ কৰিছে নে কি?

চেটী — সন্তাপ কৰিব।

বসন্তসেনা — কেতিয়া?

চেটী — আৰ্য্যাই যেতিয়া গুচি যাবগৈ তেতিয়া।

বসন্তসেনা — তেতিয়া পোনতে ময়েই সন্তাপ কৰিব লাগিব। (অনুনয় কৰি) চেটী, এই ৰত্নাৱলী ধাৰ লোৱা। মোৰ ভগিনী ধূতাৰ ওচৰলৈ গৈ এই ৰত্নাৱলী ধাৰ দিয়াগৈ আৰু কবা, 'মই চাৰুদত্তৰ গুণেৰে বশীভূতা হোৱা দাসী আৰু সেয়ে তোমাৰো দাসী। সেয়ে এই ৰত্মাৱলী তোমাৰ ডিঙিৰ অলঙ্কাৰ হওক।

চেটী — আৰ্যা। তেতিয়া আৰ্য আৰু চাৰুদত্তই আৰ্যা ধূতাৰ ওপৰত খং খাব।

বসন্তসেনা — যোৱা। তেখেতে খং নকৰে।

চেটী — (গ্ৰহণ কৰি) যি আজ্ঞা কৰিছে। (এনেকৈ কৈ বাহিৰলৈ গৈ আকৌ প্ৰৱেশ কৰে) আৰ্যা, আৰ্যা ধূতাই কৈছে —'আৰ্য পুত্ৰই আপোনাক (এই ৰত্নাৱলী) নিজে প্ৰসন্ন মনে দিছে। সেয়ে মই ইয়াক (ঘুৰাই লোৱা) উচিত নহ'ব। আপুনি এইটো বুজিব আৰ্যপুত্ৰহে মোৰ অলংকাৰ।'

[তাৰ পাছত ৰোহসেনক লৈ ৰদনিকাৰ প্ৰৱেশ]

ৰদনিকা — আহা বোপাই, আমি দুয়ো গাড়ীৰে খেলোঁ।

পুত্ৰ(ৰোহসেন) — (দুঃখেৰে) ৰদনিকা, এই মাটিৰ গাড়ী মোক নেলাগে। মোক সোণৰ গাড়ী দিয়া।

ৰদনিকা — (দুঃখ কৰি দীঘলীয়া নিঃশ্বাস লৈ ) বোপাই, আমাৰ ইয়াত নো ক'ত সোণৰ ব্যৱহাৰ আছে? দেউতাৰাই আকৌ সমৃদ্ধি লাভ কৰিলে তুমিও আকৌ সোণৰ গাড়ীৰে খিলিবা। এওঁৰ মনটো পাতলোৱা ভাল হ'ব। আৰ্যা বসন্তসেনাৰ ওচৰলৈকে যাওঁ। (ওচৰ চাপি) আৰ্যা, প্ৰণাম লব।

বসন্তসেনা — ৰদনিকা। তোমাক স্বাগতম জনাইছোঁ।এওঁনো কাৰ ল'ৰা আকৌ? অলংকাৰ নিপিন্ধা স্বত্বেও তেওঁৰ চন্দ্ৰৰ লেখীয়া মুখখনে মোৰ অন্তৰখন তেনেই আনন্দিত কৰিছে।

ৰদনিকা — এওঁ আৰ্য চাৰুদত্তৰ ল'ৰা; নাম ৰোহসেন।

বসন্তসেনা — (দুবাহু মেলি) আহা মোৰ বোপাই, মোক সাৱতি লোৱাহি। (কোলাত লৈ) অ আই, দেখাত এওঁ সাইলাখ বাপেকৰ দৰে।

ৰদনিকা — অকল ৰূপতে একে নহয়, স্বভাৱ চৰিত্ৰতো দেউতাক অনুৰূপ। এওঁক লৈয়েই আৰ্য চাৰুদত্তই সান্ত্বনা লাভ কৰি আছে।

বসন্তসেনা — পিছে, এওঁনো কিয় কান্দিছে?

ৰদনিকা — এওঁ চুবুৰীয়া ঘৰৰ মালিকৰ পুতেকৰ সোণৰ গাড়ীৰে খেলি আছিল। সেই ল'ৰাটোৱে গাড়ীখন লৈ গ'ল? এওঁ আকৌ খেলিবলৈ গাড়ী বিচৰাত মই এই মাটিৰ গাড়ীখন সাজি দিলোঁ। তেতিয়াৰপৰা এওঁ মোক কৈ আছে 'ৰদনিকা মাটিৰ গাড়ীৰেনো মোৰ কি হ'ব? মোক সোণৰ গাড়ী লাগে।

বসন্তসেনা — হায়! হায়! এৱোঁ পৰৰ সম্পত্তিৰ কাৰণে দুঃখী হৈছে। হে ভাগ্যদেৱতা! তুমি পদুমৰ পাতৰপৰা পৰা পানীৰ টোপালাৰ দৰে পুৰুষৰ ভাগ্যৰে খেলা খেলিছা! (চকু পানী টুকি) বোপাই অ' নেকান্দিবা। তুমি আকৌ সোণৰ গাড়ীৰে খেলিবাহক।

পুত্ৰ (ৰোহসেন) — ৰদনিকা! এওঁ কোন?

বসন্তসেনা — তোমাৰ দেউতাৰ গুণেৰে বশ কৰা দাসী।

ৰদনিকা — বোপাই, তোমাৰ জননী হয়।

পুত্ৰ — ৰদনিকা তুমি মিছা কৈছা। এওঁ যদি মোৰ মা হয়, এওঁ কিয় অলংকাৰ পিন্ধিছে?

বসন্তসেনা — বোপায়ে সহজ-সৰল মুখখনিৰে বৰ করুণকৈ কৈছা। (অভিনয়েৰে অলংকাৰ খুলি কান্দি-কাতি)এয়া চোৱা, এতিয়া তোমাৰ মা হৈ পৰিলোঁ। এই অলংকাৰবোৰ লোৱা আৰু ইয়াৰে সোণৰ গাড়ী গঢ়ি লবা।

পুত্ৰ — যোৱা যোৱা। এইবোৰ নলওঁ, তুমি কান্দিছা আকৌ।

বসন্তসেনা — (চকুপানী মচি) বোপাই, মই আৰু নেকান্দোঁ। যোৱা, খেলাগৈ। বোপাই সোণৰ গাড়ী সাজি লবা।

[ল'ৰাটিকলৈ ৰদনিকা ওলাই যায়]

(গাড়ীৰ ওপৰত বহা চেটই প্ৰৱেশ কৰে)

চেটী — ৰদনিকা, ৰদনিকা, আৰ্যা বসন্তসেনাক জনোৱা যে 'বাটৰ কাষৰ দুৱাৰ মুখত ভালদৰে কাপোৰেৰে ঢকা গাড়ী সজাই ৰখা হৈছে।

ৰদনিকা — (প্ৰৱেশ কৰি) আৰ্যা! এয়া বৰ্ধমানকে জনাইছে যে বাটৰ কাষৰ দুৱাৰ মুখত গাড়ী সুসজ্জিতকৈ ৰখা হৈছে।

বসন্তসেনা — চেটী, ক্ষন্তেক ৰ'ৱলৈ দিয়া, যাতে মই প্ৰসাধন কৰি ওলাবলৈ পাৰোঁ।

ৰদনিকা — (ওলাই গৈ) বৰ্ধমানক। ক্ষন্তেক ৰ'বা দেই। আৰ্যাই প্ৰসাধন কৰি ওলোৱালৈ ৰ'বা।

চেটী — হি হি! অ' ময়ো গাড়ীৰ আঁৰকাপোৰখন পাহৰি এৰি আহিলোঁ। (তেওঁ ওলাই মানে) কাপোৰখন আনো গৈ। নাকীজৰী লগোৱা স্বত্বেও বলধ দুটা মূৰ পোলোকা দিবলৈ খোজে। বাৰু! গাড়ীখন লৈয়েই যাতায়াত কৰোঁ। (চেটই ওলাই যায়।)

বসন্তসেনা — চেটী! মোৰ প্ৰসাধনৰ সামগ্ৰী লৈ আহা। নিজকে সজাই লওঁ।

[বসন্তসেনাই প্ৰসাধন কৰে]

[গাড়ীত উঠি চেট স্থাৱৰকৰ প্ৰৱেশ]

স্থাৱৰক — ৰাজ শ্যালক সংস্থানকে মোক আদেশ কৰিছে 'স্থাৱৰক! গাড়ীখন লৈ পুষ্পকৰণ্ডক নামে পুৰণি উদ্যানলৈ বেগতে আহা।' ভাল, তালৈকে যাওঁগৈ। বল হেই বলধ, বল। (ঘূৰি দেখা পাই) অ' গাঁৱৰ গাড়ীৰে পথ বন্ধ নেকি? এতিয়া কি কৰোঁ? (গৰ্বেৰে) হেৰ, গুচ্, গুচ্। (কাণ দি) ই আকৌ কি সুধিছে 'এয়া কাৰ গাড়ী?' এয়া ৰাজশ্যালক সংস্থানকৰ গাড়ী। গতিকে ততালিকে আঁতৰ হ।

(চাই এজন লোকে) পাশাখেলৰপৰা পলোৱা জুৱাৰীয়ে হঠাতে সভাধ্যক্ষৰ দৰে মোক দেখি নিজকে লুকাই হঠাতে আনফালে পলাই গ'ল কিয়? এওঁনো কোন? অথবা এওঁৰপৰা (এওঁৰ কথা লৈ) মোৰ কি লাভ হ'ব? মই বেগেৰে যোৱা উচিত। হেৰ গাঁৱলীয়াইত। আঁতৰ হ, আঁতৰ হ। কি কৈছ তইঁতে? 'খন্তেক ৰবি। মই গাড়ীৰ চকা ঘূৰাই ল'ব লাগে। হেৰ, ৰজাৰ শ্যালক সংস্থানকৰ বীৰসেৱক মই গাড়ী পিছুৱাই তোক যাবলৈ দিম? অথবা এই বেচেৰা অকলশৰীয়া হৈছে। গতিকে এনেকুৱা কৰোঁ, আৰ্য চাৰুদত্তৰ উদ্যানৰ দাঁতিত এই গাড়ীখন ৰাখোঁ। (গাড়ীখন ৰাখে) এয়া মই আহোঁ। (ওলায় যায়)।

চেটী — আৰ্যা। এয়া গাড়ীৰ চকাৰ শব্দ শুনা যেন পাইছোঁ। গাড়ী পালেহি যেন পাইছে।

বসন্তসেনা — চেটী! বল। মোৰ হৃদয় উত্ৰাৱল হৈছে। গতিকে বাটৰ কাষৰ দুৱাৰ দেখুৱা।

চেটী — আৰ্য্যা! এইফালে আহক, এইফালে আহক।

বসন্তসেনা — (ঘূৰি) চেটী, তুমি জিৰাই লোৱা।

চেটী — আৰ্য্যাই যি আদেশ কৰিছে। (ওলাই যায়)।

বসন্তসেনা — (সোঁ চকু স্পন্দন হোৱাৰ সূচনা কৰি আৰু গাড়ীত উঠি) এয়া আকৌ কি? এয়া মোৰ সোঁ চকুটো নাচিছে কিয়? অথবা চাৰুদত্তৰ দৰ্শনেই এই অশুভ নিমিত্তক মচি পেলাব।

স্থাৱৰক — (আহি) মই গাড়ীবোৰ আতঁৰালোঁ। এতিয়া যাওঁ গৈ। (গাড়ীত উঠাৰ অভিনয় কৰি, গাড়ীচলায় নিজে নিজে) গাড়ীখন ভাৰী হোৱা যেন পাইছোঁ। অথবা গাড়ীবোৰ আঁতৰাওঁতে এইখন গাড়ীৰৈ থকা বাবে গাড়ীখন ভাৰী হোৱা যেন পাইছোঁ। বাৰু যাওঁ। হে বলধহঁত বল, বল।

[নেপথ্যত]

[হে দুৱৰীসকল। নিজ নিজ চৌকীত তোমালোক সাৱধানে থাকিবা। এয়া গোপালৰ পুত্ৰই আজি কাৰাগাৰ ভাঙি, কাৰাগাৰৰ ৰখীয়াক হত্যা কৰি বান্ধোন চিঙি পলাইছে। তেওঁক (যেয়ে পাৰা) ধৰা, ধৰা। পৰ্দা নেপেলোৱাকৈয়ে আৰ্যকে প্ৰৱেশ কৰে। তেওঁৰ এখন ভৰিত শৃঙ্খলৰ টুকুৰা লাগি থাকে। ভয়তে মুখ ঢাকি তেওঁ ইফালে সিফালে ঘূৰি ফুৰে।]

চেট — (স্থাৱৰক) — (নিজৰ মনতে) গোটেই নগৰতে বৰ ডাঙৰ আতঙ্কৰ সৃষ্টি হৈছে। গতিকে লৰালৰিকৈ যাওঁহক।

আৰ্যক — ৰজা পালকৰ কয়দী হোৱাৰ ছলেৰে মৰণ ৰূপ সংকটৰ বিশাল সাগৰ পাৰ হৈ ভৰিৰ আগত এচিঙা শিকলি লৈ বন্ধন মুক্ত হাতীৰ দৰে ঘূৰি ফুৰিছোঁ।১

হায়! কোনো এজন যোগসিদ্ধ পুৰুষৰ আদেশ (ভৱিষ্যদ্‌বাণী) ৰপৰা উৎপন্ন হোৱা ত্ৰাসতে ৰজা পালকে গোৱালপল্লীৰপৰা ধৰি আনি গুপ্ত বধ্যস্থানত মোক শৃঙ্খলাবদ্ধ কৰি ৰাখিছিল। আৰু সেই বন্ধনৰপৰা প্ৰিয়বন্ধু শৰ্বিলকৰ অনুগ্ৰহত মুক্ত হৈছোঁ। (চকুপানী টুকি)ঃ যদি ৰজা হ'বলৈ মোৰ ভাগ্যত (লিখা) আছে তাত মোৰ কি অপৰাধ

যে তাৰ বাবে (প্ৰকৃততে 'যাৰ বাবে') ৰজাই মোক বনৰীয়া হাতীৰ দৰে ধৰি আনি বন্দী কৰি থৈছে? দৈৱী সিদ্ধিক (বিধিৰ বিধানক) কোনে বাৰু লঙ্ঘন কৰিবলৈ পাৰে? ৰজা সকলোৰে সেব্যঃ তেনে বলবানজনেৰে কোনে বিৰোধ কৰে?২

সেয়ে মন্দভাগ্যজন এতিয়া ক'লৈনো যাওঁ? (চাই) এয়া কোনো সজ্জনৰ ঘৰ হ'বলা, ইয়াৰ কাষৰীয়া দুৱাৰ উন্মুক্ত (মুকলি) হৈ আছে। এই ঘৰটো তেনেই ভগা-ছিগা, ইয়াৰ বিশাল দুৱাৰৰ জোড়াবোৰ সুলকি গৈছে আৰু তাত খিলিও নাই। নিশ্চয়কৈ মোৰ দৰে দুৰ্ভগীয়া গৃহস্থজনো সংকটপূৰ্ণ দশা প্ৰাপ্ত হৈছে।৩

গতিকে তাত সোমাই থাকোঁ।

[নেপথ্যত]

যা যা এই বলধ হাল যা।

আৰ্যক — (শুনি) গাড়ী এখন এই ফালেই আহিছে। এইখন গাড়ী কোনো সামাজিক উৎসৱলৈ বুলি কোনো অসজ স্বভাৱৰ লোক উঠি যোৱা গাড়ী নহয়তো? অথবা ই কোনো বিয়াৰ কইনা নিবলৈ অহা গাড়ী নহয়তো? নে দৈবক্ৰমে এয়া বাহিৰলৈ যাবলৈ ওলোৱা কানোবা ডাঙৰ মানুহে ব্যৱহাৰ কৰা গাড়ী? অথবা মোক (নগৰৰ বাহিৰলৈ) নিবলৈ দৈবই পঠোৱা কোনো খালি গাড়ী হ'ব।৪

[ইয়াৰ পাছত গাড়ীলৈ বৰ্ধমানকৰ প্ৰৱেশ]

বৰ্ধমানক — আচৰিত! এয়া মই গাড়ী ঢকা কাপোৰ লৈ আহিলোঁ। ৰদনিকা। আৰ্যা বসন্তসেনাক জনোৱা যে 'গাড়ী সাজু কৰি ৰখা হৈছে। তাত আৰোহণ কৰি পুৰণি বাগিছা পুষ্প কৰণ্ডকলৈ যাওক।'

আৰ্যক — (শুনি) এয়া গণিকাৰ গাড়ী! বাহিৰলৈ যাবলৈ ওলোৱা গাড়ী এয়া। হওক, ইয়াত উঠি লওঁ। [এইদৰে কৈ স্বেচ্ছাই ওচৰ চাপি গল]।

বৰ্ধমানক (চেট) — (শুনি) এয়া কি নূপুৰৰ শব্দ শুনিছোঁ? তেনেহ'লে আৰ্যা আহিল হ'বলা। আৰ্যা! এই দুটা নাকীজৰী লগোৱা বলধ। গতিকে পিছফালৰপৰাই গাড়ীত উঠক। [আৰ্য্যকে তাকে কৰিলে]

বৰ্ধমানক (চেট) — ভৰিৰ খোজত লৰচৰ কৰা নূপুৰৰ শব্দ শান্ত হ'ল। গাড়ী-খনো ভাৰী হৈছে। গতিকে অনুমান কৰিছোঁ আৰ্য্যাই গাড়ীত উঠি লৈছে। গতিকে যাওঁ। যা বলধহঁত যা।

বীৰক — (প্ৰৱেশ কৰি) হেৰৌ, জয়, জয়মান, চন্দনক, মঙ্গল, পুষ্পভদ্ৰ প্ৰভৃতি প্ৰধান ৰাজপুৰুষসকল।

তোমালোক বিশ্বস্ত হৈ এনেকৈ ৰৈছা নে?

কাৰাগাৰত ৰুদ্ধ হৈ থকা সেই গোপালৰ পুত্ৰ আৰ্যকে একেলগে কাৰাগাৰৰ শিকলি আৰু ৰজাৰ হৃদয় দুয়োটাকে ভাঙি পলাইছে।৫

হেৰা, তুমি পূৰ্বফালৰ দুবাৰত থাকিবা; তুমি পশ্চিমৰ দুৱাৰত সষ্টম হৈ থাকিবা, আৰু তুমি দক্ষিণত আৰু তুমি উত্তৰত থাকাহক। আৰু মই চন্দনকৰসৈতে এই ওখ টীলাটোত (প্ৰাকাৰখণ্ডত) উঠি চাৰিওফালে চাওঁ। আহা চন্দনক! আহা, এইফালে আহা।

[উত্তেজিত হৈ প্ৰৱেশ কৰি]

চন্দনক — হেৰা বীৰক, বিশল্য, ভীম, অঙ্গদ, দণ্ডকালক, দণ্ডমূৰ প্ৰভৃতি ৰাজ-পুৰুষসকল।

হে বিশ্বাসভাজন সকল আহা, লৰালৰি কৰা, আৰ্যকক ধৰিবলৈ প্ৰযত্ন কৰা, যাতে ৰজা পালকৰ ৰাজলক্ষ্মী অন্য বংশলৈ যাবলৈ নোৱাৰে।৬

আকৌ, উদ্যানসমূহত, জুৱাৰ আড্ডাবোৰত (সভাত), নগৰত,দোকান-পোহাৰত, গোশালাবোৰত, অথবা য'তেই সন্দেহ হয়, ত'তেই বেগতে তেওঁক বিচাৰি চোৱা।৭

হেৰি বীৰক! তুমি কিহলৈ নিৰ্দেশ কৰিছা (দেখুৱাইছা) তাক গোপনে মোক কোৱা। কাৰাগাৰৰ বন্ধন ভাঙি কোনে বাৰু গোপালৰৰ পুত্ৰক হৰণ কৰি নিলে?৮

কাৰ ৰাশিৰ অষ্টমত ৰবি? চন্দ্ৰই বা কাৰ চতুৰ্থ স্থানত? শুক্ৰ কাৰ ষষ্ঠ স্থানত? আৰু মঙ্গল কাৰ পঞ্চমত?

কোৱা কাৰ জন্মৰাশিৰ ষষ্ঠ স্থানত বৃহস্পতি, আৰু নৱমত আছে শনি? চন্দনক জীৱিত থাকোঁতে কোনে গোপালৰ ল'ৰাক হৰণ কৰিছে? ১০

বীৰক — হেৰা চিপাহী চন্দনক!

হেৰা চন্দনক! তোমাৰ হৃদয়ৰ শপত লৈ কৈছোঁ যে কোনোৱাই (আৰ্যকক) বেগতে (অকস্মাতে) হৰণ কৰিছে। কাৰণ সূৰ্য আধাখিনিলৈ উঠোতেই গোপালৰ পুতেকক মুক্ত কৰি দিছে।১১

বৰ্ধমানক (চেট) — যা যা হেই বলধহঁত যা।

চন্দনক — (চাই) হেৰা, চোৱা, চোৱা।

ৰাজপথৰ মাজেৰে আৱৰণি লগোৱা গাড়ী গৈ আছে। এয়া কাৰ গাড়ী আৰু কলৈ যাব সোধা-পোচ কৰা হ'ক।১২

বীৰক — (চাই) হেৰা গাড়ী চালক। ৰবি, গাড়ী চলাই নিনিবি। এয়া কাৰ গাড়ী? ইয়াত কোন আছে? আৰু কলৈ যাব (ক)?

চেট (বৰ্ধমানক) — এয়া আৰ্য চাৰুদত্তৰ গাড়ী। ইয়াত আৰ্যা বসন্তসেনা আছে। চাৰুদত্তৰসৈতে বিহাৰ কৰিবলৈ পুৰণি বাগিচা পুষ্পকৰণ্ডক বাগিচালৈ নিয়া হৈছে।

বীৰক — (চন্দনকৰ ওচৰ চাপি) এই গাড়ীৰ চালকজনে কৈছে যে এয়া চাৰুদত্তৰ গাড়ী। ইয়াত বসন্তসেনা উঠিছে। তেওঁক পুৰণি বাগিচা পুষ্পকৰণ্ডকলৈ লৈ যোৱা হৈছে।

চন্দনক — তেনেহ'লে যাবলৈ দিয়া।

বীৰক — পৰীক্ষা কৰি নোচোৱাকৈয়ে যাবলৈ দিম নে?

চন্দনক — এৰা।

বীৰক — কাৰ বিশ্বাসত?

চন্দনক — আৰ্য চাৰুদত্তৰ।

বীৰক — কোন সিজন চাৰুদত্ত? কোন বা সিজনী বসন্তসেনা? যে আমি নোচোৱাকৈয়ে যাবলৈ দিম?

চন্দনক — হেৰা। চাৰুদত্তক নাজানা? তুমি বসন্তসেনা কোন তাকো নাজানা? যদি তুমি আৰ্য চাৰুদত্ত আৰু বসন্তসেনাক নাজানা তেনেহলে আকাশত থকা জোনাকী পোহৰৰ জোনটোকো হয়তো নাজানা।

গুণত পদুমৰ দৰে আৰু স্বভাৱ চৰিত্ৰত চন্দ্ৰমাৰ দৰে (আৰ্য চাৰুদত্ত) দুঃখত পৰা লোকসকলক উদ্ধাৰ কৰোঁতা আৰু চাৰিও সাগৰৰ উত্তম ৰত্ন স্বৰূপ।১৩

আৰ্যা বসন্তসেনা আৰু ধৰ্মনিধি চাৰুদত্ত এওঁলোক দুয়োৰেই এই নগৰীত পূজনীয় আৰু তিলকস্বৰূপ বুলি জনাজাত।১৪

বীৰক — হেৰা চন্দনক।

মই চাৰুদত্ত আৰু বসন্তসেনাক ভালদৰে জানো। কিন্তু ৰাজকাৰ্য্যৰ সময় আহি পোৱাত মই মোৰ পিতাকো নাজানো।১৫

আৰ্যক — (নিজে নিজে) এই জন (বীৰক) মোৰ পূৰ্বৰ শত্ৰু, আৰু এইজন (চন্দনক) মোৰ পূৰ্বৰ মিত্ৰ।

বিৱাহ আৰু চিতা জ্বলোৱাৰ সময়ত যিদৰে একে অগ্নি বিভিন্ন স্বভাৱৰ হয় সিদৰে একে ৰাজকাৰ্যত নিযুক্ত হলেও দুয়োৰে চৰিত্ৰ একে নহয়।১৬

চন্দনক — তুমি ৰজাৰ বিশ্বস্ত সেনাপতি, মই বলধ দুটা সংযত কৰিছোঁ; তুমি (গাড়ীখনত কি আছে) চাই লোৱা।

বীৰক — তুমিওতো ৰজাৰ বিশ্বস্ত বলপতি, সেয়ে তুমিয়ে চোৱা।

চন্দনক — মই চালে তুমি চোৱা যেন হ'ব নে?

বীৰক — তুমি যি চোৱা সেয়া ৰজা পালকে চোৱাৰ তুল্য হ'ব।

চন্দনক — হেৰ (চালক) গাড়ীৰ আৱৰণি উঠা।

[চেটই গাড়ীৰ আৱৰণি বস্ত্ৰ তোলে]

আৰ্যক — (নিজে নিজে) ৰখীয়াসকলে মোক দেখিলে নেকি? দুৰ্ভাগ্যৰবশতঃ মই অস্ত্ৰবিহীন। অথবা —

মই ভীমক অনুকৰণ কৰিম। এই বাহু মোৰ শস্ত্ৰ হ'ব। কাৰাগাৰত বন্দী হৈ থকাতকৈ যুদ্ধ কৰি মৰাটো শ্ৰেয়।১৭

অথবা এইয়া সাহস দেখুৱাৰ সনয় নহয়।

[চন্দনকে অভিনয়েৰে গাড়ীত উঠি চাই]

আৰ্যক — মই শৰণাগত হৈছোঁ।

চন্দনক — (সংস্কৃতত) শৰণাগতৰ ভয় নাই।

আৰ্যক — নিশ্চয়কৈ শৰণাপন্নক যিজনে ত্যাগ কৰে বিজয়লক্ষ্মীয়ে তেওঁক ত্যাগ কৰে, মিত্ৰসকলেও তেওঁক ত্যাগ কৰে আৰু বন্ধুসকলেও তেওঁক ত্যাগ কৰে আৰু তেওঁ সকলোৰে উপহাসৰ পাত্ৰ হয়।১৮

চন্দনক — এয়া কি গোপালৰ পুত্ৰ আৰ্যক? শেন চৰাইৰপৰা ভয় পাই এতিয়া (এওঁ) ব্যাধৰ হাতত পাৰিছে হি। (চিন্তা কৰি) এওঁ নিৰপৰাধ শৰণাগত। এওঁ আৰ্য চাৰুদত্তৰ গাড়ীত উঠি আহিছে। তাতে আকৌ মোৰ প্ৰাণদাতা আৰ্য শৰ্বিলকৰ বন্ধু। আনহাতে ৰজাৰ নিয়োগত আছোঁ। এতিয়া মই কি কৰা উচিত? অথবা, যি হয় হওক। প্ৰথমতে মই তেওঁক অভয় দান কৰিলোঁ।

ভয়াতুৰজনক অভয় কৰাত আৰু পৰোপকাৰ কৰাত তৎপৰ হোৱাত যদি কোনো কাৰণত সিজ্জনৰ নাশো হয় তাতো তেওঁৰ প্ৰশংসাহে হ'ব, নিন্দা নহয়।১৯

(ভয়ে ভয়ে অৱতৰণ কৰি) আৰ্যক দেখিছোঁ। (এইদৰে কৈ আধা-খিনিতে বৈ) নহয়, আৰ্যা বসন্তসেনাক দেখিলোঁ। তেওঁ কলে যে আৰ্য্য চাৰুদত্তৰ সৈতে মিলিত হ'বলৈ ওলোৱা মোক বাটতে এইদৰে আৱদ্ধ কৰাটো আপোনালোকৰ বাবে অনুচিত আৰু অযোগ্য কাম হৈছে।

বীৰক — চন্দনক! এইখিনিতে মোৰ সন্দেহ ওপজিছে।

চন্দনক — তোমাৰ আকৌ সন্দেহ হ'ল কিয়?

বীৰক — (পোনতে) তুমি ভয় খোৱা যেন লাগিছে; তাৰ পাছত তোমাৰ কওঁতে খোতামোজা লাগিছে আৰু (তৃতীয়তে) তুমি কলা যে 'মই আৰ্যক দেখিছোঁ, আকৌ পাছত কলা 'মই আৰ্যা বসন্তসেনাক দেখিছোঁ ইয়াতে মোৰ অৱিশ্বাস হৈছে।২০

চন্দনক — হেৰা! ইয়াত আকৌ তোমাৰ অৱিশ্বাস হ'বলগীয়া কি আছে? আমি দক্ষিণ দেশীয় লোক অস্পষ্টকৈ সদায় কওঁ। খস, খত্তি, খড়া, খড়হো' বিলয়, কৰ্ণাট, কৰ্ণ, প্ৰাবৰণ দ্ৰাবিড়, চোল, চীন বৰ্বৰ, খেৰ, খান, মুখ, মধুঘাত আদি ম্লেচ্ছজাতিৰ লোকসকল দেশৰ অনেক ভাষাত অভিজ্ঞ নহয় বাবে আমি যেনে ইচ্ছা তেনেকৈ কওঁ—মতাক দেখিছোঁ (দৃষ্ট), মাইকীক দেখিছোঁ (দৃষ্টা), আৰ্য বা আৰ্যাৰ ভিতৰতো তফাৎ নেথাকে।

বীৰক — বাৰু ময়ো এবাৰ চাই লওঁ। (যিহেতু) ৰজাৰ আদেশ আছে। ময়ো ৰজাৰ বিশ্বাস ভাজন।

চন্দনক — তেনেহ'লে মই কি ৰজাৰ অবিশ্বস্ত নে।

বীৰক — নহয় হে, এয়া যে ৰাজাজ্ঞা।

চন্দনক — (মনতে) যদিহে আৰ্য্য গোপালক পুত্ৰ আৰ্য চাৰুদত্তৰ গাড়ীৰে নগৰৰ বাহিৰলৈ গৈছে বুলিও কোৱা হয় তেনেহ'লেও ৰজাৰ হাতত চাৰুদত্তই শাস্তি পাব। এতিয়া কি উপায় কৰোঁ? (ভাবি চাই) বাৰু ইয়াৰে কৰ্ণাট দেশীয় কাজিয়া পাতোঁ। (শুনাই ) হেৰা বীৰক! মই চন্দনকে এবাৰ চোৱাৰ পাছত তুমি আকৌ চাবলৈ কোন?

বীৰক — তুমিনো চাবলৈ কোন ওলালা?

চন্দনক — বৰ পূজনীয় বুলি ভবা তোমাৰ জাতিলৈ এবাৰমান মনত পেলোৱাচোন?

বীৰক — (খঙেৰে) হেৰৌ! মোৰ আকৌ জাতি কি?

চন্দনক - (নীচ জাতিৰ) নাম কোনে লয় বাৰু?

বীৰক — কোৱাহে কোৱা।

চন্দনক — ন কলোৱাই বা (কি কৰিবা?)।

তোমাৰ জাতৰ কথা মই বেচ জানো। কিন্তু নিজৰ চৰিত্ৰৰ খাতিৰতে প্ৰকাশ নকৰোঁ। সেয়া মোৰ মনতে থাকক। মিছাই ঔ থেতেলাই কি লাভ।২১

বীৰক — নহয়, কোৱা কোৱা।

[চন্দনকে ঈঙ্গিতেৰে বুজায়]

বীৰক — হে ৰা! ঈঙ্গিতেৰে কিনো বুজাইছা?

চন্দনক — এহাতেৰে শান দিয়া শিলৰ টুকুৰা হাতত লৈ আৰু এহাতেৰে পুৰুষৰ দাড়ি কমোৱা কেচি হাতত লৈ ব্যস্ত হোৱা তুমি এতিয়া বৰ সেনাপতি হৈছাহি।২২

বীৰক — হেৰা চন্দনক! নিজকে ডাঙৰ বুলি ভবা নিজ জাতৰ কথা মনত নেপেলোৱা কিয়?

চন্দনক — হেৰা! চন্দ্ৰৰ দৰে বিশুদ্ধ চন্দনকৰ কথা কোৱাচোন, শুনো।

বীৰক — সেই নীচকুলৰ কোনে নাম লয় হে?

চন্দনক — কোৱা, তুমিয়েই কোৱা।

[বীৰকেঅভিনয়েৰে সঙ্কেত দিয়ে]

চন্দনক — হেৰা! এয়া কি দেখুৱাইছা? (কিহৰ ঈঙ্গিত?)

বীৰক — হেৰা, শুনা শুনা।

তোমাৰ জাতিটো বিশুদ্ধ। তোমাৰ মা দুন্দুভি, পিতা ঢোল, ভাই কৰটক। তুমি (চৰ্মকাৰ হৈও) সেনাপতি।২৩

চন্দনক — (খঙেৰে) মই চন্দনক চৰ্মকাৰ? তেনেহলে গাড়ীখন চাই লোৱা।

বীৰক — হেৰ, গাড়ী চালক! গাড়ী ঘূৰাই ল, মই চাওঁ।

[বৰ্ধমানে গাড়ী ঘূৰায়]

(বীৰকে গাড়ীত উঠিবলৈ যত্ন কৰে। চন্দনকে হঠাতে তেওঁৰ চুলিত ধৰি মাটিত পেলাই দিয়ে আৰু লঠিয়ায়)।

বীৰক — (উঠি, খঙতে) হেৰ চন্দনক! মই ৰাজাজ্ঞা পালন কৰিবলৈ ধৰোঁতে তই মোক চুলিত ধৰি পেলাই দি ভৰিৰে প্ৰহাৰ কৰিছে। হেৰ শুন! ন্যায়ালয়ৰ মাজ-মজিয়াত গোচৰ দি যদি তোৰ চাৰি অঙ্গৰ দণ্ড নিবিহাওঁ তেনেহ'লে মোৰ নাম বীৰক নহয়।

চন্দনক — হেৰ! ৰজাৰ ওচৰলৈ যাব বা ন্যায়ালয়লৈ যাব যাগৈ। তোৰ দৰে কুকুৰৰে মোৰ কি হ'ব?

বীৰক — বাৰু দেখোঁচোন। (ওলাই যায়)।

চন্দনক — (চাৰিওফালে চাই) হেৰ গাড়ীচালক যা অ' যা। যদি কোনোবাই সোধে কবি যে 'চন্দনক আৰু বীৰকে পৰীক্ষা কৰা-এয়া গাড়ী চলিছে। আৰ্যা বসন্তসেনা! এয়া এক অভিজ্ঞান আপোনাক দিলোঁ। (এই বুলি খড়গ দান কৰে)।

আৰ্যক — (খড়গ গ্ৰহণ কৰি)

আচৰিত! মই শস্ত্ৰ লাভ কৰিলোঁ; মোৰ সোবাহু স্পন্দিত হৈছে। এৰা সকলোবোৰ মোৰ অনুকূল। সেয়ে মই সংৰক্ষিত হলোঁ।২৪

চন্দনক — আৰ্যা! মোৰ প্ৰাৰ্থনা এয়ে যে সংকটমোচন হ'লেও আপুনি যেন মোক স্মৰণ কৰে। এয়া মই লোভৰ বশত কোৱা নাই, স্নেহবশতঃ হে কৈছোঁ।২৫

আৰ্যক — চন্দ্ৰৰ দৰে শীতল স্বভাৱৰ চন্দনক দৈববশতঃ আজি মোৰ বন্ধু হৈছে; হেৰা, যদি সিদ্ধজনৰ আদেশ সত্যত পৰিণত হয় তেতিয়া চন্দনকৰ কথা মনত পেলাম।২৬

চন্দনক — ব্ৰহ্মা, বিষ্ণু, হৰ, সূৰ্য্য আৰু চন্দ্ৰই আপোনাক অভয় দিয়ক। শুম্ভ আৰু নিশুম্ভক বধ কৰি যিদৰে দেৱী বিজয়ী হৈছিল সিদৰে আপুনিও শত্ৰুক নিৰ্মূল কৰি জয়ী হওক।২৭

[চেট বৰ্ধমানে গাড়ী লৈ ওলাই যায়]

চন্দনক — (নেপথ্যৰ ফাললৈ চাই) অ' আচৰিত গাড়ীখন ওলাই যোৱাৰ লগে লগে মোৰ প্ৰিয়বন্ধু শৰ্বিলকে গাড়ীৰ পিছত সংলগ্ন হৈ ওলাই গৈছে। বাৰু! ৰজা পালকৰ বিশ্বাসভাজন প্ৰধান সেনাপতি বীৰকৰসৈতে মই বিৰোধ কৰিলোঁ। ময়ো এতিয়া পুত্ৰ-ভাৰ্যা-আদিৰে সপৰিবাৰে এই আৰ্যকৰ অনুগামী হম।

।।'**প্ৰবহণ বিপৰ্যয়**' নামে ষষ্ঠ অঙ্ক সমাপ্ত ।।

## সপ্তম অঙ্ক

[তাৰ পাছত চাৰুদত্ত আৰু বিদূষকে প্ৰৱেশ কৰে]

বিদূষক — হে বন্ধু! পুৰণি বাগিচা এই পুষ্প কৰণ্ডকৰ ৰমনীয় শোভা চাওক।

চাৰুদত্ত — বন্ধু! ইয়াৰ শোভা এনে ৰমণীয়। সেয়েহে—(এই বাগিচাৰ) গছবোৰ বণিকৰ দৰে শোভা কৰিছে, ফুলবোৰ বিক্ৰিযোগ্য বস্তুৰ দৰে আছে, আৰু ভোমোৰাবোৰ (ৰাজকীয়া) পুৰুষৰ দৰে শুল্ক আদায় কৰি ঘূৰি ফুৰিছে।১

বিদূষক — সখি! পৰিষ্কাৰ (সংস্কাৰ) নকৰাকৈয়ে ৰমণীয় হৈ থকা এই শিলাতলত বহক।

চাৰুদত্ত — (বহি) বন্ধু! বৰ্ধমানকে বৰ পলম কৰিছে যে।

বিদূষক — বৰ্ধমানকক মই কৈছিলোঁ যে 'বসন্তসেনাক গাড়ীত লৈ বেগতে আহা।'

চাৰুদত্ত — তেনেহ'লে তেওঁনো কিয় পলম কৰিছে? হয়তো তেওঁৰ গাড়ীৰ আগে আগে অন্য গাড়ী ধীৰে ধীৰে গৈ আছে আৰু তাৰপৰা ওলাবলৈ তেওঁ বাট বিচাৰি আছে? নে তেওঁৰ গাড়ীৰ চকা ভাঙিছে আৰু তাক সলনি কৰোঁতে পলম হৈছে? নে বলধৰ লেকাম জৰিয়ে ছিগিছে? নে কোনো কাৰণত কাঠ আদিৰ পথ অৱৰুদ্ধ হোৱাত অন্য বাট বিচাৰিছে? অথবা দুয়োটা বলধে ধীৰে সুস্থিৰে খোজ পেলোৱাত (বৰ্ধমানকে) স্বচ্ছন্দতাপূৰ্বক আহি আছে।২

[আৰ্যকক লুকুৱাই ৰখা গাড়ীত উঠি চেটই প্ৰৱেশ কৰে]

বৰ্ধমানক চেট — যা হেৰ বলধহঁত যা।

আৰ্যক — ৰজাৰ অনুচৰসকলে দেখাৰ ভয়তে ভীত হৈ ভৰিত শিকলিৰ টুকুৰা লাগি থকা বাবে পলাবলৈ অসমৰ্থ হৈ সাধু চাৰুদত্তৰ বাহনত অজ্ঞাতে উঠি গৈছোঁ; মই যেন কাউৰীয়ে লালন-পালন কৰা কুলীৰ পোৱালীহে।৩

অ' এয়া মই নগৰৰপৰা বহুদূৰ আঁতৰি আহিছোঁ। তেনেহ'লে এই গাড়ীৰপৰা নামি গছৰ জোপোহাৰ মাজত প্ৰৱেশ কৰোঁ নে? অথবা এই গাড়ীৰ মালিকক সাক্ষাৎ কিয় নকৰোঁ? অথবা গছৰ

জোপোহনীত নো মিছাই কিয় সোমাওঁ? তেখেত আৰ্য চাৰুদত্ত শৰণাগত বৎসল বুলি সুনাম আছে। তেখেতক এবাৰ দেখা কৰিহে যাওঁ গৈ। এই সাধুজনে মই এই বিপদ সাগৰৰপৰা উঠা দেখি পৰম আনন্দ লাভ কৰিব। মই যে এনে অৱস্থাত এই শৰীৰ ধাৰণ কৰিছোঁ সিও সেই মহাত্মাজনৰ গুণতহে।৪

বৰ্ধমানক — এয়ে সেই উদ্যান। এতিয়া ইয়াৰ ওচৰ চাপোঁ। (কাষ চাপি গৈ চিঞৰে) আৰ্য মৈত্ৰেয়।

বিদূষক্ — বন্ধুবৰ! আপোনাক সুখবৰ জনাওঁ। বৰ্ধমানকে চিঞৰি মাতিছে। তেওঁ বসন্তসেনাৰেসৈতে আহিছে যেন পাওঁ।

চাৰুদত্ত — এৰা, এয়া আমাৰ প্ৰিয়।

বিদূষক— দাসীৰ পো, কিয় ইমান পলম কৰিলি?

বৰ্ধমানক — আৰ্য মৈত্ৰেয়? খঙ নকৰিব। গাড়ীৰ আঁৰ কপোৰখন পাহৰি এৰিথৈ তাকে আনিবলৈ যাতায়াত কৰোঁতে পলম হ'ল।

চাৰুদত্ত — বৰ্ধমানক! গাড়ীখন ঘূৰোৱা। সখি মৈত্ৰেয়! বসন্তসেনাক নমাই আনা।

বিদূষক — কিয়? তেওঁৰ ভৰিত কিবা শিকলি বান্ধি থোৱা আছেনে, যাৰ বাবে তেওঁ নিজে নামিবলৈ নোৱাৰে। বন্ধুবৰ! এয়া বসন্তসেনা নহয়, বসন্তসেন হে।

চাৰুদত্ত — বন্ধু! ধেমালি কৰাৰ প্ৰয়োজন নাই। মৰমস্নেহে বিলম্ব নসহে। অথবা মই নিজেই তেওঁক নমাই আনো গৈ। (এইদৰে কৈ থিয় হয়)।

আৰ্যক — (দেখি) অ' এইজনেই গাড়ীখনৰ গৰাকী। এখেতৰ কথা যে শুনিবলৈকে ভাল এনে নহয়, এখেত দেখিবলৈকো চকুত লগা। বেছ! মই এখেতৰ হাতত সুৰক্ষিত।

চাৰুদত্ত — (গাড়ীত উঠি, চাই) অ' এইজন আকৌ কোন? হাতীৰ শুৰৰ দৰে বিশাল বাহুযুক্ত, সিংহৰ দৰে পুষ্ট আৰু উন্নত কান্ধেৰে, বিশাল আৰু সমতল যেন বুকুৰে, তাম বৰণীয়া বিশাল (আয়ত) চকুজুৰিৰে, মহানুভৱতাৰ লক্ষণযুক্ত হৈও বিপৰীত দশাপ্ৰাপ্ত হৈ এখেতেনো কিয় ভৰিত শিকলিৰ এচোৱা ধাৰণ কৰিছে বাৰু?৫

ডাঙৰীয়া, আপুনিনো কোন?

আৰ্যক — আপোনাৰ শৰণাগত হোৱা এয়া গোপালৰ পুত্ৰ মই আৰ্যক।

চাৰুদত্ত — গোৱালৰ গাৰঁৰপৰা ধৰি আনি ৰজাপালকে বন্দী কৰি থোৱা লোক আপুনিয়ে নে?

আৰ্যক — আৰু নো কি?

চাৰুদত্ত — বিধাতাই অনাত আপুনি মোৰ দৃষ্টিগোচৰ হ'ল (আপোনাক ভাগ্যা-গুণে দেখা পালোঁ)। প্ৰাণ গলেও মই হ'লে শৰণাগতজনক ত্যাগ নকৰোঁ।৬

[আৰ্যকে আনন্দ প্ৰকাশ কৰে]

চাৰুদত্ত — বৰ্ধমানক! এখেতৰ ভৰিৰপৰা শিকলি গুচোৱা।

বৰ্ধমানক — আৰ্যই যি আদেশ কৰে। আৰ্য, শিকলি আতঁৰালোঁ (গুচালোঁ)।

আৰ্যক — (কিন্তু) অন্য স্নেহময় সুদৃঢ় শিকলি পিন্ধাই দিলে।

বিদূষক — শিকলি বুটলি নিয়ক। এখেত এতিয়া মুক্ত। এতিয়া আমিও যাওঁগৈ।

চাৰুদত্ত — ধিক্কাৰ! তুমি মনে মনে থাকা।

আৰ্যক — সখি চাৰুদত্ত! ময়ো প্ৰণয়বশতঃ এই বাহনত উঠিছিলোঁ। সেয়ে ক্ষমাৰ যোগ্য।

চাৰুদত্ত — আপুনি নিজে ইচ্ছাৰে গাড়ীত উঠি আমাৰ প্ৰতি চেনেহ দেখুৱাত আমিও বিভুষিত হলোঁ।

আৰ্যক — আপোনাৰ অনুমতি পালে এতিয়া মই যাব পাৰোঁ।

চাৰুদত্ত — যাওক গৈ বাৰু।

আৰ্যক — বাৰু। নামি যাওঁ।

চাৰুদত্ত — সখি। নামি নাযাব। যিহেতু এই মাত্ৰ শিকলি গুচোৱা হৈছে সেয়ে আপুনিও প্ৰখৰ গতিত যাবলৈ নোৱাৰিব। ৰাজকৰ্মচাৰীসকলে পিয়াপি দি ঘূৰি ফুৰা সময়ত গাড়ীখনে কিছু আস্থাৰ সঞ্চাৰ কৰিব। সেইবাবে আপুনি গাড়ীৰেই ভ্ৰমণ কৰক।

আৰ্যক — আপোনাৰ কথামতে হওক বাৰু।

চাৰুদত্ত — (এতিয়া) আপুনি শান্তিৰে বন্ধু বান্ধৱৰ ওচৰলৈ যাওক গৈ।

আৰ্যক মইতো আপোনাক বান্ধৱ বুলিবলৈ পাইছোঁ।

চাৰুদত্ত — কথা প্ৰসঙ্গত (সময় পালে) আমালৈ মনত পেলাব।

আৰ্যক— কোনোবাই নিজ আত্মাকো পাহৰে নে?

চাৰুদত্ত — যাত্ৰাপথত দেৱতাসকলে আপোনাক ৰক্ষা কৰক।

আৰ্যক — (এই পৰ্যন্ত) আপুনিয়ে আমাক ৰক্ষা কৰিছে।

চাৰুদত্ত — আপুনি নিজ ভাগ্যৰে সুৰক্ষিত আছে।

আৰ্যক — হে সখি! তাতো আপুনিয়েই কাৰণ।

চাৰুদত্ত — ৰজা পালকে আপোনাক বিচাৰি সজোৰে যত্ন কৰাত আপোনাৰ মহতী সুৰক্ষা যিহেতু নাই, সেইবাবে আপুনি বেগতে আত্মগোপন কৰক।

আৰ্যক — (এতিয়া যাওঁহে) পাছত আকৌ দেখা পাম। (প্ৰস্থান)

চাৰুদত্ত — হে মৈত্ৰেয়! এনেকৈ ৰজাৰ বিৰুদ্ধে অপৰাধ কৰি ইয়াত ক্ষন্তেক সময়ো থকা উচিত নহয়। শিকলিডাল পূৰণি কুৱীত পেলাই দিয়া। কাৰণ, ৰজাৰ চোৰাংচোৱাই তাকো দেখা পাব পাৰে।৮

(বাওঁটো চকু স্পন্দিত হোৱাৰ সূচনা কৰি) সখি মৈত্ৰেয়। মই বসন্তসেনাক দেখা পাবলৈ বৰ উৎসুক হৈ আছোঁ। চোৱা—

সেই প্ৰেয়সীক নেদেখি এয়া মোৰ বাওঁ চকু নাচিছে। অকাৰণতে ভয় পোৱা মোৰ মনটো দুঃখিত হৈছে।৯

সেয়ে আহা, দুয়ো যাওঁগৈ। (এপাক ঘূৰি) এয়া কি সমুখতে অশুভ লক্ষণ সূচক এজন শ্ৰমণকক দেখিছোঁ। (বিচাৰ কৰি) এইটো বাটেৰে বলা। আমিও এই বাটকে ধৰোঁ। (ওলাই যায়)

**'আৰ্যক অপহৰণ'** নামে সপ্তম অঙ্ক সমাপ্ত।

## অষ্টম অঙ্ক

[তাৰ পাছ ত তিতা চীৱৰ হাততলৈ ভিক্ষুৰ প্ৰৱেশ]

ভিক্ষু — হে অজ্ঞসকল! ধৰ্ম সঞ্চয়ন কৰা।
নিজ উদৰ সংযত কৰা; ধ্যানৰূপ ঢাকঢোল বজাই সদায় জাগ্ৰত হৈ থাকা। ইন্দ্ৰিয়ৰূপ বিষম চোৰহঁতে চিৰ সঞ্চিত ধৰ্ম হৰণ কৰে।১
তদুপৰি সংসাৰৰ অনিত্যতা দেখি মই একান্তভাবে ধৰ্মৰ শৰণ লৈছোঁ। যিজনে পাচঁ ইন্দ্ৰিয়ক মাৰিছে (নিয়ন্ত্ৰণ কৰিছে), (অৱিদ্যাৰূপী) নাৰীক ৰধ কৰিছে আৰু গ্ৰাম বা শৰীৰ ৰক্ষা কৰি চলিছে আৰু বলহীন চণ্ডাল (বা অহংকাৰক) যিজনে মাৰিছে সেই লোকে স্বৰ্গলাভ কৰিছে।২
যিজনে শিৰ মুণ্ডন কৰিছে, দাড়ি মুণ্ডন কৰিছে; কিন্তু চিত্ত মুণ্ডন কৰি নাই, তেওঁনো সিবোৰ বৃথাই মুণ্ডন কিয় কৰিলে? যিজনে আকৌ চিত্ত মুণ্ডন কৰিছে (মন সংযত কৰিছে) তেওঁহে যথাৰ্থতে শিৰ মুণ্ডন কৰিছে (বুলিব লাগে)।৩
এই চীবৰ (বস্ত্ৰখন) বৰকৈ গেৰুৱা ৰঙৰ পানীত ৰঙীন হৈছে; গতিকে ৰজাৰ শ্যালকৰ পুৰণি উদ্যানত সোমাই তাৰ পুখুৰীত বেগতে কাপোৰখন ধুই আঁতৰি যাম।
(নেপথ্যত) হেৰ ৰৱি, হেৰ দুষ্ট শ্ৰমণক ৰবি।

ভিক্ষু — (দেখা পাই, ভয় কৰি) হায় হায়। এয়া সেই ৰাজশ্যালক শ্ৰমণক আহি পালে। এওঁ কোনো এজন ভিক্ষুয়ে অপৰাধ কৰাৰ পৰিপ্ৰেক্ষিতত অন্য ভিক্ষুক য'ত য'ত পায় ত'তে ত'তে গৰুৰ দৰে নাকবিন্ধাই নগুৰনাগতি কৰি খেদি দিছে। সহায়-সম্বলহীন মইনো কাৰ শৰণ লওঁ? অথবা ভগৱান বুদ্ধই মোৰ শৰণৰ ঠাই।

[খড়গলৈ বিটৰ সৈতে শকাৰৰ প্ৰৱেশ]

শকাৰ — ৰ' ৰ'হেৰ দুষ্ট শ্ৰমণক। ৰৱি। মদ পান কৰা সময়ত পোৱা ৰঙা মূলাৰ দৰে তোৰ মূৰটো অজি মই চোৱাই খাম।

বিট — হেৰা কুমাৰী পুত্ৰ! গেৰুৱা কাপোৰ পিন্ধা বৈৰাগী ভিক্ষুজনক মৰিওৱা অনুচিত। তাৰে কি লাভ হ'ব? তাতকৈ সুখ উপভোগ্য উদ্যানলৈ চোৱা।

অনাশ্ৰয়জনৰ আশ্ৰয়ৰূপ, আনন্দস্বৰূপ বনৰীয়া গছ-গছনিৰদ্বাৰা বিৰচিত সুন্দৰ কৰ্মলৈ চোৱা। এয়া দুষ্টলোকৰ হৃদয়ৰ দৰে মুকলি আৰু কাৰো বশীভূত নোহোৱা নতুনকৈ পোৱা ৰাজ্যৰ দৰে।৪

ভিক্ষু — আপোনাক স্বাগতম জনাইছোঁ। হে উপাসক প্ৰসন্ন হওক।

শকাৰ — হে ভাৱ! চোৱা, চোৱা! এওঁ মোক গালি পাৰিছে।

বিট — কিনো কৈছে?

শকাৰ — মোক উপাসক বুলিছে। মই জানো নাপিত?

বিট — তোমাক বুদ্ধৰ উপাসক বুলি প্ৰশংসা কৰিছে।

শকাৰ — স্তুতি কৰা, শ্ৰমণক স্তুতি কৰা।

ভিক্ষু — আপুনি ধন্য (প্ৰশংসনীয়) আৰু পুণ্য (পৱিত্ৰ)।

শকাৰ — ভাৱ। এওঁ মোক ধন্য, পুণ্য আদি বুলিছে। মই কিবা শ্ৰাৱকনে, নে জুৱাৰী বা কুমাৰ?

বিট — কুমাৰীৰ পুত্ৰ, তোমাক ধন্য, পুণ্য আদি বুলি প্ৰশংসাহে কৰিছে।

শকাৰ — ভাৱ! এওঁ কি কাৰণে ইয়ালৈ আহিছে?

ভিক্ষু — এই চীবৰ (কাপোৰখন) ধুবলৈ।

শকাৰ — হেৰ দুষ্ট শ্ৰমণক! মোৰ ৰজাই এই পুষ্পকৰণ্ডক নামে শ্ৰেষ্ঠ ফুলনিখন মোক উপাহাৰ দিছে। ইয়াত শিয়াল, কুকুৰ আদিয়ে পানী খায়। মোৰ মিচিনা শ্ৰেষ্ঠ পুৰুষেও ইয়াত স্নান নকৰে। তাতে তই পুৰণি কুলিত্থৰ ৰসৰ (কথৰ) দৰে ৰঙা আৰু উগ্ৰ গোন্ধযুক্ত কাপোৰ ধুইছ! গতিকে তোক এবাৰ প্ৰহাৰ কৰোঁ ৰ।

বিট — কুমাৰীৰ পুত্ৰ! মই এনে অনুমান কৰিছোঁ যে এওঁ অলপতেহে পৰিব্ৰাজক হৈছে।

শকাৰ — ভাব (তুমি) কেনেকৈ বুজিলা?

বিট — ইয়াত আকৌ জানিবলগীয়া কি আছে? চোৱা—এতিয়া চুলিৰ অভাৱত এওঁৰ কপালৰ শোভা গৌৰবৰ্ণ হৈ আছে; অলপ কালৰ

(পৰিব্ৰাজক) বাবে কান্ধৰ ওপৰত চীবৰৰ চিন স্পষ্ট নাই। এওঁৰ গেৰুৱা বস্ত্ৰ পিন্ধাৰ অভ্যাসো হোৱা নাই, সেয়ে শৰীৰৰ মধ্য (গোপনীয়) ভাগ অধিককৈ ঢাকি ৰাখিছে আৰু উত্তৰীয় বস্ত্ৰ বিশাল হোৱাত শিথিল হৈ তাৰ আঁচল কান্ধত নথকা হৈছে (পিছলি পৰিছে)।৫

ভিক্ষু — হয় উপাসক! আপুনি ঠিকেই কৈছে। মই অলপতে সন্ন্যাস গ্ৰহণ কৰিছোঁ।

শকাৰ — হেৰ! তই ওপজিয়েই কিয় সন্ন্যাসী নহ'লি?

[এইদৰে ভিক্ষুজনক মৰিয়ায়]

ভিক্ষু — হে প্ৰভু বন্ধু! তোমাক নমস্কাৰ।

বিট — এই বেচেৰাক মৰিয়ালে কি লাভ হ'ব? এৰি দিয়া তেওঁক। তেওঁ যাওক।

শকাৰ — হেৰা খন্তেক ৰ'বা। মই ভাল দৰে বিচাৰ-বিবেচনা কৰি চাওঁ।

বিট — কাৰসৈতে (বিচাৰ কৰিবা)?

শকাৰ — নিজৰ অন্তৰৰেসৈতে।

বিট — হায়! এওঁ এতিয়াও যোৱা নাই।

শকাৰ — হে পুত্ৰক হৃদয়! হে স্বামী হৃদয়! এই শ্ৰমণকজন এতিয়া যায় নে থাকে? (নিজে মনতে) যাবও নেলাগে থাকিবও নেলাগে। (প্ৰকাশ কৰি) ভাব! মই বিচাৰ কৰি চালোঁ হৃদয়ৰসৈতে। মোৰ হৃদয়ে ইয়াকে কৈছে।

বিট — কি নো কৈছে?

শকাৰ — তেওঁ যাবও নেলাগে, থাকিবও নেলাগে। তেওঁ উশাহ লবও নেলাগে নিশাহ ল'বও নেলাগে। ইয়াতে হঠাতে পৰি মৰি যাওক।

ভিক্ষু — প্ৰভু বুদ্ধলৈ প্ৰমাম। প্ৰভু মই তোমাতে শৰণ লৈছোঁ।

বিট — ভিক্ষু! তুমি যোৱা।

শকাৰ — সময় মতেহে যাব। (শপথ লৈহে)

বিট — কেনে সময়ত? (কোনেবা শপথ?)

শকাৰ — এনেকৈ বোকা চতিয়াওক যাতে পানী ঘোলা নহয়; অথবা পানী একত্ৰ কৰি বোকাত পেলাওক।

বিট — হায়! কি যে মূৰ্খৰ প্ৰলাপ?

বিপৰীত মান আৰু কাৰ্য্যৰে শিলাখণ্ডৰ দৰে কঠোৰ শৰীৰযুক্ত আৰু মাংসপূৰ্ণ (স্থুলকায়) মূৰ্খৰে পৃথিৱীখন ভাৰাক্ৰান্ত হৈছে।৬

[ভিক্ষুজনে অভিনয়েৰে গালি পাৰে]

শকাৰ — ই কি কৈছে?

বিট — তোমাক স্তুতি কৰিছে।

শকাৰ — এৰা স্তুতি কৰা, স্তুতি কৰা। আকৌ স্তুতি কৰা।

[তাকে কৰি ভিক্ষুৰে ওলাই যায়]

বিট — কুমাৰী মাতৃৰ পুত্ৰ! এয়া উদ্যানৰ শোভা চোৱা। নিশ্চল লতাবোৰেৰে গাঢ়ভাৱে পৰিবেষ্টিত হৈ সৌ গছবোৰ ফল-ফুলেৰে সুশোভিত হৈছে; ৰজাৰ আদেশত ৰক্ষীসকলেৰে সুৰক্ষিত ৰাজপুৰুষসকলে সপৰিবাৰে নিবৃত্তি সুখ লাভৰ দৰে (ইবোৰো সুখত মগ্ন আছে)।৭

শকাৰ — তুমি ঠিকেই কৈছা!

পৃথিৱীখন নানান ৰঙৰ ফুলেৰে বিচিত্ৰ হৈ পৰিছে আৰু গছবোৰ ফুলৰ ভৰত দোঁ খাইছে। গছৰ ওপৰত বগোৱা লতাত ওলমি থকা বান্দৰবোৰে পনস (আপেল) ফলৰ দৰে শোভা কৰিছে।৮

বিট — কুমাৰী-মাতৃৰ পুত্ৰ! এই শিলাতলতে বহা।

শকাৰ — এয়া বহিছোঁ। (এইদৰে কৈ বিটৰসৈতে বহে)। ভাৱ! এতিয়াও মই বসন্তসেনালৈ মনত পেলাওঁ। দুষ্টলোকৰ বচনৰ দৰে তেওঁ এতিয়াও মোৰ হৃদয়ৰপৰা বাহিৰ ওলাই যোৱা নাই।

বিট — (নিজকে নিজে) তেনেকৈ অস্বীকাৰ কৰা সত্ত্বেও ই তেওঁলৈ মনত কৰে। অথবা তিৰোতাই তিৰস্কাৰ কৰা (অস্বীকাৰ কৰা) অধম কাপুৰুষৰ কামনা বাঢ়িহে যায়। কিন্তু (তিৰোতাই তিৰস্কাৰ কৰিলে) সজলোকৰ মনৰ কামনা-বাসনা হ্রাসহে পায়।৯

শকাৰ — ভাৱ! 'গাড়ী লৈ বেগতে আহা' বুলি স্থাৱৰক চেটক মই কৈ অহা বহু বেলি হ'ল। সি এতিয়াও আহি নেপালে। মই আকৌ বহু সময়ৰপৰা ভোকতে মৰিছোঁ। এতিয়া এই দুপৰীয়াখন মই খোজ কাঢ়িও যাবলৈ নোৱাৰোঁ। সেয়ে এবাৰ চোৱাচোন—

মধ্য আকাশত ওলোৱা সূৰ্য কুপিত বান্দৰৰ দৰে বৰ কষ্টেৰে চাবলগীয়া। এশ পুত্ৰ মৰা গান্ধাৰীৰ দৰে (দুপৰবেলাৰ) পৃথিৱীখনো এতিয়া সন্তপ্ত হৈ পৰিছে।১০

বিট — এৰা ঠিকেই কৈছা —

কোমল ঘাঁহৰ গ্ৰাস ত্যাগ কৰি গাই গৰুবোৰ (গছৰ) ছাঁত শুই ছে। পিয়াহত আতুৰ হৈ বনমৃগবোৰে সৰোবৰৰ গৰম পানী পি খাই ছে। গৰমৰ ভয়তে শঙ্কিত হোৱা নগৰবাসীলোকে ৰাজপথত চলা-ফুৰা কৰা নাই। অনুমান কৰিছোঁ তপত ভূমিভাগ এৰি চেটয়ো ক'ৰবাত গাড়ী ৰাখি জুৰাইছে।১১

শকাৰ — ভাৱ! সূৰ্যৰ কিৰণ মোৰ মূৰৰ ওপৰত ৰৈ আছে, চৰাই-চিৰিকতিবোৰ গছৰ ডালত লীন হৈ আছে, (নগৰৰ) মানুহবোৰ তপত দীঘলীয়া উশাহ লৈ ঘৰত বহিয়েই ৰ'দৰ সময় চোৱা কটাইছে।১২

ভাৱ! এতিয়ালৈকে চেট নাপালেহি। মোৰ আনন্দৰ কাৰণে কিবা এটা গীত গাওঁ। (গীত গায়)। ভাৱ! ভাৱ! তুমি শুনিছানে? মই যিটো গীত গালোঁ তাক শুনিছানে?

বিট — কিনো কওঁ? তুমি গন্ধৰ্বই।

শকাৰ — মই কিয় গন্ধৰ্ব নহয়?

হিং, জিৰা, নাগৰমোথা, বচৰগাঁঠি আৰু গুড়মিহলি আদাৰ শুথ আদিৰে মিশ্ৰিত এবিধ ক্কথ মই সেৱল কৰিছোঁ; গতিকে মোৰ কণ্ঠস্বৰ মধুৰ নহ'ব কিয়?১৩

ভাব, ভাব! মই আকৌ এবাৰ গীত গাওঁ। (গীত গায়)। ভাব! মই যি গালোঁ, শুনিলানে?

বিট — কিনো কম? তুমি গন্ধৰ্বই।

শকাৰ — মই কিয় গন্ধৰ্ব নহয়?

হিংদি জলকিয়াৰ গুড়ি মিহলাই ভাজি, তেল আৰু ঘিউ চতিয়াই কুলিৰ মাংস মই খাইছোঁ। গতিকে মোৰ কণ্ঠস্বৰ মধুৰ নহ'ব কিয়?১৪

ভাৱ! এতিয়াও চেট আহি নোলালে।

বিট — সুস্থিৰ হৈ থাকা। এতিয়াই তেওঁ ওলাবাহি।

[তাৰ পাছত গাড়ীত উঠি বসন্তসেনা আৰু চেটই প্ৰৱেশ কৰে।]

চেট — মোৰ ভয় লাগিছে। সূৰ্য্য মধ্যাহ্নবেলাত উপস্থিত। ৰজাৰ শ্যালক সংস্থানক হয়তো মোৰ ওপৰত ক্ৰুদ্ধ হৈ আছে। সেয়ে বেগাই গাড়ী চলাইছোঁ। যা, বলধহঁত যা।

বসন্তসেনা — হায় ধিক, হায় ধিক্। এয়া নিশ্চয় বৰ্ধমানকৰ কণ্ঠস্বৰ নহয়। কিনো কথা? চাৰুদত্তই পৰিশ্ৰম লাঘৱ কৰিবলৈ বাহন আৰু তাৰ গাৰোৱান দুয়োকে সলনি কৰিলে নেকি? মোৰ যে সোঁ চকুটো নাচিছে। হৃদয়ো কঁপিছে। দিশবোৰ শূন্য যেন লাগিছে। সকলো ওলাই-পালট হোৱা যেন দেখিছোঁ।

শকাৰ — (চকাৰ শব্দ শুনি) ভাৱ! ভাৱ! গাড়ী আহিছে।

বিট — কেনেকৈ জানিলা?

শকাৰ — তুমি দেখা নাই নে? বুঢ়া গাহৰিৰ দৰে ঘূৰ্ ঘূৰ্ শব্দ কৰাটো লক্ষ্য কৰা নাইনে?

বিট — (চাই) ভাল লক্ষ্য কৰিছা। এৰা, এয়া আহিছে।

শকাৰ — পুত্ৰক! স্থাৱৰক! চেট! আহিছা নে?

চেট — আৰু নো কি?

শকাৰ — গাড়ীও আহিছে নে?

চেট — নহয় নো কি?

শকাৰ — গৰু হালো আহিছে?

চেট — নিশ্চয়।

শকাৰ — তইয়ো আহিলি?

চেট — (হাঁহি) হয়, ডাঙৰীয়া ময়ো আহিছোঁ।

শকাৰ — তেনেহলে গাড়ীখন (উদ্যানত) প্ৰৱেশ কৰোৱা।

চেট — কোন্‌টো বাটেৰে?

শকাৰ — এই ভঙা দেৱালৰ টুকুৰাৰে।

চেট — ডাঙৰীয়া, বলধ দুটা মৰিব। গাড়ীখনো ভাঙিব। মই চেটও মৰিম।

শকাৰ — হেৰ! মই ৰজাৰ শ্যালক বুলিতো জান। যদি দুটা বলধ মৰে, আৰু দুটা কিনিম। যদি এখন গাড়ী ভাঙে, আৰু এখন সজোৱাই লম। তই যদি মৰ, আন এজনক গাৰোৱান কৰি লম।

চেট — সকলো ঠিক-ঠাক পাব হয়, মই চেট হ'লে আৰু নাথাকিম।

শকাৰ — হেৰ! সকলো নষ্ট হওক। অ'হ এই ভঙা দেৱালৰ ওপৰে দিয়েই গাড়ীখন বাগিচাত প্ৰৱেশ কৰা।

চেট — হেৰ গাড়ী তই ভাঙি থাক! তই ডাঙৰীয়াৰ কথাতেই ভাঙি পৰ। আন গাড়ী আনক। ডাঙৰীয়াৰ ওচৰ চাপি অনুৰোধ কৰোঁগে। (প্ৰৱেশ কৰি) আচৰিত। এয়াতো ভগা নাই। ডাঙৰীয়া। এয়া গাড়ী আনিলোঁ।

শকাৰ — বলধ দুটা নাভাঙিল। জৰীবোৰ নমৰিল! তয়ো নমৰিলি একা।

চেট — আৰু নো কি?

শকাৰ - ভাব! আহা। গাড়ীখন চাই লওঁ। বন্ধু! তুমি মোৰ গুৰু, পৰম গুৰু। তুমি যিহেতু মোৰ আদৰণীয় লোক আৰু বিশ্বাসৰ পাত্ৰ, সেয়ে তুমি মোৰ সমুখত যাবলগীয়া ব্যক্তি। সেইবাবে তুমি পোনতে গাড়ীত উঠা উচিত।

বিট — বাৰু সেয়ে হ'ব (এইদৰে কৈ গাড়ীত আৰোহণ কৰে)।

শকাৰ — অথবা তুমি থাকা। এয়াতো তোমাৰ পিতৃৰ গাড়ী নহয় যে তুমি আগতে তাত উঠিবা গৈ। মই এই গাড়ীৰ গৰাকী; সেয়ে মই আগেয়ে গাড়ীত উঠিম।

বিট — তুমি এনেকৈ কৈছা এতিয়া?

শকাৰ — এয়া মই গাড়ীত উঠিলোঁ। হেৰা পুত্ৰক, চেট, তই গাড়ীখন ঘূৰাই ল।

চেট — (গাড়ী ঘূৰাই) দেউতা, উঠক।

শকাৰ — (গাড়ীত উঠি। চাই, ভয় প্ৰকাশ কৰি বেগতে নামি বিটৰ ডিঙিত ধৰি) বন্ধু! মৰিলা, মৰিলা! গাড়ীত কোনোবা ৰাক্ষসী বা চুৰুণী বহি আছে। যদি ৰাক্ষসী হয়, আমাৰ দুজনকে লুটিলে। যদি চুৰণী হয়, দুয়োকে খালে।

বিট — ভয় নকৰিবা। এই গৰুগাড়ীত ৰাক্ষসীনো কেনেকৈ সোমাবহি! দুপৰিয়াৰ ৰ'দত চকুচাট মাৰি ধৰাত হোলোং চোলা পিন্ধা স্থাৱৰকৰ ছাঁটো দেখি তোমাৰ এনে ভ্ৰম হোৱা নাইতো?

শকাৰ — পুত্ৰক স্থাৱৰক! তই জীয়াই আছতো?

চেট — নহয়নো কি?

শকাৰ — বন্ধু! গাড়ীত কোনোবা তিৰোতা উঠি বহি আছে। তুমি চোৱাচোন।

বিট — কি তিৰোতা?

বৰষুণৰ টোপাল চকুত পৰা বলধৰ দৰে তলমূৰ কৰি আমি বেগতে যাব লাগিব। কাৰণ, সমাজত গৌৰৱ লাভ কৰিবলৈ ভালপোৱা মোৰ চকু কুলবধূদৰ্শন কৰিবলৈ অনিচ্ছুক।১৫

বসন্তসেনা — (আচৰিত হৈ নিজে নিজে) এয়া মোৰ চকুৰকুটা ৰজাৰ শ্যালক দেখোন? মন্দভাগিনীৰ জীৱন আজি সংশয়ত পৰিছে। এতিয়া এই মন্দভাগিনীৰ ইয়ালৈ অহাটো মৰুভূমিত চতিওৱা বীজৰ মুঠিৰ দৰে নিষ্ফল হ'ল। এতিয়া কি কৰিম?

শকাৰ — ভয়ত কাতৰ হোৱা এই বুঢ়া চেটই গাড়ীখনৰ ভিতৰলৈ নাচায়। বন্ধু! তুমিয়েই গাড়ীখন চোৱা।

বিট — তাত কি দোষ হল? হওক! এয়া চাওঁ।

শকাৰ — এয়া কি? শিয়াল উৰিছে, কাউৰী ঘূৰি ফুৰিছে। এই বন্ধুক যেতিয়ালৈ চকুৰে খায়, দাঁতেৰে চায়, তেতিয়ালৈ মই পলাই সাৰোঁ।

বিট — (বসন্তসেনাক দেখি, বিষাদ মনেৰে নিজে নিজে) এয়া কি হৰিণীয়ে বাঘৰ পাছ লৈছে? হায়, এয়াও ক্লেশকৰ —

শাৰদীয় জোনটিৰ দৰে শুভ্ৰ, নৈৰ কাষৰীয়া বালিত শয়ন কৰা হংসী (হাঁহিনীয়ে) হংসক (হাঁহক) ত্যাগ কৰি কাউৰিৰ (কাকৰ) কাষ চাপিল কিয়?১৩

(একাষৰীয়াকৈ /এফলীয়াকৈ) বসন্তসেনা! এয়া যুক্তিযুক্ত কথাও নহয়, নাইবা তোমাৰ বাবে ই উপযুক্ত কামো হোৱা নাই।

আগতে অভিমান কৰি অৱজ্ঞা কৰি এতিয়া মাতৃৰ আদেশত অৰ্থৰ লোভত —

বসন্তসেনা — ওহো নহয় (মূৰ জোকাৰে)।

বিট — তেনেহ'লে আত্মসন্মাহীন স্বভাৱজ বেশ্যাগিৰিৰ বাবে আহিছা যেন পাওঁ।১৭

মইতো আগতেও তোমাক কৈছোঁ যে প্ৰিয় বা অপ্ৰিয় সকলোৰে সৈতে সমান আচৰণ কৰা।

বসন্তসেনা — গাড়ী সাল-সলনি হোৱা বাবেহে এনেকৈ আহিলো। মই আপোনাৰ আশ্ৰয় বিচাৰিছোঁ।

বিট — ভয় নাই, ভয় নাই। বাৰু! মই ইয়াক বঞ্চিত কৰিম। (শকাৰৰ ওচৰ চাপি) হেৰা কুমাৰী মাতৃৰ পুত্ৰ! সচাঁকৈ গাড়ীত ৰাক্ষসী এজনীয়ে আছে।

শকাৰ — বন্ধু! বন্ধু! ৰাক্ষসী আছে, তেনেহ'লে তোমাক লুটি নিয়া নাই কিয়? আৰু যদি চুৰুণী হয় তোমাক খাই পেলাৱা নাই কিয়?

বিট — সেয়া বিচাৰ কৰিলে কি হ'ব? যদি আকৌ উদ্যানত ফুৰাৰ পৰম্পৰা ৰাখি খোজ কাঢ়িয়েই উজ্জয়িনীত সোমাওঁ গৈ তেতিয়ানো কি দোষে চুব?

শকাৰ — তাকে কৰিলেনো কি হ'ব?

বিট — তাকে কৰিলে (শাৰীৰিক) ব্যায়াম সেৱন হোৱাৰ লগতে বলধ কেইটাও জিৰণি লাভ কৰিব।

শকাৰ — সেয়ে হ'ব। স্থাৱৰক চেট! গাড়ীখন নে। অথবা ৰ' ৰ'। দেৱতা আৰু ব্ৰাহ্মণসকলৰ সমুখেৰে খোজকাঢ়ি যাম নে? নহয়। গাড়ীত উঠিহে যাম, তেতিয়া দূৰতে দেখি মানুহে ক'ব — 'এয়া ৰজাৰ শ্যালক ডাঙৰীয়া গৈছে।'

বিট — (নিজে নিজে) বিহক ঔষধত পৰিণত কৰা টান কাম। বাৰু, এনে কৰা যাওক। (প্ৰকাশ কৰি) কুমাৰীৰ পুত্ৰ এয়া বসন্তসেনাই তোমাৰে অভিসাৰ কৰিবলৈ আহিছে।

বসন্তসেনা — পাপ শান্ত হওক, পাপ শান্ত হওক।

শকাৰ — (আনন্দ কৰি) বন্ধু! বন্ধু! মোক প্ৰৱৰ পুৰুষ মনুষ্যৰূপ বাসুদেৱক?

বিট — আৰু নো কি?

শকাৰ — তেনেহ'লে অভূতপূৰ্ব লক্ষ্মী লাভ কৰিলোঁ। তেতিয়া মোৰ ওপৰত তেওঁ ৰুষ্টা হৈছিল, সম্প্ৰতি ভৰিত পৰি তেওঁক প্ৰসন্ন কৰিম।

বিট — সজ কথাকে কৈছা।

শকাৰ — এয়া তোমাৰভৰিত ধৰিছোঁ, আই অম্বিকা, মোৰ নিবেদনলৈ কাণ দিয়া —

এয়া হে বিশাল নয়না, দশ নখা, বিশুদ্ধদন্তীহাতযোৰ কৰি তোমাৰ ভৰিত পৰিছোঁ; হে কোমলাঙ্গি! কামাতুৰ হৈ মই পোনতে যি অপকাৰ কৰিছোঁ তাৰ বাবে ক্ষমা কৰা, মই তোমাৰ দাস।১৮

বসন্তসেনা — (খঙেৰে) আঁতৰি যা, অনার্য কথা কৈছে।

[এইদৰে কৈ পদাঘাত কৰে]

শকাৰ — (খঙেৰে)

যিটো মূৰত মোৰ মাই চুমা খাইছিল, (যিটো মূৰ) দেৱতাৰ আগতো দো খোৱা নাই, তাতে বনত শিয়ালে মৃতাঙ্গত পদাঘাত কৰাৰ দৰে তুমি পদাঘাত কৰিছা।১৯

হেৰ স্থাৱৰক! এইজনীক ক'ৰপৰা আনি লি?

চেট — দেউতা। (এঠাইত) গাৱঁৰপৰা অহা গাড়ীৰে ৰাজপথ ৰুদ্ধ হৈ গৈছিল। তেতিয়া চাৰুদত্তৰ তৰুউদ্যানৰ সমুখত গাড়ী ৰাখি তাৰপৰা নামি চকা সলনি কৰোঁতে এওঁ গাড়ীত উঠিছিল বুলি অনুমান কৰিছোঁ।

শকাৰ — কি তেনেহ'লে গাড়ী ভুল কৰিহে উঠি আহিছে; মোৰ অভিসাৰ কৰিবলৈ নহয়। নাম নামি যা মোৰ গাড়ীৰপৰা। তই সেই দৰিদ্ৰ সাউদৰ পুতেকৰে অভিসাৰ কৰিছ আৰু মোৰ বলধহালেহে তোক কঢ়িয়াই আনিছে। সেয়ে নামি যা, নামি যা হেৰ গৰ্ভদাসী। নাম, নাম।

বসন্তসেনা — 'সেই চাৰুদত্তৰে অভিসাৰ কৰিছ' এই সচাঁ কথা ফাঁকিৰে মই অলংকৃত হলোঁ। সম্প্রতি যি হয় হওক।

শকাৰ — এই (দুহাতৰ) দহ নখৰূপ পদ্মমণ্ডলেৰে আৰু প্ৰিয়বাক্যসমূহেৰে প্ৰহাৰৰ বাবে লোভাতুৰ দুহাতেৰে সুন্দৰ শৰীৰৰ তোক কেশত ধৰি জটায়ুৱে বালিৰপত্নীক কৰাৰ দৰে চোঁচৰাই নিজ বাহনৰপৰা উলিয়াই দিম।২০

বিট — এই গুণৱতী নাৰীৰ কেশত ধৰি আৰ্কষণ কৰা অনুচিত। উপবনত ওপজা লতাৰ কুঁহিপাত চিঙি পেলোৱা ভাল নহয়।২১

সেই বাবে তুমি থাকা। ময়ে তেওঁক নমাই আনো। বসন্তসেনা নামি আহা। (বসন্তসেনা নামি আহি একাষৰীয়া হৈ থাকে)।

শকাৰ — (নিজে নিজে) পোনতে মোৰ কথা অৱমাননা কৰা বাবে যিকুৰা খঙৰ জুই তেতিয়াই জ্বলিছিল, আজি বসন্তসেনাৰ পাদপ্ৰহাৰেৰে সেয়া আকৌ জ্বলি উঠিছে। সেইবাবে সম্প্ৰতি এইক মাৰি পেলাম। এনে কৰাই হওক। (প্ৰকাশ কৰি) বন্ধু! বন্ধু!

যদি দীঘলীয়া সূতাৰ আহল-বহল আৰু অনেক সূতাৰে নিৰ্মিত উত্তৰীয় বস্ত্ৰ (পাৰিতোষিক) পাবলৈ বিচাৰা আৰু চুহু চুহু কৰি মাংখ খাবলৈ খোজা, তেনেহ'লে মোক তুষ্ট কৰা।২২

বিট — মই কি কৰিব লাগে?

শকাৰ – মোৰ প্ৰিয় কাম কৰা।

বিট — মই সেয়া নকৰোঁ। দুষ্কাৰ্য বাদ দিয়া।

শকাৰ — বন্ধু! ইয়াত অকাৰ্যৰ গোন্ধমাত্ৰও নাই। এই জনীতো ৰাক্ষসী নহয়।

বিট — কোৱা তেন্তে।

শকাৰ — বসন্তসেনাক মাৰা।

বিট — (কাণত হাত দি ) যদি মই বালা, নগৰৰ ভূষণ স্বৰূপ, বেশ্যা হৈও কুলকামিনীৰ দৰে প্ৰণয়ত আসক্তা, আৰু নিৰ্দোষ এওঁক মাৰোঁ মই কোনখন পানচৈ নাৱেৰে পৰলোকৰ নদী পাৰ হ'ম?২৩

শকাৰ — ময়ে তোমাক পানচৈ নাও এখন দিম। আনহাতে নিৰ্জন ফুলনি এখনত (ইয়াত) মাৰোঁতে তোমাক কোনে দেখা পাব?

বিট — সুকৰ্ম আৰু কুৰ্কমৰ সাক্ষীস্বৰূপ দশো দিশ, বনদেৱতাসকল, চন্দ্ৰ, তীক্ষ্ণ কিৰণ দিওঁতা সূৰ্য, ধৰ্ম, বায়ু, আকাশ আৰু পৃথিৱীয়ে সকলো ফালৰপাৰা দেখা পাব।২৪

শকাৰ — তেনেহ'লে আঁৰকাপোৰেৰে ঢাকি মাৰা।

বিট — মূৰ্খ! তুমি তললৈ গলা।

শকাৰ — এই বুঢ়া গাহৰীটো বৰ ধৰ্মভীৰু। হওক বাৰু। স্থাৱৰক চেটকে অনুনয় কৰোঁ। বোপা স্থাৱৰক! চেট! মই তোমাক সোণৰ অলঙ্কাৰ দিম।

চেট — ময়ো পিন্ধিম।

শকাৰ — তোমাৰ বাবে সোণৰ খাৰু সাজি দিম।

চেট — মই তাকো পিন্ধিম।

শকাৰ— সকলো উচ্ছিষ্ট বস্তু দিম।

চেট — মই তাকো খাম।

শকাৰ — সকলো চেটৰ (চাকৰৰ) মাজত গৰাকী পাতিম।

চেট — মালিক! হম বাৰু।

শকাৰ— সেয়ে তুমি মোৰ কথা মানি লোৱা।

চেট — দেউতা, মই অকাৰ্য্য বাদ দি সকলো কাৰ্য্যকে কৰিম।

শকাৰ — ইয়াত অকাৰ্য্যৰ গোন্ধ মাত্ৰও নাই।

চেট — কওক দেউতা।

শকাৰ — এই বসন্তসেনাক মাৰ।

চেট — প্ৰসন্ন হওক দেউতা। বাহন ভুল কৰি গাড়ীত উঠা এওঁক মই অনাৰ্যয়ে ইয়ালৈ আনিছোঁ।

শকাৰ — হেৰ চেট! মই তোকো বলে নোৱাৰোঁ নে?

চেট — দেউতাই মোৰ গাটোৰ ওপৰত প্ৰভুত্ব কৰিবলৈ পাৰে; কিন্তু চৰিত্ৰৰ ওপৰ নহয়। সেয়ে দেউতা প্ৰসন্ন হওক, মই এইবোৰলৈ ভয় কৰোঁ।

শকাৰ — তই মোৰ চেট (চাকৰ) হৈ নো কালৈ ভয় কৰ?

চেট — দেউতা, পৰলোকলৈ।

শকাৰ — সেই পৰলোক নো কি?

চেট — দেউতা! সুকৰ্মৰ আৰু কুকৰ্মৰ পৰিণাম।

শকাৰ — সুকৰ্মৰ পৰিণাম কেনেকুৱা?

চেট — যেনেকৈ আপুনি বহু সুবৰ্ণমণ্ডিত।

শকাৰ — কুকৰ্মৰ পৰিণাম কেনেকুৱা?

চেট — যিদৰে মই পৰৰ এৰেহা খাবলৈ জীৱন ধৰিছোঁ। সেইবাবে মই কুকৰ্ম (অকাৰ্য) নকৰোঁ।

শকাৰ — হেৰ। তই মাৰিবি নে নাই? (এই বুলি নানাপ্ৰকাৰে প্ৰহাৰ কৰে)।

চেট — মাৰক দেউতা, প্ৰহাৰ কৰক! তথাপি অকাৰ্য নকৰোঁ।
যিহেতু ভাগ্যৰ দোষত (পূৰ্বৰ জনমত কৰা পাপ কামৰ হেতু) মই জন্মৰেপৰা দাস হৈ ওপজিলোঁ; সেইবাবে, অধিক অকাৰ্য আৰু নকৰোঁ আৰু পাপো অৰ্জন নকৰোঁ।২৫

বসন্তসেনা — ভাব (বন্ধু) মই তোমাৰ ওচৰত শৰণ লৈছোঁ।

বিট — কুমাৰী মাতৃৰ পুত্ৰ! মাফ্ কৰা, মাফ্ কৰা। স্থাৱৰক, ধন্য, ধন্য। দুৰ্দশাগ্ৰস্ত দৰিদ্ৰ স্থাৱৰকেও পৰলোকৰ ফলপাবলৈ ইচ্ছা কৰে, কিন্তু তেওঁৰ গৃহস্বামীয়ে তেনে ফললৈ ইচ্ছা নকৰে। সেইবাবে এওঁলোক বেগতে কিয় বিনষ্ট নহয়; অথচ এইসকলে সভ্যকৰ্ম ত্যাগ কৰি অসজ কৰ্ম কৰি বৃদ্ধিহে লাভ কৰে।২৬

আকৌ —

দৈৱ (কৃতান্ত) তেনেই বিষম আৰু ছিদ্ৰান্বেষী, কিয়নো, ই ধাৰ্মিক চেটক দাস কৰিছে আৰু পাপী শকাৰক প্ৰভু সজাইছে। আকৌ এই চেটই (তোমাৰ) শ্ৰী বা সম্পত্তি ভোগ নকৰে আৰু তুমিও (শকাৰেও) চেটৰ আজ্ঞা পালন নকৰা হক — (এনে বিষমতাও আছে)।২৭

শকাৰ — (নিজে নিজে) এই বুঢ়া শিয়াল বিটে অধৰ্মক ভয় কৰে; এই গৰ্ভদাস চেটই পৰলোকলৈ ভয় কৰে। মই ৰজাৰ শ্যালক (খুলশালী) হৈ কালৈ ভয় কৰিম? মই প্ৰধান পুৰুষ। হেৰ গৰ্ভদাস চেট! তই যা, কোনো গুপ্তঠাইত প্ৰৱেশ কৰি অকলে বিশ্ৰাম কৰি থাক গৈ।

চেট — দেউতাই যি আজ্ঞা কৰিছে। (বসন্তসেনাৰ ওচৰ চাপি) আৰ্যা! মোৰ ক্ষমতা ইমান খিনিয়েই। [ওলাই যায়]

শকাৰ — (কঁকালত কাপোৰ বান্ধি) ৰবি বসন্তসেনা,ৰবি, তোক মাৰিহে এৰিম।

বিট — আঃ মোৰ সমুখত মাৰিবলৈ নোৱাৰিবি। (এইদৰে কৈ শকাৰৰ ডিঙিত ধৰে।)

শকাৰ — (মাটিত পৰে) বন্ধুৱে গৰাকীক মাৰে। (এইদৰে কৈ মূৰ্চ্ছিত হয়)। (চেতনা লাভ কৰি)

সকলো সময়তে মই তোমাক মাংস আৰু ঘিউৰে প্ৰতিপালন কৰিছোঁ। কিন্তু কাম কৰিবৰ সময়ত তুমি মোৰ বৈৰী কেনেকৈ হৈ পৰিলা?২৮

(চিন্তা কৰি) ঠিক আছে; মই এটা উপায় পাইছোঁ। বৃদ্ধ শিয়ালটোৱে মূৰ লৰাই বসন্তসেনাক সঙ্কেত দিছিল। সেয়ে ইয়াক বিদায় দি বসন্তসেনাক মাৰিম। সেয়ে হওক। (প্ৰকাশ কৰি) বন্ধু। মই তোমাক

যি কৈছোঁ, গোলকৰ দৰে প্ৰসিদ্ধ বংশত জন্মি এনে অকাৰ্য কৰিম কেনেকৈ? মোৰ কথা স্বীকাৰ কৰাবলৈহে তেনেকৈ কৈছিলোঁ।

বিট — বংশৰ কথা কৈ উপদেশ দিয়াৰ কি প্ৰয়োজন? এই ক্ষেত্ৰত চৰিত্ৰই আচল বস্তু। ভাল মাটিত ওপজা কাঁহটীয়া গছ অধিক বাঢ়ে।২৯

শকাৰ — বন্ধু! তোমাৰ সমুখত এওঁ লাজ কৰিছে। সেয়েমোক স্বীকাৰ কৰা নাই। সেইবাবে তুমি যোৱা। স্থাৱৰক চেটক মৰিয়াইছোঁ; সিও গৈছে। সি পলাই গৈছে। তুমি তাক ধৰি লৈ আহিবা।

বিট — (নিজকে নিজে) নিজৰ গৌৰৱৰ ভাৱতে বসন্তসেনাই মোৰ সমুখত এই মূৰ্খক ভজনা নকৰিবও পাৰে। সেই বাবে, তেওঁলোকক একান্তভাবে এৰি যাওঁ; কাৰণ নিৰ্জনতাতহে পাৰস্পৰিক কামভাব সঞ্চাৰ হয়।৩০

(প্ৰকাশ কৰি) বাৰু সেয়ে হওক। মই যাওঁ।

বসন্তসেনা — (কাপোৰৰ আঁচলেৰে মুখ ঢাকি) মই যে আপোনাৰ শৰণাগত বুলি কৈছোঁ।

বিট — বসন্তসেনা, ভয় নকৰিবা। কুমাৰীমাতৃৰ পুত্ৰ! বসন্তসেনা তোমাৰ হাতত ন্যাস।

শকাৰ — এৰা। এওঁ মোৰ হাতত ন্যাস হৈ ৰ'ল।

বিট — সচাঁকৈ নে?

শকাৰ — সচাঁকৈ।

বিট — (অলপ গৈ) জানোছা মই গলেই নিষ্ঠুৰে তেওঁক বধ কৰে। ক'ৰবাত গা লুকাই এই পাপীৰ কৰ্ম চাই লওঁ। (নিৰ্জন ঠাইত লুকায়)।

শকাৰ — হওক বাৰু। এতিয়া এইক হত্যা কৰোঁ। অথবা, সেই কপট বুঢ়া শিয়াল ৰূপ ব্ৰাহ্মণে কেনেবাকৈ কৰবাত গা লুকাই শিয়ালৰ দৰে বঞ্চনা কৰিবও পাৰে। তেওঁক ঠগিবলৈ ময়ো এনেকুৱা কৰোঁ। হে বালা বসন্তসেনা, আহা।

বিট — অ' এয়া দেখিছোঁ ই কামনাশীল হ'ল। ভাল, মই নিশ্চিন্ত হলোঁ। যাওঁ গৈ। (ওলাই যায়)।

শকাৰ — সোণৰ অলঙ্কাৰ দিওঁ; মিঠা কথা কওঁ; পাগুৰিৰেসৈতে মূৰ দোৱাওঁ;

তথাপি হে শুদ্ধদন্তী তুমি এই সেৱকক ইচ্ছা নকৰানে? মানুহৰ জীৱন সচাঁকৈ কষ্টময়।৩১

বসন্তসেনা — তাত কি সন্দেহ আছে? (এইদৰে কৈ 'খলচৰিত' আদি দুটা শ্লোক আবৃত্তি কৰে)। হেৰ দুষ্টচৰিত। নীচ, দোষোৎপন্ন হৈও ইয়াত তই কিয় মোক ধনৰ লোভ দেখুৱাইছ? কাৰণ, সজ চৰিত্ৰৰ শুদ্ধদেহ পদুমক ভোমোৰাবোৰে কেতিয়াও পৰিত্যাগ নকৰে।৩২

দৰিদ্ৰ হলেও সজ কুলত জন্মা চৰিত্ৰবান পুৰুষক যত্নৰে সেৱা কৰা উচিত। যোগ্যজনক আশ্ৰয় কৰা প্ৰেমবাসনা পণ্যস্ত্ৰীসকলৰ শোভা স্বৰূপ।৩৩

আকৌ আমগছৰ সেৱা কৰি উঠি এতিয়া পলাশক স্বীকাৰ কৰিবলৈ নোৱাৰে।

শকাৰ — দাসীৰ ছোৱালী! দৰিদ্ৰ চাৰুদত্তক তই আম গছ পাতিলি আৰু মোক পলাশ বুলি উপলুঙা কৰিলি। অন্ততঃ মোক মদাৰ বুলিও নকলি। এনেকৈ মোক গালি পাৰি তই এতিয়া সেই চাৰুদত্তকে স্মৰণ কৰিছ।

বসন্তসেনা — হৃদয়ত থকাজনক স্মৰণ নকৰি পাৰি নে?

শকাৰ — এতিয়া তোৰ হৃদয়গত চাৰুদত্তক আৰু তোক দুয়োকে মুচৰি মাৰিম। সেই দৰিদ্ৰ চাৰুদত্তক কামনা কৰা দাসী! এখেন্তেক ৰ'ৰ'।

বসন্তসেনা — ক'ক। আকৌ ক। এইবোৰ আখৰ শুনিবলগীয়া।

শকাৰ— দাসীৰ পুত্ৰ দৰিদ্ৰ চাৰুদত্তই তোক পৰিত্ৰাণ কৰককহি।

বসন্তসেনা — মোক দেখিলে পৰিত্ৰাণ কৰিলেহেঁতেন।

শকাৰ — তেওঁ কি ইন্দ্ৰ, নে বালিপুত্ৰ মহেন্দ্ৰ, নে ৰম্ভাৰ পুত্ৰ কালনেমি, নে সুবন্দু, নে ৰজা ৰুদ্ৰ, নে দ্ৰোণৰ পুত্ৰ জটায়ু, চাণক্য, নে ত্ৰিশঙ্কু?৩৪ অথবা এওঁলোকৰ কোনেও তোক ৰক্ষা কৰিবলৈ নোৱাৰে।

ভাৰত যুদ্ধত চাণক্যই যিদৰে সীতাক বধ কৰিছিল, জটায়ুৱে যিদৰে দ্ৰৌপদীক বধ কৰিছিল, তেনেকৈ ময়ো তোমাক বধ কৰিম।৩৫

[মাৰিবলৈ উদ্যত হয়]

বসন্তসেনা — হে মা! তুমি ক'ত আছা? হা চাৰুদত্ত! এইজনীয়ে মনোবাঞ্ছা পূৰ নোহোৱাকৈয়ে বিপন্না হ'ল। এই বাবে উচ্চৈঃস্বৰে কান্দিম। অথবা

বসন্তসেনাই উচ্চৈঃস্বৰে কান্দিছে — এয়া লাজৰ কথাই হ'ব। আর্য চাৰুদত্তলৈ নমস্কাৰ।

শকাৰ — এতিয়াও এই গৰ্ভদাসীয়ে সেই পাপীৰ নামকে লৈছে? (ডিঙিত চেপি ধৰে) স্মৰণ কৰ, গৰ্ভদাসী স্মৰণ কৰ।

বসন্তসেমা — আর্য চাৰুদত্তলৈ সেৱাহে।

শকাৰ — মৰ, গৰ্ভদাসী মৰ। (ডিঙি চেপি মাৰে)

[বসন্তসেনা মূৰ্চ্ছিতা হৈ পৰে]

শকাৰ — (আনন্দতে) দোষৰ পেটাৰি, অবিনয়ৰ আবাসস্থল, দুষ্ট, (চাৰুদত্তৰ প্ৰতি) অনুৰক্তা, কালপ্ৰেষিতা। তাৰে সৈতে ৰমণৰ বাবে, আহিছিলি। নিজৰ বাহুবলৰ ভাল উদাহৰণনো আৰু কি দিম? ভাৰতত সীতা যিদৰে মৰিছিল তেনেকৈ মোৰ মা নিঃশ্বাস ৰহিত হৈ মৰিছে।৩৬
মই তাইক পোৱাৰ ইচ্ছা কৰা স্বত্বেও তাই গণিকাই মোক গ্ৰহণ নকৰিলে, সেয়েহে ক্ৰুদ্ধ হৈ এই নিজান পুষ্পকৰণ্ডক উদ্যানত হঠাতে বাহুপাশেৰে ভীষণভাবে চেপি তাইক মাৰিছোঁ। মোৰ ভাই, পিতা আৰু দ্ৰৌপদীৰ দৰে মোৰ মাই পুত্ৰৰ এই বীৰ কৰ্ম দেখাৰপৰা বঞ্চিত হ'ল।২৭
যি হওক, এতিয়া আকৌ সেই বুঢ়া শিয়ালটো ওলাবহি পাৰে। গতিকে অলপ আঁতৰি থাকোঁ। (তাকে কৰিলে)।

বিট — (চেটৰসৈতে প্ৰৱেশ কৰি) স্থাৱৰক চেটক মই সন্মত কৰাই আনিছোঁ। এতিয়া কুমাৰী মাতৃৰ পুত্ৰক বিচাৰি চাওঁ। (পৰিক্ৰমণ কৰি, দেখা পাই) অ' এয়া বাটৰ ওপৰতে গছ আছে। আৰু গছ পৰি তিৰোতা এজনীও মৰিছে। হেৰ পাপী, তুমি এই কুকাৰ্য্য কিয় কৰিলা? তোমাৰ দৰে পাপীৰ পতনেৰে স্ত্ৰীবধ দেখি আমিও পতিত হলোঁ। এই অনিমিত্তই সচাঁই মোৰ মনটো বসন্তসেনাৰ প্ৰতি শঙ্কিত কৰি তুলিছে। দেৱতাসকলে সকলো প্ৰকাৰে তেওঁৰ কল্যাণ কৰক। (শকাৰৰ ওচৰলৈ গৈ) কুমাৰী পুত্ৰ! মই স্থাৱৰক চেটক সৈমান কৰি লৈ আহিছোঁ।

শকাৰ — বন্ধু! তোমাক অভিনন্দন জনালোঁ। পুত্ৰক! স্থাৱৰক! চেট! তোমাকো শুভেচ্ছা জনালোঁ।

চেট — আৰু কি ?

বিট — মোৰ ন্যাস ঘূৰাই দিয়া।

শকাৰ — কেনেকুৱা ?

বিট — বসন্তসেনা।

শকাৰ — তেওঁ গ'ল।

বিট — কলৈ ?

শকাৰ — তোমাৰ (ভাৱৰ) পিছে পিছে।

বিট — (মনতে বিচাৰ কৰি) তেওঁ সেইফালে যোৱা নাই।

শকাৰ — তুমি নো কোমটো দিশলৈ গৈছিলা ?

বিট — পূব দিশলৈ।

শকাৰ — তেওঁ দক্ষিণ দিশলৈ গ'ল।

বিট — মই দক্ষিণ লৈ (গৈছিলোঁ)।

শকাৰ — তেওঁ গ'ল উত্তৰলৈ।

বিট — বৰ উত্তেজিত হৈ যে কৈছা ? মোৰ অন্তৰাত্মা শুদ্ধ হোৱা নাই। গতিকে সঁচা কথা কোৱা।

শকাৰ — তোমাৰ মূৰত মোৰ ভৰি থৈ শপথ খাই কওঁ যে 'মই তেওঁক মাৰিছোঁ ?'

বিট — (বিষাদেৰে) সঁচাকৈ তুমি তেওঁক মাৰিছা ?

শকাৰ — যদি মোৰ কথাত তুমি পতিয়ন যাব পৰা নাই তেনেহ'লে ৰাষ্ট্ৰীয় শ্যালক সংস্থানকৰ প্ৰথম বীৰত্বৰ প্ৰমাণ চাই লোৱা। (দেখুৱায়)

বিট — হায় ! মই দুৰ্ভগীয়া মৰিলোঁ। (মূৰ্চ্ছিত হৈ পৰে)।

শকাৰ — হা, হা ! বন্ধু মৰিয়েই গ'ল।

চেট — ভাৱ ! আপুনি ধৈৰ্য্য ধৰক, ধৈৰ্য্য ধৰক। বিনা বিচাৰে গাড়ীখন ইয়ালৈ আনি পোনতে তেওঁক ময়েই মাৰিলোঁ।

বিট — (ধৈৰ্য্য ধৰি, কৰুণভাৱে) হা বসন্তসেনা !

দাক্ষিণ্যৰ (উদাৰতাৰ) নৈ শুকাই গ'ল; ৰতিদেৱীয়ে স্বদেশলৈ উভতি গল; হায়। অলংকাৰস্বৰূপা। হায়। সুমুখী ! হায়। লীলাৰসোদ্‌ভাসিনী হা সৌজন্যৰ নদী। হা প্ৰহাস পুলিন। হায় মোৰ আশ্ৰিতা। হায় হায়। সৌভাগ্যৰূপ পণ্যৰ আকৰ আৰু মদনৰ বিপনি নষ্ট হ'ল।৩৮ (চকুলো টুকি) হায় কি দুৰ্ভাগ্য।

তুমি যে এই (কু) কাৰ্য্য কৰিছা, তাৰপৰা কি প্ৰয়োজন সিদ্ধ হ'ব? পাপ সদৃশ তুমি এই নিষ্পাপ (উজ্জয়িনী) নগৰৰ লক্ষ্মীকবধ কৰিলা।৩৯ (নিজে নিজক) অ' কেনেবাকৈ এই পাপী শকাৰে এই দুষ্কাৰ্য মোৰ ওপৰতো জাপি দিব পাৰে। যি হওক। ইয়াৰপৰা যাওঁগৈ।

শকাৰ — (বিটৰ ওচৰ চাপি তেওঁক ধৰে)।

বিট — পাপী! মোক নুচুবি। এয়া তোৰ মিছা চেষ্টা। মই যাওঁ।

শকাৰ — হেৰ। বসন্তসেনাক মাৰি মোক দোষ দি ক'লৈ পলাব? সম্প্ৰতি মই এনেকৈ সহায়হীন হলোঁ।

বিট — এনেকৈ অধঃপাতে গলি।

শকাৰ — মই তোমাক এশ সোণৰ মোহৰ দিম। কড়িৰ লগতে কাৰ্যাপণ (নামে ৰাজ মুদ্ৰাও) দিম। মোৰ এই অপৰাধসূচক পৰাক্ৰম জনতাৰ সমুখত সাধাৰণকাৰ্য (ৰূপে জনাজাত) হওক (অৰ্থাৎ বিশেষতঃ মোৰ অপৰাধৰ নাম নোলাওক)।৪০

বিট — ধিক্কাৰ তোক। তোৰ দোষ তোৰেই হৈ ৰওক।

চেট — পাপ শান্ত হওক।

[শকাৰে হাঁহে]

বিট — এই (বৃথা) হাঁহি এৰি পেলোৱা। তোমাৰে সৈতে মোৰ প্ৰীতি নহয়। অনাদৰ কৰা এই নীচ মিত্ৰতাক ধিক্কাৰ। তোমাৰ আৰু মোৰ পৰস্পৰ সঙ্গ কেতিয়াও পুনৰ নহ'ব। গুণ ছিগা ধনুৰ দৰে (নিৰ্গুণ) তোমাক ত্যাগ কৰিলোঁ।৪১

শকাৰ — বন্ধু! প্ৰসন্ন হোৱা, প্ৰসন্ন হোৱা। আহা পদুম পুখুৰীত নামি খেলোঁ।

বিট — তোমাৰ সেৱা কৰা নিষ্পাপ মোক লোকে পতিত আৰু অনাৰ্য বুলি ভাবে।

নাৰী হত্যাকাৰী তোমাক নগৰৰ মহিলাসকলে শঙ্কা (সন্দেহৰ) চকুৰে চাব। এনেহেন তোমাক মই কেনেকৈ অনুসৰণ কৰোঁ।৪২ (কৰুণ ভাৱে) বসন্তসেনা!

হে সুন্দৰী! পাছৰ জনমত তুমি বেশ্যা নহবা। হে চৰিত্ৰ গুণেৰে গুণৱতী! তুমি নিৰ্মল কুলত জন্ম ল'বা।৪৩

শকাৰ — মোৰ এই পুষ্পকৰগুক নামে পুৰণি উদ্যানত বসন্তসেনাক মাৰি ক'লৈ পলোৱা? আহা মোৰ ভগ্নীপতিৰ ওচৰত সাক্ষ্যদান কৰাহি।

[এইদৰে কৈ হাতত ধৰে]

বিট — আঃ নীচ! (আঁতৰি) থাক। (তৰোৱাল আকৰ্ষণ কৰে)।

শকাৰ — (ভয়তে আঁতৰি গৈ) হেৰা ভয় খাইছা নে কি? যোৱা তেনেহ'লে।

বিট — (নিজে নিজে ইয়াত থকা অনুচিত। আৰ্য শৰ্বিলক, চন্দনক প্ৰভৃতি য'ত আছে তলৈ যাওঁ। (ওলাই যায়।)

শকাৰ — মৰ গৈ যা। হেৰ! স্থাৱৰক পুত্ৰক! মইনো কেনে কাম কৰিলোঁ। অ'?

চেট — দেউতা, আপুনি বৰ অকাৰ্য কৰিছে।

শকাৰ — হেৰ চেট। কি কৈছ? 'অকাৰ্য্য কৰিছে' — এই অলংকাৰ খিনি ল। এয়া মই তোক দিলোঁ। যিমান সময়লৈ মই পিন্ধো তেতিয়ালৈ মোৰ। বাকী সময়ত তোৰ।

চেট — দেউতা! এইবোৰে আপোনাকহে শোভা কৰে। মোৰ এইবোৰৰ প্ৰয়োজন নাই।

শকাৰ — সেয়ে যাগৈ। এই বলধ দুটা লৈ গৈ মোৰ প্ৰাসাদৰ প্ৰতীকৰ আগত থাকিবি। তেতিয়ালৈ ময়ো গৈ আছোঁ।

চেট — দেউতাই যি আদেশ কৰিছে (ওলাই যায়)।

শকাৰ — আত্মৰক্ষাৰ বাবে বিট (ভাৱ) অদৃশ্য হ'ল। চেটকো মই প্ৰাসাদৰ প্ৰতীকৰ সমুখত শিকলিৰে বান্ধি থম। এনেকৈ কথাটো গোপনে ৰখা যাব। এতিয়া যাওঁ। অথবা এইজনীক এবাৰ চাওঁ। এইজনী সঁচাকৈ মৰিছে নে আকৌ এবাৰ মাৰিম। (চাই) ভালকৈ মৰিছে যেন পাওঁ। হওক বাৰু। এই চাদৰখনেৰে এওঁক ঢাকি থওঁ। অথবা এয়া যে মোৰ নাম লিখা কাপোৰ। কোনোবা লোকে আকৌ চিনি পাব। বাৰু, বতাহৰ কোবত একত্ৰ হোৱা গছৰ শুকান পাতবোৰেৰে (দেহটো) ঢাকি থওঁ। (তাকে কৰি, ভাবি) বাৰু ঠিক আছে। সম্প্ৰতি বিচাৰালয়লৈ গৈ এখন আৰ্জি লেখাওগৈ; যে 'অৰ্থৰ কাৰণে সাউদৰ পুতেক চাৰুদত্তই মোৰ পুষ্পকৰগুক নামে পুৰণি উদ্যানত সোমাই বসন্তসেনাক বধ কৰিছে।'

পৱিত্ৰ নগৰীত পশুঘাতৰ সমান চাৰুদত্তৰ বিনাশৰ কাৰণে মই এক অভিনৱ কপট (ছল) কৰোঁহক ।৪৪

বাৰু যাওচোন। (ওলাই গৈ, দেখা পাই, ভয় খাই) আহ কি ভয়ানক। মই যিটো যিটো বাটেৰে যাওঁ সেই বাটেৰেই এই দুষ্ট বৌদ্ধ ভিক্ষুৱে গেৰুৱা ৰঙৰ চীৱৰ (কাপোৰ) লৈ আহে। মই নাক কাটি বাহিৰ কৰি দিয়া ই মোৰ বৈৰিতা কৰি কেনেবাকৈ মোক দেখি ইহে মাৰিছে' বুলি প্ৰকাশ কৰি দিব। তেন্তে কেনেকৈনো ওলাই যাওঁ? (চাই) এই আধা খহা দেৱালখন লাফ মাৰি পাৰ হৈ যাওঁ।

এয়া মই শকাৰে আকাশ, পাতাল,পৃথিৱী আৰু হনুমান পৰ্বতৰ শিখৰৰ পৰা (আচলতে মহেন্দ্ৰ পৰ্বতৰ শিখৰৰ পৰা) লঙ্কা নগৰীলৈ গৈ মহেন্দ্ৰৰ (বস্তুতঃ হনুমানৰ) দৰে লৰা লৰিকৈ গৈ আছোঁ।৪৫ (ওলাই যায়)।

[আঁৰ কাপোৰ নোটোলাকৈ প্ৰৱেশ কৰি]

সংবাহক — মই এই চীৱৰ ধুলোঁ। গছৰ ডালত মেলি দি (কাপোৰখন) শুকাই লম নে কি? বান্দৰে ইয়াক ফালি পেলাব। মাটিতে দি শুকাওঁ নে কি? ধূলি লাগি দূষিত হ'ব। তেনেহ'লে ক'ত মেলি দিনো কাপোৰ শুকাওঁ? (দেখি) বাৰু! ইয়াত বতাহৰ কোবত গোট খোৱা গছৰ পাতৰ ওপৰতে মেলি দিওঁ। (তাকে কৰে) বুদ্ধলৈ নমস্কাৰ। (এইদৰে কৈ বহে) বাৰু, এতিয়া ধৰ্মাক্ষৰসমূহ জপ কৰোঁ। (পঞ্চজনাঃ যেন মাৰিতা' আদি (৮/২) শ্লোক আবৃত্তি কৰে)। অথবা এই স্বৰ্গৰপৰা মোৰ কি লাভ? যিয়ে দহটা সোণৰ মোহৰ দি জুৱাৰীহঁতৰপৰা মোক মুক্ত কৰিছিল, বুদ্ধৰ উপাসিকা সেই বসন্তসেনাৰ প্ৰত্যুপকাৰ কৰিব নোৱাৰালৈকে মই তেওঁৰ ক্ৰীতদাস বুলিয়ে নিজকে ভাবোঁ। (দেখি) এয়া কি? পাতৰ মাজত কোনোবাই উশাহ লোৱা যেন লাগিছে। বায়ু আৰু ৰদেবে শুকোৱা পাতবোৰ চীৱৰৰ পানীৰে তিতি এনেকৈ বহলি গৈছে যেন কোনো চৰায়েহে পাখি মেলি স্ফুৰণ কৰিছে।৪৬

[বসন্তসেনাই সংজ্ঞা লাভ কৰি হাত দাঙে]

সংবাহক — হা হা শুদ্ধ অলংকাৰেৰে বিভূষিত তিৰোতাৰ হাত ওলাইছে? এয়া কি? দ্বিতীয়খন হাতো যে (ওলাল)। (ভালদৰে চাই) হাত দুখন চিনি পোৱা যেন লাগিছে। অথবা এনে বিচাৰ কৰি কি লাভ? সঁচাকৈ এয়ে সেই হাত যাৰে মোক অভয় দিয়া হৈছিল। বাৰু চাওঁচোন। (অভিনয় পূৰ্বক গছৰ পাত আঁতৰাই চাই, চিনি পাই) এয়া যে সেই বুদ্ধৰ উপাসিকা বসন্তসেনা।

[বসন্তসেনাই সঙ্কেতেৰে পানী খোজে]

সংবাহক — এয়া কি? পানী খুজিছে? পুখুৰী যে আঁতৰত। কিনো কৰোঁ এতিয়া? বাৰু। এই (তিতা) চীবৰখনকে আঁতি (পানী) দিওঁ। (তাকে কৰে) [বসন্তসেনাই চেতনা লাভ কৰি উঠি বহে। ভিক্ষুৱে কাপোৰৰ আঁচলেৰে বিছি দিয়ে]

বসন্তসেনা — আৰ্য আপুনি কোন?

সংবাহক — কি বুদ্ধৰ উপাসিকাই দহটা সোণৰ মোহৰেৰে কিনি লোৱা মোক মনত কৰিবলৈ পৰা নাই নে?

বসন্তসেনা — মনত পৰিছে। পিছে আৰ্যই যিদৰে কৈছে তেনেকৈ নহয়। মই মৰি গলেই ভাল আছিল।

সংবাহক — বুদ্ধোপাসিকা! কি নো হ'ল?

বসন্তসেনা — (দুঃখ কৰি) যিটো বেশ্যাৰ বাবে উপযুক্ত।

সংবাহক — বুদ্ধৰ উপাসিকাই এই গছৰসৈতে ওপজা লতাৰ সহায়ত উঠক। (লতা নমাই দিয়ে। বসন্তসেনাই তাত ধৰি উঠে)। এই বিহাৰতে মোৰ ধৰ্ম ভগিনী থাকে। তাতে সুস্থিৰ হৈ আপুনি ঘৰলৈ যাব পাৰিব। বুদ্ধৰ উপাসিকাই লাহে-ধীৰে বলক।

**যাৰ হাত, মুখ আৰু ইন্দ্ৰিয় সংযত সিহে মানুহ। ৰাজকুলে নো কি কৰিব?**
**নিজৰ হাতৰ মুঠিতে পৰলোক স্থিৰ হৈ আছে।৪৭**

[ওলায় যায়]

[**'বসন্তসেনা মোটন'** নামে অষ্টম সমাপ্ত।]

## নৱম অঙ্ক

[ তাৰ পাছত শোধনকে প্ৰৱেশ কৰে]

শোধনক — বিচাৰালয়ৰ কাৰ্যকৰ্তাসকলে মোক আদেশ দিছে, 'হেৰ শোধনক! বিচাৰ মণ্ডপলৈ গৈ আসনবোৰ সজাই পৰাই থোৱাগৈ। সেইবাবে বিচাৰ-মণ্ডপ সজাবলৈ ওলাইছোঁ। (ঘূৰি আৰু দেখি) এয়াই বিচাৰ-মণ্ডপ। ইয়াত প্ৰৱেশ কৰোঁ। (ভিতৰ সোমাই, চাফচিকুন কৰি আসন পাতি থৈ) বিচাৰ মণ্ডপটো জাৰি-জোকাৰি আঁতালোঁ আৰু আসনবোৰো যথাস্থানতে সজাই থলোঁ। এতিয়া বিচাৰপতিসকলক জনাওঁগৈ। (ঘূৰি, দেখা পাই) এই দুষ্ট আৰু খলুৱা লোক ৰজাৰ শ্যালক এই ফালে আহিছে। ই নেদেখাকৈয়ে যাওঁ গৈ। (একাষৰীয়াকৈ নিজানত থিয় দিয়ে)।

[ইয়াৰ পাছত উজ্বল সাজ-পাৰ পিন্ধি শকাৰে প্ৰৱেশ কৰে]

শকাৰ — মই (শকাৰে) পানীৰে স্নান কৰিলোঁ, যুৱতীসকলেৰেসৈতে উদ্যানত বহিলোঁ; সুসজ্জিত অঙ্গসমূহেৰে মই গৰ্ন্ধবৰ তুল্য।১

ক্ষণিকতে চুলিত গাঁথি বান্ধোঁ, ক্ষণিকতে জটা বান্ধোঁ, ক্ষণিকতে দীঘলীয়া চুলি, ক্ষণিকতে বেঁকা চুলি, ক্ষণিকতে মুক্তকেশ আৰু ক্ষণিকতে উৰ্ধচুড়া হৈ মই চিত্ৰ- বিচিত্ৰ বেশেৰে ৰজাৰ শ্যালক।২

তাৰোপৰি, বিষগ্ৰন্থিত সোমোৱা পোকৰ দৰে বাট বিচাৰি বিচাৰি শেষত বহল বাটকে পালোঁ। এতিয়া মই কুকীৰ্তিটো নো কাৰ কান্ধত জাপি দিওঁ? ওঁ মনত পৰিছে। দৰিদ্ৰ চাৰুদত্তৰ ওপৰত এই কুকীৰ্তিটো জাপি দিম। আনহাতে, সি হ'ল ছালচিগা ভিকহু। গতিকে তাৰ গাত সকলো ফলিয়াব। হ'ব বাৰু বিচাৰকমণ্ডপলৈ গৈ অভিযোগনামা লেখাওঁ। আগতে অভিযোগ পত্ৰ লেখাওঁ যে চাৰুদত্তই বসন্তসেনাক ডিঙিত চেপি মাৰিছে।পোনতে বিচাৰমণ্ডপলৈ যাওঁ গৈ। (পৰিক্ৰমণ কৰি আৰু দেখি) এয়ে সেই বিচাৰমণ্ডপ; ইয়াত প্ৰৱেশ কৰোঁহক। (প্ৰৱেশ কৰি, চাই) কি? এয়া যে আসনবোৰ সজোৱা আছে? বিচাৰপতিসকলে আহি পোৱালৈকে এই দুৱৰী থকা প্ৰাঙ্গনতে ক্ষন্তেকলৈ বহি অপেক্ষা কৰোঁ।

শোধনক — (আনফালে ঘূৰি, আগলৈ চাই) সৌৱা বিচাৰপতিসকল আহিছে। ওচৰলৈ যাওঁ।

[তাৰপাছত শ্ৰেষ্ঠি —কায়স্থ আদিৰে পৰিবৃত হৈ বিচাৰপতিসকলে প্ৰৱেশ কৰে।]

বিচাৰক — শ্ৰেষ্ঠী আৰু কায়স্থ ডাঙৰীয়া।

শ্ৰেষ্ঠী আৰু কায়স্থ — আদেশ কৰক আৰ্য।

বিচাৰক — ন্যায় বিচাৰ পৰাধীন হোৱা কাৰণে বাদী-প্ৰতিবাদীসকলৰ মনৰ ভাব জানি লোৱাটো বিচাৰকসকলৰ বাবে বৰ কঠিন কাম। কিয়নো — লোকসকলে (বাদী-বিবাদীসকলে) ন্যায়ৰপৰা আঁতৰি যোৱা কৰ্মবোৰ লুকাইৰাখি (বিচাৰৰ বাবে) অভিযোগসমূহ দাখিল কৰে। ৰাগৰ বশীভূত হৈ নিজৰ দোষবোৰ বিচাৰকৰ আগত নকয়। (স্ব)পক্ষ আৰু বিপক্ষৰদ্বাৰা পৰিবৰ্ধিত দোষে শেষত ৰজাকো স্পৰ্শ কৰে গৈ। (সেয়ে ন্যায় বিচাৰ কৰা অসম্ভৱ) সংক্ষেপতে ইয়াকে কব পাৰি যে বিচাৰকৰ গাতো দোষ দিয়া সহজ যেন হয়; তেওঁৰ গুণ বা কীৰ্তি দূৰতে থাকে।৩ আকৌ, ক্ৰুদ্ধ হৈ সঁচা কথা লুকাই থৈ বাদী-প্ৰতিবাদীয়ে অন্যায়পূৰ্ণ অসত্য অভিযোগ দাখিল কৰে। সজ্জনসকলে ও ন্যায়ালয়ত নিজৰ দোষৰ কথা নকয়। সেয়ে নিশ্চয় তেওঁলোকো নষ্টপ্ৰাপ্ত হয়। তেওঁলোকে স্বপক্ষ পৰপক্ষৰ দোষেৰে দূষিত হৈ পাপকৰ্ম কৰে। সংক্ষেপতে বিচাৰকৰ গাত অপবাদ দিয়াটোৱে সুলভ হয়, গুণ কৰবাতে (দূৰৈত) থাকে।৪

যিহেতু বিচাৰক নিশ্চয়কৈ —

শাস্ত্ৰজ্ঞ, প্ৰতাৰণা ধৰা পোলোৱাত কুশলী, সুবক্তা আৰু অক্ৰোধী হ'ব লাগে। তেওঁ শত্ৰুমিত্ৰ আৰু স্বজনৰ স্বৰূপ জানি বেগতে সিদ্ধান্ত দিবলৈ সক্ষম হ'ব লাগে। তেওঁ দুৰ্বলজনৰ পালক, আৰু ধূৰ্তজনৰ শাস্তিদাতা, ধৰ্ম বিষয়ত আস্থাশীল, বস্তুৰ প্ৰতি লোভহীন, সংশয়ত তত্ত্ব নিৰ্ণায়ক আৰু ৰজাৰ ক্ৰোধ দূৰ কৰিবলৈকো সক্ষম হ'ব লাগে।৫

শ্ৰেষ্ঠী আৰু কায়স্থ — যদি আৰ্য্যৰ 'গুণ'তো দোষ আছে বুলি লোকে কয়, তেন্তে চন্দ্ৰৰ পোহৰতো অন্ধকাৰ থকা বুলিব লাগিব।

বিচাৰক — ভদ্ৰ! শোধনক! বিচাৰমণ্ডপলৈ বাট দেখুৱা।

শোধনক — আহক, আহক, বিচাৰপতি মহাশয় আহক।

[এনেকৈ এপাক ঘূৰে ]

শোধনক — এয়া বিচাৰমণ্ডপ। বিচাৰপতি মহাশয়ে প্ৰৱেশ কৰক।

[আটায়ে প্ৰৱেশ কৰে ]

বিচাৰক — ভদ্ৰ শোধনক। বাহিৰ ওলাই জানি লোৱাচোন কোন কোন বিচাৰ প্ৰাৰ্থী আছে?

শোধনক — আৰ্য্যৰ যি আদেশ। (এপাক ঘূৰি) ডাঙৰীয়াসকল! বিচাৰকে জানিবলৈ বিচাৰিছে — 'বিচাৰ প্ৰাৰ্থী কোন কোন আছে?'

শকাৰ — (আনন্দ প্ৰকাশ কৰি) বিচাৰক পালেহি। (সগৰ্বে পৰিক্ৰমণ কৰি) মই প্ৰধান লোক, মনুষ্যৰূপ বাসুদেৱ, ৰাষ্ট্ৰীয় শ্যালক, ৰজাৰ শ্যালক ইয়াত বিচাৰ প্ৰাৰ্থী।

শোধনক - (ভয় খাই) হায়! পোনতে ৰাষ্ট্ৰীয় শ্যালক বিচাৰ প্ৰাৰ্থী হৈছে। বাৰু আৰ্য! এখন্তেক ৰ'ওক। মই বিচাৰকসকলক জনাওঁ! (ওচৰলৈ গৈ) আৰ্য্যসকল (ডাঙৰীয়াসকল) এয়া ৰাষ্ট্ৰীয় শ্যালকে ন্যায় বিচাৰ প্ৰাৰ্থী হৈ ওলাইছে।

বিচাৰক — কি? পোনতে ৰাষ্ট্ৰীয় শ্যালক বিচাৰ প্ৰাৰ্থী হৈছিহি। যেনেকৈ সূৰ্যোদয়ৰ সময়তে হোৱা সূৰ্যগ্ৰহণ কোনো মহাপুৰুষ বিনাশৰ সূচনা দিয়ে, শোধনক, আজি তেনেকৈ ন্যায় বিচাৰতো তেনে এক ব্যাকুলতা হ'ব। ভদ্ৰ! ওলাই গৈ তেওঁক কোৱা 'যোৱাগৈ, আজি তোমাৰ বিচাৰ চোৱা নহ'ব।'

শোধনক — আৰ্যই যি আদেশ কৰিছে। (ওলাই গৈ শকাৰৰ ওচৰ চাপি) ডাঙৰীয়া, বিচাৰকে কৈছে— 'আজি যোৱাগৈ, তোমাৰ বিচাৰ আজি চোৱা নহ'ব।'

শকাৰ — (খঙেৰে) কি মোৰ বিচাৰ চোৱা নহ'ব? যদিহে নেচায় ভগ্নীপতি ৰজা পালকক জনাই, ভগিনীক আৰু মাক জনাই এই বিচাৰকক আঁতৰাই অন্য বিচাৰকক নিযুক্তি দিয়াম।

শোধনক — ডাঙৰীয়া! ৰাষ্ট্ৰীয় শ্যালক! এখন্তেক ৰওক। কথাটো মই বিচাৰক — সকলক জনাওঁ। (বিচাৰকৰ ওচৰ চাপি) এয়া ৰাষ্ট্ৰীয়শ্যালকে খঙেৰে কৈছে।

বিচাৰক — এই মূৰ্খই সকলো কৰিবলৈ পাৰে। ভদ্ৰ! তেওঁক কোৱা, বোলে 'আহা তোমাৰ বিচাৰ চোৱা হ'ব।'

শোধনক — (শকাৰৰ ওচৰলৈ গৈ) বিচাৰকসকলে কৈছে, 'আহা, তোমাৰ বিচাৰৰ (আবেদন) চোৱা হ'ব। ডাঙৰীয়া ভিতৰলৈ আহক।'

শকাৰ — প্ৰথমে ক'লে, 'চোৱা নহ'ব', এতিয়া ক'লে চোৱা হ'ব। বিচাৰসকলে ভয়তে পেপুৱা লগা যেন পাওঁ। গতিকে মই যি কম, তাৰে তেওঁলোকক প্ৰত্যয় নিয়াম। বাৰু প্ৰৱেশ কৰোঁ। (প্ৰৱেশ কৰি, ওচৰ চাপি) আমাৰ সুখ হওক! আপোনালোককো সুখ দিম, নিদিবও পাৰোঁ।

বিচাৰক — (নিজকে নিজে) বিচাৰ প্ৰাৰ্থীৰ কি যে ধৃষ্টতা! (প্ৰকাশ কৰি) বহা।

শকাৰ — আঃ এয়াতো মোৰ নিজ ঠাই। সেইবাবে য'তেমন যায় ত'তে বহিম। (শ্ৰেষ্ঠীৰ প্ৰতি) এয়া বহিছোঁ। (শোধনকৰ প্ৰতি) হেৰা ইয়াতে বহিছো। এয়া বহিছো।

বিচাৰক — তুমি বিচাৰ প্ৰাৰ্থীনে?

শকাৰ — আৰু নো কি?

বিচাৰক — নিজৰ বিষয়টো কোৱা।

শকাৰ — কাণে কাণে কওঁ। এনেদৰে মই বিশাল কুকুৰৰ বংশত জন্মিছোঁ। ৰজাৰ শহুৰেক হৈছে মোৰ পিতা; ৰজা হৈছে পিতাৰ জোৱাই। মই ৰজাৰ শ্যালক আৰু ৰজা মোৰ ভনীৰ গিৰিয়েক।৬

বিচাৰক — সকলো জনা গৈছে।

কুলৰ প্ৰশংসা কৰিনো কি লাভ? চৰিত্ৰহে ইয়াত বিচাৰ্য্য বিষয়। ভাল উৰ্বৰা মাটিত কাঁইটীয়াগছ বেচিকৈহে বাঢ়ে।৭

সেয়ে নিজৰ বিচাৰ বিষয় কোৱা।

শকাৰ — এয়া কওঁ; কিবা অপৰাধ কৰিলেও মোৰ ভগ্নীপতিয়ে (ৰজা পালকে) একো দণ্ড নকৰে। সেয়ে এবাৰ মোৰ ওপৰত সন্তুষ্ট হৈ মোৰ ভগ্নীপতিয়ে বিলাস ক্ৰীড়া আৰু চোৱাচিতা কৰিবলৈ সমস্ত উদ্যানবোৰৰ ভিতৰত শ্ৰেষ্ঠ পুষ্পকৰণ্ডক নামে পুৰণি উদ্যানখন মোক দিছিল। আৰু তাত মই নিতৌ চোৱাচিতা কৰিবলৈ, শুকাবলৈ, শোধন কৰিবলৈ, বঢ়াবলৈ আৰু ফল-ফুল চিঙিবলৈ যাওঁ। তাত দৈবযোগত এটি নাৰীদেহ পৰি থকা দেখিলোঁ নে নাই।

বিচাৰক — সেয়া কোন নাৰীৰ শৱ জানানে?

শকাৰ — বিচাৰক ডাঙৰীয়া! তাক নাজানিব পাৰোঁনে? শত সুবৰ্ণ অলঙ্কাৰেৰে বিভূষিত এই নগৰীৰ শোভা স্বৰূপ সেই ৰমণীক নাজানিম নে মই? কোনো কুপুত্ৰই তুচ্চ সোণৰ (অৰ্থৰ) কাৰণে সেই জনশূন্য পুষ্পকৰণ্ডক নামে পুৰণি উদ্যানত সোমাই বাহুপাশেৰে বলাৎকাৰ কৰি বসন্তসেনাক মাৰিছে, পিছে মই নহয় (আধা কৈ মুখত হাত দিলে)।

বিচাৰক — অৰে! নগৰ ৰখীয়াসকলৰ কি যে অসাৱধানতা? হেৰি! শ্ৰেষ্ঠী আৰু কায়স্থ। 'মই মাৰা নাই' বোলা এই বিচাৰ্য পদশ্ৰেণী প্ৰথমতে লিখক।

কায়স্থ — আৰ্যই যি আদেশ কৰিছে। (তাক কৰি) আৰ্য লিখা হ'ল।

শকাৰ — (নিজকে নিজে) খোজনীয়াই লৰালৰিকৈ তপত পায়স খাবলৈ গৈ যিদৰে সৰ্বনাশ মাতি আনে ময়ো তেনেকৈ মোৰ সৰ্বনাশ মাতি আনিলোঁ। বাৰু এনে দৰে কওঁ। (প্ৰকাশ কৰি) হে বিচাৰকসকল! মই কবলৈ বিচাৰিছিলোঁ যে 'মই দেখিছোঁ।' তাকে কোলাহল কৰি লাভ কি? (আগতে যি (কায়স্থই) লিখিছিল, তাক ভৰিৰে মোহাৰি পেলালে)।

বিচাৰক — তুমি কেনেকৈ জানিলা যে কেৱল অৰ্থৰ কাৰণে বাহুপাশেৰে তেওঁক মাৰিলে?

শকাৰ — হোহো। অলংকাৰ শূন্য হোৱাৰপৰা, ডিঙিত হাৰ নথকাৰপৰা আৰু অন্যান্য আভূষণ পিন্ধা অঙ্গবোৰ আভূষণ শূন্য হৈ থকাৰপৰা এনেকৈ ভাবিছোঁ।

শ্ৰেষ্ঠী আৰু কায়স্থ — সেইটো হ'ব পাৰে।

শকাৰ — (নিজকে নিজে) ভাগ্যক্ৰমে আকৌ জীৱন ঘূৰাই পালোঁ। কি যে আনন্দ!

শ্ৰেষ্ঠী আৰু কায়স্থ — হেৰা! বিচাৰে কাক অৱলম্বন কৰিব?

বিচাৰক — ইয়াত দুই প্ৰকাৰ বিচাৰ হ'ব পাৰে।

শ্ৰেষ্ঠী আৰু কায়স্থ — কেনেকুৱা বাৰু?

বিচাৰক — বাক্য অনুসৰি আৰু অৰ্থ অনুসৰি। (বাদী-প্ৰতিবাদীৰ সাক্ষ্য অনুসৰি আৰু বাস্তৱিক তথ্যৰ ভেটি কৰি)। যিটো বাক্য অনুসৰি হয়, যি বাদী

আৰু প্ৰতিবাদীৰ (যুক্তি তৰ্কৰ) অৰ্থ অনুসৰি হয়! ন্যায় বিচাৰকৰ নিজা বিচাৰ-বুদ্ধিৰে বিচাৰ নিৰ্ণিত হ'লে সেয়া অৰ্থানুসৰি হোৱা হয়।

শ্ৰেষ্ঠী আৰু কায়স্থ — তেনেহ'লে বসন্তসেনাৰ মাকক অবলম্বন কৰি এই বিচাৰ হ'ব।

বিচাৰক — এইটো তেনেই হ'ব। ভদ্ৰ শোধনক! উদ্বিগ্ন নকৰাকৈ বসন্তসেনাৰ মাকক মাতি আনা।

শোধনক — সেয়ে হওক। (ওলাই গৈ বসন্তসেনাৰ মাকৰসৈতে প্ৰৱেশ কৰি) আহক, আইদেউ (আৰ্য্যা) আহক।

বৃদ্ধা — মোৰ ছোৱালী বসন্তসেনাই নিজৰ যৌৱন উপভোগ কৰিবলৈ মিত্ৰ (চাৰুদত্তৰ) ঘৰলৈ গৈছে। এতিয়া এই দীৰ্ঘজীৱীজনে মোক গৈ কৈছে 'আহক, ন্যায় বিচাৰকে মাতিছে। সেইবাবে মই নিজকে মোহত অভিভূত হোৱা যেন পাইছোঁ। মোৰ অন্তৰখন কঁপিছে। ডাঙৰীয়া, বিচাৰৰ ঠাইলৈ (ন্যায়ালয়লৈ) মোক বাট দেখুৱা।

শোধনক — আহক, আইদেউ, আহক।

[দুয়ো পৰিক্ৰমণ কৰি]

শোধনক — এয়া বিচাৰ মণ্ডপ। ইয়াত প্ৰৱেশ কৰক।

[দুয়ো প্ৰৱেশ কৰে]

বৃদ্ধা — (ওচৰ চাপি) মনানীয়সকলৰ সুখ-সন্তোষ হওক।

বিচাৰক — ভদ্ৰমালহিলাক স্বাগতম জনাইছোঁ। বহক।

বৃদ্ধা — বাৰু হ'ব। (বহে)।

শকাৰ — (আক্ষেপ কৰি) আহিল! কুটুনী বুঢ়ী আহিল।

বিচাৰক — আপুনি বসন্তসেনাৰ মাতৃ হ'বলা?

বৃদ্ধা — হয় (অন্য কি?)।

বিচাৰক — বাৰু এতিয়া বসন্তসেনা কলৈ গৈছে?

বৃদ্ধা — মিত্ৰৰ ঘৰলৈ।

বিচাৰক — মিত্ৰজনৰ কি নাম বা?

বৃদ্ধা — (নিজে নিজে) হায় ধিক্! হায় ধিক্! এয়া বৰ লাজৰ কথা। (প্ৰকাশ কৰি) এয়াতো সাধাৰণ লোকে সুধিবলগীয়া কথা। বিচাৰকে সুধিবলগীয়া নহয়।

বিচাৰক — লাজ নকৰিব। 'বিচাৰ-ব্যৱস্থাই' আপোনাক সুধিছে।

শ্ৰেষ্ঠী আৰু কায়স্থ — 'বিচাৰ-ব্যৱস্থাই হে সুধিছে। ইয়াত দোষ নাই। কওক।

বৃদ্ধা — কি? বিচাৰ-ব্যৱস্থা? যদি সেয়ে হয় শুনক মাননীয়সকল! তেওঁ প্ৰকৃততে বিনয় দত্তৰ নাতিয়েক, সাগৰ দত্তৰ পুত্ৰ! স্বনামধন্য চাৰুদত্ত। তেওঁ সাউদপাৰাত (শ্ৰেষ্ঠি চত্বৰত) থাকে। তাতে মোৰ ছোৱালীয়ে যৌৱন সুখ অনুভৱ কৰিছে।

শকাৰ — ডাঙৰীসকলে শুনিলে নে? এইখিনি কথা লিখক। মোৰ বিবাদ চাৰুদত্তৰসৈতে হে।

শ্ৰেষ্ঠী আৰু কায়স্থ — চাৰুদত্ত (বসন্তসেনাৰ) মিত্ৰ। ইয়াত কোনো দোষ নাই।

বিচাৰক — এই বিচাৰ ব্যৱস্থা চাৰুদত্তক আশ্ৰয় কৰি হব।

শ্ৰেষ্ঠী আৰু কায়স্থ — এনে হওক বাৰু।

বিচাৰক — ধনদত্ত। 'বসন্তসেনা আৰ্য চাৰুদত্তৰ ঘৰলৈ গৈছে' এয়া বিচাৰৰ প্ৰথমচৰণ লিখক। কিয়নো। আৰ্য চাৰুদত্তকো আমি মাতিব লাগিব। অথবা 'বিচাৰ-ব্যৱস্থাই' তেওঁক মাতিছে। ভদ্ৰ শোধনক। যোৱা। 'বিচাৰকে আপোনাক দেখা কৰিবলৈ খোজে' — বুলিকৈ স্বেচ্ছাপূৰ্বক, বিনাভয়ে, উদ্বিগ্ন নকৰাকৈ সমাদৰ কৰি চাৰুদত্তক আমাৰ ওচৰলৈ আহিবলৈ প্ৰস্তাৱ দিয়াগৈ।

শোধনক — আৰ্যই যেনে আদেশ কৰিছে। (ওলাই গৈ, চাৰুদত্তৰ সৈতে প্ৰৱেশ কৰি) আৰ্য! আহক আহক।

চাৰুদত্ত — (চিন্তা কৰি) ৰজাই মোৰ স্বভাৱ চৰিত্ৰ আৰু বংশ মৰ্য্যাদাৰ কথা জানিও মোক মতাত মোৰ মনত এনে লাগিছে যে মোৰ এই দুৰৱস্থাত তেওঁ মোৰ প্ৰতি আশঙ্কা কৰে।৮

[যুক্তি তৰ্ক মনতে কৰি]

আৰ্যকে বন্ধনৰপৰা মুক্ত হৈ বাটত গৈ থকা অৱস্থাত মোৰ ঘৰ ওচৰ পোৱাত মোৰ গাড়ীত তুলি তেওঁক অন্য ঠাইলৈ পঠিয়াইছোঁ বুলি কোনো চোৰাংচোৱাই ৰজাৰ কাণত পেলাইছে বাবে হয়তো মই অভিযুক্ত হৈ (বিচাৰালয়লৈ) যাবলগীয়া হৈছোঁ।৯

অথবা এনে বিচাৰ-বিতৰ্কেৰে কি লাভ? বিচাৰমণ্ডপলৈ যাওঁচোন। ভদ্ৰ! শোধনক! বিচাৰমণ্ডপলৈ বাট দেখুৱা।

শোধনক — আহক আর্য আহক! (এই বুলি পৰিক্ৰমণ কৰে)

চাৰুদত্ত — (শঙ্কা কৰি) আৰু নো অন্য কি হ'ব পাৰে?

এই কাউৰীটোৱে বৰ কৰ্কশ মাত মাতিছে, অমাত্যৰ ভৃত্যয়ো বাৰে বাৰে আৱাহন কৰিছে। (তাতে আকৌ) মোৰ বাওঁ চকুটোও জোৰেৰে নাচিছে। এই অশুভসূচক চিনবোৰে মোক বৰকৈ কষ্ট দিছে।১০

শোধনক — আহক আহক আৰ্য, স্বেচ্ছাই, বিনাদ্বিধাই আহক।

চাৰুদত্ত — (পৰিক্ৰমা কৰি আগলৈ চাহ) সূৰ্যৰ ফালে মুখ কৰি শুকান গছৰ ওপৰত বহি থকা কাউৰীয়ে তাৰ ভয়ানক বাওঁ চকুটো নিঃসন্দেহে মোৰ প্ৰতিয়েই প্ৰেৰিত কৰিছে।১১

(আকৌ আনফালে চাই) অৰে! এয়া কি সাপ?

চূৰ্ণিল নীল অঞ্জনৰ দৰে আভাসম্পন্ন, দীঘল জিভা লেউলেউ কৰি বগা চাৰি দাঁতেৰ মোৰ বাটটো বিয়পি পৰি (বাট আগুৰি) এই বিশাল সাপটোৱে ক্ৰোধতে বতাহেৰে পেট ফুলাই কুণ্ডলি পকাই মোৰ ওপৰত দৃষ্টি পেলাই এই ফালেই যেন আহি আছে।১২

আৰু এয়া —

মাটি তিতা নহয় অথচ মাটিত দিয়া মোৰ খোজ পিছলিছে, বাওঁ চকুটো নাচিছে, বাৰে বাৰে বাওঁ বাহুটোও কঁপিছে। আকৌ ইফালে অনেকবোৰ চৰায়ে কেলকেলাইছে। এই সকলোবোৰ যেন ভয়ানক মৃত্যুৰ সূচনাহে দিছে। তাত মোৰ অকণো সন্দেহ নাই।১৩

(অৱশ্যে) দেৱতাসকলে সকলো প্ৰকাৰে মঙ্গল কৰক (এয়ে আশা)।

শোধনক — আহক, আহক আৰ্য। এয়া বিচাৰমণ্ডপ। প্ৰৱেশ কৰক।

চাৰুদত্ত — (প্ৰৱেশ কৰি চাৰিওফালে চাই) অ' বিচাৰালয়ৰ এয়া কি পৰম শোভা! কিয়নো ইয়াত — (এয়া যেন এক সাগৰ) ইয়াত ৰাজ্য বিষয়ক চিন্তাত সংলগ্ন মন্ত্ৰী জনাৰ সদৃশ, য'ত দূত সকলে ঢৌ আৰু শঙ্খৰ দৰে আকুল হৈ আছে, য'ত প্ৰান্তৰত থকা গুপ্তচৰসকল মগৰ আৰু ঘৰিয়ালৰ তুল্য, য'ত হাতী আৰু ঘোঁৰাবোৰ গ্ৰাহ আদি জলচৰ জীৱৰ দৰে প্ৰতীয়মান, যত বিবিধ প্ৰকাৰৰ বাদী বিবাদীসকল বগলিৰ দৰে আছে, য'ত কায়স্থজন সাপৰ দৰে কুটিল যেন লগা হৈছে আৰু য'ত

তটভূমি দণ্ডবিধিত নিমগ্ন হৈছে, সেয়ে এই বিচাৰমণ্ডপ হিংসাত্মক আচৰণৰসৈতে সমূদ্ৰ যেন লগা হৈছে।১৪

হওক বাৰু। (এই বুলি প্ৰৱেশ কৰোঁতে মূৰত আঘাত পোৱাৰ অভিনয় কৰি) এয়া কি অন্য এক অশুভ লক্ষণ।

এয়া বাওঁ চকুটো নাচিছে, কাউৰীয়েও কাকা কৰিছে। সাপে বাট আগুৰিছে। দেৱতাই আমাৰ মঙ্গল কৰক।১৫

বাৰু (বিচাৰালয়ত) প্ৰৱেশ কৰোঁ। (প্ৰৱেশ কৰে)

বিচাৰক — এয়া সৌজন চাৰুদত্ত। যিজন —

ওখ নাক আৰু অপাঙ্গ দীৰ্ঘ বিশাল চকুযুক্ত মুখ বিশিষ্ট। এই মুখ নিশ্চয় কেতিয়াও অকাৰণতে দূষণৰ আৱাস হ'ব নোৱাৰে। হাতী, গৰু, ঘোঁৰা, আৰু মানুহৰ মাজত সু-আকৃতিয়ে কেতিয়াও সুচৰিত্ৰৰ বিৰোধী নহয়।১৬

চাৰুদত্ত - হে বিচাৰকসকল আপোনালোকৰ মঙ্গল হওক। হে বিচাৰত নিযুক্ত-সকল আপোনালোকৰ চাগৈ ভাল?

বিচাৰক — (সংভ্ৰমৰসৈতে) আৰ্য স্বাগতম। ভদ্ৰ শোধনক। আৰ্যক আসন আনি দিয়া।

শোধনক — (আসন আনি) এয়া আসন। ইয়াত বহক আৰ্য। (চাৰুদত্ত বহে)

শকাৰ — (খঙেৰে) আহিছ। হেৰ স্ত্ৰীঘাতক। আহিছ! কিযে ন্যায়িক ব্যৱস্থা, কিযে ধৰ্মীয় আচাৰ! নাৰীহত্যাকাৰীক ৰহিবলৈ আসন দিছে। বোলো দিয়া, দিয়া।

বিচাৰক — আৰ্য চাৰুদত্ত! এই আৰ্যাৰ জীয়েকৰসৈতে আপোনাৰ কোনো প্ৰকাৰ আসক্তি, প্ৰণয় বা প্ৰীতি আছে নেকি?

চাৰুদত্ত — কাৰ?

বিচাৰক — এখেতৰ। (বসন্তসেনাৰ মাকলৈ আঙুলিয়ায়)

চাৰুদত্ত — (উঠি) আৰ্যা! নমস্কাৰ লব।

বৃদ্ধা — বোপাই! চিৰকালজীয়াই থাকা। (নিজক নিজে) এয়ে সেই চাৰুদত্ত। নিশ্চয়কৈ মোৰ ছোৱালীয়ে তাইৰ যৌৱন উচিত জনৰ হাততে আৰ্পণ কৰিছে।

বিচাৰক — আৰ্য! গনিকা আপোনাৰ মিত্ৰ নে?

[চাৰুদত্তই লজ্জা অভিনয় কৰে]

শকাৰ — নিজে তেওঁক ধনৰ কাৰণে হত্যা কৰি এতিয়া কুকাম কৰাৰ লাজতে বা ভীৰুতাৰ কাৰণে তাক লুকাবলৈ যত্ন কৰিছে। কিন্তু ৰজাই লুকাবলৈ নিদিব।১৭

শ্ৰেষ্ঠি আৰু কায়স্থ — আৰ্য চাৰুদত্ত! কওক। লাজ নকৰিবা। এয়া বিচাৰ ব্যৱস্থা যে।

চাৰুদত্ত — (লাজ কৰি) হে বিচাৰকমণ্ডলি! এজনী গণিকা মোৰ মিত্ৰ— এই কথা মই কিদৰে প্ৰকাশ কৰোঁ? অথবা এই ক্ষেত্ৰত যৌৱনেই অপৰাধী, চৰিত্ৰ নহয়।

বিচাৰক — এই বিচাৰ-ব্যৱস্থা বিঘিনিপূৰ্ণ। অন্তৰত থকা লজ্জা ত্যাগ কৰক। সঁচা কওক। পলম নকৰিবা। ছল-চাতুৰ্য ইয়াত গ্ৰহণযোগ্য নহয়।১৮ লাজ কৰি লাভ নাই। বিচাৰ-ব্যৱস্থাই প্ৰশ্ন কৰিছে।

চাৰুদত্ত — হে বিচাৰক ডাঙৰীয়া, কাৰসৈতে মোৰ এই বিচাৰ বিবাদ।

শকাৰ — (গৰ্বেৰে) হেৰা। মোৰসৈতে বিচাৰ-ব্যৱস্থা।

চাৰুদত্ত — আপোনাৰসৈতে মোৰ বিচাৰ-বিবাদ দুঃসহ হ'ব।

শকাৰ — হেৰ নাৰীহত্যাকাৰী! তেনেজনী ৰত্নালংকাৰ বিভূষিতা বসন্তসেনাক মাৰি সম্প্ৰতি কপটীয়াহে কপট-আচৰণকাৰী তই (নিজ দোষ) লুকাবলৈ খুজিছ।

চাৰুদত্ত — আপুনি অসঙ্গত কথা কৈছে।

বিচাৰক — আৰ্য চাৰুদত্ত! ইয়াৰ প্ৰয়োজন নাই। সঁচা কথা কওক। গণিকা আপোনাৰ মিত্ৰ নে?

চাৰুদত্ত — এয়া তেনে।

বিচাৰক — আৰ্য! বসন্তসেনা ক'ত?

চাৰুদত্ত — ঘৰলৈ গৈছে।

শ্ৰেষ্ঠী আৰু কায়স্থ—কেনেকৈ গৈছে? কেতিয়া গৈছে? তেওঁৰসৈতে আৰু কোন গৈছে?

চাৰুদত্ত — (নিজে নিজে) গুপুতৰূপে যোৱা বুলি কম নে?

শ্ৰেষ্ঠী আৰু কায়স্থ — আৰ্য কওক।

চাৰুদত্ত — ঘৰলৈ গৈছে। তাতকৈ আন কি কম?

শকাৰ — এওঁ মোৰ পুষ্পকৰণ্ডক নামে পুৰণি উদ্যানত সোমাই অৰ্থৰ কাৰণে বাহুপাশেৰে বলাৎকাৰ কৰি মাৰিছে। হেৰ! সম্প্ৰতি কৈছে যে ঘৰলৈ গৈছে।

চাৰুদত্ত — আঃ অপ্ৰাসঙ্গিক কথা কওঁতাজন! মিছা এয়া।

কাৰণ, মেঘৰ পানীৰে আপুনি সম্পূৰ্ণ তিতা নাই যদিও নীলকণ্ঠ চৰাইৰ পাখিৰ দৰে আপোনাৰ কলামুখ আৰু কলা হৈ পৰিছে। আৰু হেমন্ত ঋতুৰ কমলদৰে আপোনাৰ মুখ কান্তিহীন হৈ পৰিছে।১৯

বিচাৰক — (একাষৰীয়াকৈ) চাৰুদত্তৰ গাত দোষ দেখুৱাটো পৰ্বতৰাজ হিমালয়ক ওজন কৰাৰ দৰে, সাগৰ লঙঘন কৰাৰ দৰে আৰু (হাতেৰে) জুইক ধৰাৰ দৰে অসম্ভৱ।২০

(প্ৰকাশ কৰি) এখেত আৰ্য চাৰুদত্ত! এখেতে এনে কুকাৰ্য কেনেকৈ কৰিব? (ঘোনা উন্নত আদি (৯/১৬) শ্লোক পাঠ কৰে)।

শকাৰ — কি পক্ষপাতিত্ব কৰি ন্যায় বিচাৰ কৰা যায় নে?

বিচাৰক — আতঁৰ হ মূৰ্খ!

নীচ হৈ (প্ৰাকৃতভাষী হৈ) তুমি বেদৰ অৰ্থ ক'বলৈ গৈছা, অথচ তোমাৰ জিহবা সুলকি পৰা নাই; দুপৰীয়াৰ সূৰ্যৰ ফালে চাবলৈ গৈছা অথচ তোমাৰ দৃষ্টি বিচলিত হোৱা নাই, জ্বলা জুইত হাত সুমুৱাই দিছা, তথাপি তোমাৰ হাত দগ্ধ হোৱা নাই; চাৰুদত্তৰ সুনাম নষ্ট কৰিবলৈ গৈছা; তথাপি পৃথিৱীয়ে তোমাৰ দেহ গ্ৰাস কৰা নাই।২১ আৰ্য চাৰুদত্তই কিদৰে অকাৰ্য কৰিব?

যিজনে সমুদ্ৰৰ জলৰ প্ৰচুৰতাক মাত্ৰ অৱশিষ্ট ৰাখিছে, যিজনে নিজৰ বাবে নৰখাকৈয়ে সকলো ধন দান কৰিছে, সেই মঙ্গলৰ অদ্বিতীয় আধাৰ (আশ্ৰয়) মহাত্মা চাৰুদত্তই অৰ্থৰ বাবে এনে কৰিবনে যিটো নীচজনে কৰাহে সম্ভৱ।২২

শকাৰ — এয়া কি পক্ষপাতপূৰ্ণ বিচাৰ হৈ আছে?

বৃদ্ধা — হতভগা! যিজন (চাৰুদত্তই) নাম কৰি সুবৰ্ণ ভাণ্ড ৰাতি চোৰে অপহৰণ কৰি নিয়াত চাৰিও সাগৰৰ সাৰভূতা যেন ৰত্নাৱলী হাৰ দিছে তেওঁ এতিয়া অৰ্থৰ লোভত পৰি এই কুকাৰ্য কৰিবনে? হায় বাচা, হায়! আহ মোৰ পুত্ৰী।

বিচাৰক — আৰ্য চাৰুদত্ত! তেওঁ বাৰু খোজকাঢ়ি গৈছিল নে কি? নে গাড়ীত উঠি গ'ল?

চাৰুদত্ত — তেওঁ মোৰ সমুখত যোৱা নাছিল। সেয়ে তেওঁ গাড়ীৰে গ'ল নে খোজ কাঢ়ি গ'ল মই নেজানো।

[ ক্রোধেৰে প্ৰৱেশ কৰি ]

বীৰক — (চন্দনকৰ) পাদ প্ৰহাৰৰ অপমানেৰে উৎপন্ন তীব্ৰ বৈৰিতাৰ কথা অনুশোচনা কৰি কেনেবাকৈ ৰাতিটো কাটি গ'ল। ২৩

এতিয়া বিচাৰমণ্ডপত প্ৰৱেশ কৰোঁ।

[প্ৰৱেশ কৰি]

বীৰক — ডাঙৰীয়াসকলৰ সুখ হওক।

বিচাৰক — অ' এয়াচোন নগৰৰক্ষাধিকৰ্তা বীৰক। বীৰক! ইয়ালৈ অহাৰ প্ৰয়োজন কি?

বীৰক — আৰ্যকে শিকলি চিঙি পলোৱাৰ পাছত যি হৈচৈ হ'ল তাৰ মাজতে তেওঁক বিচাৰি বিচাৰি এখন আৱৰণ থকা গাড়ী যোৱা দেখি মই সন্দেহ কৰি 'তুমি গাড়ীখন চালেও ময়ো গাড়ীখন চাওঁ'— এই কথা কোৱা মাত্ৰকে চন্দনকে (পালি সেনাপতিয়ে) মোক লাঠি শোধাইছে। এই কথা শুনি আপোনালোক মান্যসকলে বিচাৰ কৰক।

বিচাৰক — ভদ্ৰ! সেই গাড়ীখন কাৰ আছিল তাক জানা নে?

বীৰক — এই চাৰুদত্তৰ আছিল। গাড়ীৰ চালকজনে কৈছিল যে, 'গাড়ীত বসন্তসেনা উঠি আছে আৰু তেওঁক পুষ্পকৰণ্ডক নামে পুৰণি উদ্যানলৈ নিয়া হৈছে।

শকাৰ — আপোনালোকে একে কথা শুনিলে।

বিচাৰক — নিৰ্মল জোনৰ পোহৰ দিয়া চন্দ্ৰ ৰাহুকবলত পৰিল। পাৰ ভাঙি যোৱাত নিৰ্মল পানী কলুষিত হল।২৪

বীৰক তোমাৰ অভিযোগৰ ন্যায় বিচাৰ আমি পাছত কৰিম। বিচাৰালয়ৰ সমুখত ৰৈ থকা ঘোঁৰাত উঠি পুষ্পকৰণ্ডক উদ্যানলৈ গৈ তাত কোনো মৃতক স্ত্রীৰ শ আছেনে চাই আহা।

বীৰক — আৰ্যই যি আদেশ কৰিছে। (ওলাই গৈ, আকৌ প্ৰৱেশ কৰে) ডাঙৰীয়া মই তালৈ গৈছিলো। তাত মই কোনো এক নাৰীৰ শৱ হিংস্ৰক পশুৱে খাই শেষ কৰা দেখিলোঁ।

শ্ৰেষ্ঠী আৰু কায়স্থ — তুমি কেনেকৈ জানিলা যে সেয়া তিৰোতাৰ দেহ?

বীৰক — বাকী থকা কেশপাশ, হাত আৰু ভৰিৰপৰা বুজিলোঁ।

বিচাৰক — অঃ লোকব্যৱহাৰৰ বিষমতাক ধিক্কাৰ।
যিমানে নৈপুণ্যৰে বিচাৰ কৰিবলৈ গৈছোঁ সিমানেই সংকট বঢ়া দেখিছোঁ। ব্যৱহাৰৰ-নীতিবোৰ সুস্পষ্ট। বোকাত পৰা গৰুৰ দৰে মোৰ বুদ্ধিও অৱসন্ন হৈ পৰিছে।২৫

চাৰুদত্ত — (নিজৰ মনতে) প্ৰথমে ফুল ফুলাৰ সময়ত যিদৰে মউমাখিবোৰ একেলগে ফুলত পৰেহি, তেনেদৰে মানুহৰ বিপৎকালৰ সময়তো ছিদ্ৰৰ মাজেৰে অনৰ্থবোৰ অনেক গুণে বাঢ়ে।২৬

বিচাৰক — আৰ্য চাৰুদত্ত, সঁচাকথা কওক।

চাৰুদত্ত — ইয়াত (ন্যায়ালয়ত) দুষ্টাত্মা, পৰগুণত ঈৰ্ষান্বিত লোক, ৰাগান্ধ, আনক মাৰিবলৈ খোজোঁতে লোকে জন্মদোষত যদি মিছা কথাও কয় সিও কি গ্ৰহণযোগ্য হয়? তেনে কথাৰ বিচাৰ কৰা ন হয় নে?২৭
আকৌ, মই যিজনে কুসুমিত লতাক ফুল চিঙিবলৈ আজুৰিও ফুল নিচিঙোঁ, মই সিজনে ভোমোৰাৰ পক্ষৰ দৰে বৰ্ণ বিশিষ্ট সুদীৰ্ঘ কেশ আকৰ্ষণ কৰি কান্দোনৰতা নাৰীক হত্যা কৰিবলৈ পাৰোঁনে?২৮

শকাৰ — হে বিচাৰকমণ্ডলী! আপোনালোকে পক্ষপাত কৰি বিচাৰ কৰিছে নেকি যে এতিয়াও হতভাগা চাৰুদত্তক এই আসনত বহুৱাই ৰাখিব।

বিচাৰক — ভদ্ৰ শোধনক এনেখন কৰা।

[শোধনকে তাকে কৰে]

চাৰুদত্ত — বিচাৰ কৰক, বিচাৰকসকল, সজ বিচাৰ কৰক। (আসন ত্যাগ কৰি কৰি মাটিত বহে)।

শকাৰ — (নিজে মনতে। আনন্দতে নাচি) আঃ ইয়াৰ দ্বাৰা মই কৰা পাপ আনৰ মূৰত পৰিল গৈ। চাৰুদত্ত য'ত বহিছিল এতিয়া তাত মই বহোঁ। (তাকে কৰি) চাৰুদত্ত! মোক চোৱা, মোক চোৱা। তেনেহলে কোৱা 'মই মাৰিছোঁ, মই মাৰিছোঁ।'

চাৰুদত্ত — হে বিচাৰকসকল! (দুষ্টাত্মা ইত্যাদি (৯/২) শ্লোক পাঠ কৰে। দীঘলীয়া নিশ্বাস পেলাই নিজে মনতে) মৈত্ৰেয়! এয়া কি হ'ল? আজি মোৰ সৰ্বনাশ উপস্থিত হল। সুনিৰ্মল ব্ৰাহ্মণ কুলত ওপজা ব্ৰাহ্মণী! হায়

ৰোহসেন! মোৰ বিপদ তুমি তো দেখা নাই? তুমি হয়তো মিছা খেল লৈয়েই ব্যস্ত আছা।২৯

মই তেওঁৰ (বসন্তসেনাৰ) খবৰ জানিবলৈ আৰু তেওঁ (ৰোহসেনক) দিয়া সোণৰ অলংকাৰবোৰ ঘূৰাই দিবলৈ বসন্তসেনাৰ ওচৰলৈ মৈত্ৰেয়ক পঠিয়াইছিলোঁ। কিয় জানো তেওঁ দেৰি কৰিছে।

[তাৰ পাছত অলংকাৰ লৈ বিদূষকৰ প্ৰৱেশ]

বিদূষক — আৰ্য চাৰুদত্তই অলংকাৰ দি মোক বসন্তসেনাৰ ওচৰলৈ পঠিয়াইছে; (আৰু কৈছিল) যে আৰ্য মৈত্ৰেয়, বসন্তসেনাই বৎস ৰোহসেনক নিজৰ অলংকাৰেৰে বিভূষিত কৰি মাকৰ ওচৰলৈ পঠিয়াইছিল। বসন্তসেনাক অলংকাৰবোৰ দিবহে লাগে, তেওঁৰপৰা ঘূৰাই লবলৈ নালাগে, গতিকে তেওঁক ঘূৰাই দিয়া।' সেইবাবে মই এতিয়া বসন্তসেনাৰ ওচৰলৈ গৈ আছোঁ। (পৰিক্ৰমণ কৰি দেখা পাই, আকাশত) কি বন্ধু ৰেভিল, তোমাক কিয় ইমান উদ্বিগ্ন যেন দেখিছোঁ? (শুনি-কাণ-দি) কি কৈছা?— প্ৰিয়বন্ধু চাৰুদত্তক বিচাৰ মণ্ডপলৈ মাতি নিছে, তেনেহ'লে এয়াতো এলাপেছা কাৰ্যও নহয় নিশ্চয়। (চিন্তা কৰি) তেনেহ'লে বসন্তসেনাৰ ওচৰলৈ পাছত যাম, আগতে বিচাৰমণ্ডপলৈ যাওঁ। (পৰিক্ৰমণ কৰি, চাই) এয়াই বিচাৰমণ্ডপ! বাৰু ইয়াত প্ৰৱেশ কৰোঁ। (প্ৰৱেশ কৰি) বিচাৰপতি সকলৰ কল্যাণ হওক। মোৰ প্ৰিয়বন্ধু ক'ত?

বিচাৰক — এয়াচোন বহি আছে।

বিদূষক — বন্ধু! আপনাৰ কল্যাণ হওক।

চাৰুদত্ত — হ'বগৈ।

বিদূষক — তোমাৰ কুশল নে?

চাৰুদত্ত — সেয়াও হ'বগৈ।

বিদূষক — হেৰি বন্ধু! কি কাৰণে আপোনাক উদ্বিগ্ন যেন দেখিছোঁ? আপোনাক কিয় ইয়ালৈ মাতিছে?

চাৰুদত্ত — বন্ধু! পৰলোকৰ কথা নাজানা আৰু নিষ্ঠুৰ মই এজনী নাৰীক, (বৰঞ্চ কোৱা যে) স্বয়ং ৰতিদেৱীক ....... বাকী অংশ এওঁ (শকাৰে) ক'ব।৩০

বিদূষক — কি? কি?

চাৰুদত্ত — (কাণৰ কাষত) এনে এনে।

বিদূষক — কোনে এনেকৈ কৈছে?

চাৰুদত্ত — (সঙ্কেতেৰে শকাৰক দেখুৱায়) এই বেচেৰাই নিমিত্তমাত্র হৈ কৈছে; (বাস্তৱিকতে) যমৰজাই মোক কৈছে।

বিদূষক — (একাষৰীয়াকৈ) তেওঁ ঘৰৰলৈ গৈছে বুলি নকলে কিয়!

চাৰুদত্ত — কোৱা হৈছে যদিও অৱস্থাৰ দোষত গৃহীত হোৱা নাই।

বিদূষত — হে ডাঙৰীয়াসকল! যিজনে উপনগৰ-নির্মাণ, বৌদ্ধ-বিহাৰ, উদ্যান, মন্দিৰ, পুখুৰী, কুৱা আৰু যজ্ঞ-স্তম্ভ নির্মাণ আদিৰে উজ্জয়িনী নগৰ অলংকৃত কৰিছে, সিজন ধনহীন হৈ পৰি তুচ্ছ ধনৰ কাৰণে এনেকৈ অকার্য কৰিব নে? (ক্রোধ কৰি) হেৰ কুমাৰীৰ পো! ৰজাৰ শ্যালক সংস্থানক! উচ্ছৃঙ্খল, লোকৰ অপকাৰ কৰোঁতা, (লোকক কৰা দোষৰ ভাণ্ডাৰ), অনেক অলংকাৰেৰে বিভূষিত বান্দৰ, এতিয়া ক ক মোৰ সমুখত ক। এতিয়াও মোৰ যিজন প্রিয় বন্ধুৱে প্রস্ফুটিত মাধৱীফুলৰ লতা আজুৰি ফুল এটা নিচিঙে, জানোচা আজুৰিলে পাত সৰে (এই বুলি ভাবি) তেওঁ কেনেকৈ লোকবিৰুদ্ধ কুকার্যবোৰ কৰিবলৈ পাৰিব? — থিয় দে থিয় দে হেৰ কুট্টিনীৰ পুত্র থিয় দে! মই তোৰ হৃদয়ৰ দৰে কুটিল এই কাঠৰ লাঠিৰে তোৰ মূৰটো শতখণ্ড কৰি ভাঙোঁ।

শকাৰ — শুনক! মাননীয় ভদ্রমণ্ডলী শুনক। মোৰ বিবাদ আৰু বিচাৰ-ব্যৱস্থা চাৰুদত্তৰ সৈতে জড়িত। তেনেহ'লে এই কাউৰী ঠেঙৰ দৰে মূৰ থকা এই লোকজন কি কাৰণে মোৰ মূৰ এশখণ্ড কৰি ডাঙিবলৈ খোজে। সেইটো নহ'ব, হেৰ বেটা দাসীৰ পো দুষ্ট বটুক! (বিদূষকে কাঠৰ লাঠি দাঙি পূর্বৰ কথা পুনৰাবৃত্তি কৰে। শকাৰে খণ্ডেৰে উঠে বিদূষক প্রহাৰ কৰে আৰু বিদূষকেও উভোটাই শকাৰক মাৰে। দুয়ো মাৰামাৰি কৰে। মাজতে বিদূষকৰ কাষলতিৰপৰা অলংকাৰবোৰ মাটিত পৰে)।

শকাৰ — (সেইবোৰ লৈ, চাই, ভয় পাই) চাওক, চাওক ডাঙৰীয়াসকল। এইবোৰ সেই বেচেৰীৰ অলংকাৰ। (চাৰুদত্তক উদ্দেশ্য কৰি) এই তুচ্ছ ধনৰ কাৰণে (বসন্তসেনাক) হত্যা কৰা হৈছে, বিনষ্ট কৰা হৈছে।

[ বিচাৰকমণ্ডলী তলমূৰ কৰি থাকে ]

চাৰুদত্ত — (একাষৰীয়াকৈ) ঠিক এনে এক (সংকীৰ্ণ) সময়ত ভাগ্যৰ দোষত দেখা দিয়া অলংকাৰবোৰ মাটিত পৰি গ'ল আৰু লগতে মোৰ সৰ্বনাশ কৰিলে।৩১

বিদূষক — হেৰি! আচল কথাটো নকয় কিয়?

চাৰুদত্ত — বন্ধু! ৰজাৰ (ৰাজপ্ৰতিনিধি বিচাৰপতিৰ) দৃষ্টি বৰ ক্ষীণ। সেয়ে ইয়াৰ গূঢ়তত্ত্ব নেদেখে। ক'লে, কওঁতাৰ দৈন্যহে ওলাই পৰে; ফলত নিন্দনীয় মৃত্যু হ'ব।৩২

বিচাৰক — হায়! এয়া বৰ কষ্টদায়ক কথা!

মঙ্গল যাৰ বিৰোধী, এনে অতি দুৰ্বল বৃহস্পতি গ্ৰহৰ কাষত ধূমকেতুৰ দৰে আৰু এটি (বৈৰী) গ্ৰহৰ আবিৰ্ভাব হ'ল।৩৩

শ্ৰেষ্ঠী আৰু কায়স্থ — (চাই, বসন্তসেনাৰ মাকৰ প্ৰতি) সাৱধান হৈ আপুনি এই সোণৰ ভাণ্ডটো ভালদৰে চাওকচোন, এই অলংকাৰ আপোনালোকৰ হয় নে নহয়।

বৃদ্ধা — (চাই) দেখাত একে; কিন্তু সেইবোৰ (বসন্তসেনাৰ) নহয়।

শকাৰ — হেৰ বুঢ়ী কুট্টনী (তোৰ) চকুজুৰিয়ে ক'লে আৰু মাতবোল ঠিতাতে হেৰাল।

বৃদ্ধা — হতভাগা। আতঁৰ হ।

শ্ৰেষ্ঠী আৰু কায়স্থ — আৰ্যা! বিচলিত নোহোৱাকৈ কওক! ইয়াই এইবোৰ হয় নে নহয়।

বৃদ্ধা — আৰ্যসকল, শিল্পকাৰৰ কাৰুকাৰ্যই মোৰ দৃষ্টি অন্ধ কৰিছে। কিন্তু এইয়া সেই অলঙ্কাৰ নহয়।

বিচাৰক — বাৰু ভদ্ৰা, অলংকাৰবোৰ আপুনি চিনি পাইছে নে?

বৃদ্ধা — মই ক'বলে হ'লে, এই অলংকাৰ তেনেই অজানা নহয়। কিন্তু এয়া কোনো শিল্পীৰ চতুৰ শিল্প অনুকৃতি।

বিচাৰক — চাওক শ্ৰেষ্ঠী!

কৃত্ৰিম আভূষণৰ ৰূপৰ অনুৰূপ (অন্য সদৃশ) বস্তু তৈয়াৰ কৰি লবলৈ পাৰি। শিল্পীসকলে নিজৰ কলানৈপুণ্যৰ বলত যিকোনো বস্তু দেখি তাৰ অনুৰূপ বস্তু সাজি উলিয়ায়। এনেকুৱা হাতৰ কুশলতাৰ বাবে (দুটা বস্তুৰ) সাদৃশ্য দৃষ্টিগোচৰ হয়।৩৪

শ্ৰেষ্ঠী আৰু কায়স্থ — এয়া (অলংকাৰ) আৰ্য চাৰুদত্তৰ।

চাৰুদত্ত — নিশ্চয় নহয়! নিশ্চয় নহয়।

শ্ৰেষ্ঠী আৰু কায়স্থ — তেনেহ'লে কাৰ?

চাৰুদত্ত — এই মাননীয়াৰ জীয়েকৰ।

শ্ৰেষ্ঠী আৰু কায়স্থ — পাছত এয়া তেওঁৰপৰা কেনেকৈ পৃথক হ'ল?

চাৰুদত্ত — এইদৰে গৈছে, এৰা, এয়া —

শ্ৰেষ্ঠী আৰু কায়স্থ — আৰ্য্য চাৰুদত্ত; ইয়াত সঁচা কথা কোৱা উচিত। চোৱা, চোৱা।

সত্যৰদ্বাৰা সখি লাভ হয়, সঁচা কওঁতা কেতিয়াওঁ পাতকী (পাপী) নহয়; 'সত্য' শব্দৰ আখৰ দুটিও সঁচাকৈ অক্ষৰ (অবিনশ্বৰ)। মিছাৰে সত্যক গোপন নকৰিব।৩৫

চাৰুদত্ত — এইবোৰ সেই অলংকাৰেই হয়নে নহয় নাজানো। কিন্তু এয়া যে মোৰ ঘৰৰপৰা অনা হৈছে তাক জানো।

শকাৰ — প্ৰথমে উদ্যানত সোমাই মাৰিছা, তাৰ পাছত ছল-চাতুৰীৰে (সত্য) লুকাইছা।

বিচাৰক — আৰ্য্য চাৰুদত্ত! সঁচা কথা কোৱা।

এতিয়াই আমাৰ মনোৰথৰ সৈতে আপোনাৰ সুকোমল শৰীৰত শঙ্কাহীনভাৱে কঠোৰ কশাঘাত পৰিব।৩৬

চাৰুদত্ত — নিষ্পাপ কুলত ওপজা কাৰণে মোৰ গাত কোন পাপ নাই। আৰু যদি মোৰ গাত পাপৰ কিবা সম্ভাৱনা (দেখিছে) তেনেহ'লে মই জীৱিত থাকি কি লাভ হ'ব?৩৭

(নিজে মনতে) বসন্তসেনাৰপৰা বিযুক্ত হৈ মই জীয়াই থকা অনুচিত। আৰু কি অধিক —

ইহলোক-পৰলোকৰ কথা নজনাকৈ মই নিষ্ঠুৰজনে বিশেষকৈ সেই স্ত্ৰীৰত্নক — বাকীচোৱা এই শকাৰে কওক।৩৮

শকাৰ — মাৰি পেলাইছে। হেৰা তুমি কোৱা —'মই মাৰিছোঁ'।

চাৰুদত্ত — হ'ব, অপুনিয়ে কৈছে।

শকাৰ — শুনক, মহাশয় সকল শুনক। এওঁ মাৰিছে। কথাটোৰ সংশয় সমাপ্ত কৰি দিলে। এই দৰিদ্ৰক দণ্ড দান কৰক।

বিচাৰক — শোধনক! শকাৰে যেনেকৈ কৈছে। হে ৰাজকৰ্মচাৰী সকল! চাৰুদত্তক বন্দী কৰা।

[ৰাজকৰ্মচাৰীসকলে তাকে কৰিলে]

বৃদ্ধা — মাননীয় সকল! প্ৰসন্ন হওক! প্ৰসন্ন হওক! (জো দাৱ চোৰেহি অৱহিদ্‌স — ইত্যাদি পূৰ্বোক্ত কথা আকৌ কয়)। মোৰ হৈৱালীক মাৰিলেও মাৰিছে; তথাপি এই আয়ুষ্মান দীৰ্ঘায়ু হৈ থাকক। তদুপৰি বাদী-প্ৰতিবাদী লৈয়েই বিচাৰ-ব্যৱস্থা চলে। মই ইয়াৰ প্ৰতিবাদী। মই বিচাৰিছোঁ এওঁক এৰি দিয়ক।

শকাৰ — আঁতৰি যা গৰ্ভদাসী। যা। ইয়াত তোৰ কি প্ৰয়োজন?

বিচাৰক — আৰ্যা। যাওকগৈ। হেৰা বিপাহী হঁত, এওঁক উলিয়াই নিয়া।

বৃদ্ধা — হায় বাচা! হায় পুত্ৰক! (এইদৰে কান্দি ওলাই গ'ল)।

শকাৰ — (নিজে মনতে) মোৰ যি হ্বলগীয়া আছিল মই ঠিক তেনেখনকে কৰিলোঁ। এতিয়া যাওঁ। [ওলাই যায়]

বিচাৰক — আৰ্য চাৰুদত্ত! আমি দোষ-গুণৰ নিৰ্ণয় কৰোঁতা মাত্ৰ। অন্তত ৰজাহে (দণ্ডদাতা)। তথাপি শোধনক! ৰজা পালকক জনোৱা গৈ যে — এওঁ পাপাচাৰী বিপ্ৰ। কিন্তু মনুৱে 'বিপ্ৰ অবধ্য' বুলি কৈছে। সেয়ে অক্ষত বৈভৱৰসৈতে এওঁক এই ৰাজ্যৰপৰা নিৰ্বাসিত কৰিবলৈ পাৰি।৩৯

শোধনক — আপোনাৰ যি আদেশ। (ওলাই গৈ আকৌ প্ৰৱেশ কৰি; চকুপানী টুকি)।

মান্য সকল। তালৈ গৈছিলোঁ। ৰজাপালকে কৈছে — 'সামান্য অৰ্থৰ বাবে যিজনে বসন্তসেনাৰ বধ কৰিছে, তেওঁৰ ডিঙিত সেই অলংকাৰবোৰ বান্ধি দিয়া আৰু ঢোল বজাই তেওঁক দক্ষিণ শ্মশানলৈ লৈ গৈ শূলত দিয়া। আন যি লোকে এনে কুকাৰ্য্য কৰিব তেওঁকো এনে শাস্তি দান কৰা হ'ব।'

চাৰুদত্ত — এই ৰজা পালক কেনে অবিবেকী! অথবা এনে বিচাৰ-ব্যবস্থাত মন্ত্ৰীসকলৰদ্বাৰা এনে প্ৰকাৰৰ ব্যৱহাৰৰূপী অগ্নিত নিক্ষিপ্ত ৰজাই নিতান্ত শোচনীয় দশা প্ৰাপ্ত হয়।৪০

আকৌ, অনিষ্টকাৰী বগা কাউৰীৰ দৰে ৰজাৰ শাসন দূষিত কৰা (বিচাৰকসকলে) হাজাৰ নিস্পাপ লোকক মাৰিছে আৰু মাৰি আছে।৪১

সখি! মৈত্রেয়! যোৱা মোৰ হৈ মোৰ মাক শেষ প্ৰণাম জনোৱা গৈ। পুত্ৰ ৰোহসেনকো প্ৰতিপালন কৰিবা।

বিদূষক — মূলছিন্ন হোৱা গছক কোনেনো পালিব পাৰে?

চাৰুদত্ত — তেনেকৈ নকৰা।

লোকান্তৰলৈ যোৱা মানুহৰ পুত্ৰই প্ৰতিকৃতি স্বৰূপ। সেয়ে মোৰ ওপৰত তোমাৰ যি চেনেহ আছিল সেয়া এতিয়া ৰোহসেনৰ ওপৰত প্ৰয়োগ কৰিবা।৪২

বিদূষক — হে বন্ধু! (বহুদিন ধৰি) তোমাৰ প্ৰিয়বন্ধু হৈ থাকি এতিয়া তোমাৰ অবিহনে মই কিদৰে প্ৰাণ ধাৰণ কৰিম?

চাৰুদত্ত — ৰোহসেনক এবাৰ মোক দেখুৱাই নিবা।

বিদূষক — এৰা সেয়ে ভাল।

বিচাৰক ভদ্ৰ! শোধনক। এই বটুব্ৰাহ্মণক আঁতৰাই নিয়া। (শোধনকে তাকে কৰে)।

বিচাৰক — ইয়াত কোন আছে? চণ্ডাল হঁতক আদেশ দিয়া।

(চাৰুদত্তক অকলে এৰি আনসকলৰ প্ৰস্থান)

শোধনক — আৰ্য, এইফালে আহক।

চাৰুদত্ত — (করুণভাৱে 'হে মৈত্ৰেয়' আদি ৯।২১ ইত্যাদি শ্লোক পাঠ কৰে)।

(আকাশত)

এই বিচাৰ অনুসৰি আজি মোৰ দেহত চণ্ডালে কৰত চলাব, তাকে জানি মই প্ৰাৰ্থনা কৰিছিলোঁ — যে মোক বিহ খুৱাই পৰীক্ষা কৰক, পানীত ডুবাই পৰীক্ষা কৰক, তুলা যন্ত্ৰ বা অগ্নিত পৰীক্ষা কৰি লওক (কিন্তু তাকে নকৰি) মোৰ শত্ৰুৰ (শকাৰৰ) কথামতে যদি মোক নিৰপৰাধ ব্ৰাহ্মণজনক হত্যা কৰা নিশ্চয় তুমি পুত্ৰ-পৌত্ৰ সকলৰসৈতে নৰকত পৰিবাগৈ।৪৩

এয়া আহিলোঁ।

(সকলো ওলাই যায়)

**'ব্যৱহাৰ' নামে নৱম অঙ্ক সমাপ্ত**

## দশম অঙ্ক

[তাৰ পাছত চণ্ডাল দুজনক পাছত লৈ চাৰুদত্তই প্ৰবেশ কৰে]

**চণ্ডালদ্বয় —** আপোনালোকে এই শ্মশানত উপস্থিত হোৱাৰ কাৰণ কি বুজা নাই ! আমি দুজন নতুন নতুন লোকৰ বধ আৰু বন্ধনত বৰ নিপুণ। বেগতে শিৰচ্ছেদ কৰাত আৰু শূলত তুলি দিয়াতো আমি দুজন বৰ কুশল।১

আঁতৰ হওক; ডাঙৰীয়াসকল আতৰ হওক। এইজন আৰ্য চাৰুদত্ত। (মৃত্যুৰ সময়োচিত) কৰবীৰ ফুল মালা-পিন্ধোৱা, যিজন লোক আমি দুজন ঘাতকৰ দ্বাৰা গৃহীত হৈছে, (তেওঁৰ জীৱনে) তেল নোহোৱা চাকিৰ দৰে ধীৰে ধীৰে দীপ্তি হেৰুৱাবলৈ ধৰিছে।২

চাৰুদত্ত — (বিষাদেৰে) চকুলোৰে তিতা, ধূলি ধূসৰিত (এই দেহ) শ্মশানত হোৱা ফুলেৰে পৰিবেষ্টিত ৰক্তচন্দনেৰে অনুলিপ্ত মোৰ এই শৰীৰ কৰ্কশস্বৰে মতা কাউৰীয়ে পূজাৰ নৈবদ্যৰ দৰে খাব বুলি মনতে ভাবিছোঁ।৩

চণ্ডালদ্বয় — আঁতৰ হওক, ডাঙৰীয়াসকল ! আঁতৰ হওক ! হে সজ্জন সকল ! সাধুৰূপ পক্ষীসকলৰ আবাস, সৎপুৰুষৰূপ এই গছ কালৰূপ কুঠাৰৰ তীক্ষ্ণ ধাৰাৰে কটা যোৱাটোনো কিয় চাবলৈ লৈছে ?৪

আহা চাৰুদত্ত ! হেৰা আহা।

চাৰুদত্ত — পুৰুষৰ ভাগ্যৰ কাৰ্য অচিন্তনীয়, যাৰ বাবে আজি মোৰ এনে দশা প্ৰাপ্ত হৈছে।

সমস্ত শৰীৰৰ ওপৰত হাতেৰে ৰক্ত চন্দনৰ ছাপ দিয়া হৈছে। চাউল আদিৰ গুৰিৰে অনুলিপ্ত মই পুৰুষ হৈও (বলিৰ) পশু যেন হৈছোঁ।৫

(আগলৈ চাই, নিৰূপণ কৰি) অঃ কিযে মানুহৰ মাজত উত্তম — অধমৰ তাৰতম্য)। (কৰুণ হৈ) নগৰবাসী লোকসকলে মই লাভ কৰা এই দুৰ্দশা দেখি 'মৰ্ত্যলোকক ধিক্কাৰ দি চকুপানী টুকিছে, আৰু মোক ৰক্ষা কৰিবলৈ অক্ষম হৈ মোক 'স্বৰ্গ লাভ কৰা বুলি (আশীৰ্বাদ) দিছে।৬

চণ্ডালদ্বয় — আৰ্য আঁতৰি যাওক, আঁতৰি যাওক, কিনো চাইছে ?

বিসৰ্জন দিয়া ইন্দ্ৰধ্বজ, গৰু গাইৰ প্ৰসৱ, নক্ষত্ৰৰ অধঃপতন, আৰু সৎলোকৰ বিপত্তি — এইবোৰ ঘটনা চোৱা অনুচিত।৭

চণ্ডালৰ এজন — হেৰা, আহীন্ত, চোৱা, চোৱা,

এয়া কি যমৰাজৰ আজ্ঞাত উজ্জয়িনী নগৰৰ প্ৰধান পুৰুষক বধ কৰিবলৈ উদ্যত হোৱাত অন্তৰিক্ষই কান্দিছে? নে বিনামেঘে বজ্ৰপাত হৈছে?৮

দ্বিতীয়জন— হেৰ গোহ!

অন্তৰিক্ষয়ো কন্দা নাই, নতুবা বিনামেঘে বজ্ৰপাতো পৰা নাই। নাৰীৰূপী মেঘমালাৰ পৰাহে অশ্ৰুধাৰা পৰিছে।৯

আকৌ, চাৰুদত্তক বধ কৰিবলৈ নিয়া সময়ত সকলো মানুহে কান্দিবলৈ লৈছে আৰু তেওঁলোকৰ চকুপানীৰে বাট-পথ তিতি ধুলি নুৰা হৈছে।১০

চাৰুদত্ত— (চাই, কৰুণভাৱে) অট্টালিকাত থকা নাৰীসকলে খিৰিকিৰে মুখ উলিয়াই 'হা চাৰুদত্ত।বুলি কৈ কৈ (বাষ্প) প্ৰণালীৰে যেন চকুপানী পেলাই আছে।১১

চণ্ডালদ্বয় — আহা, চাৰুদত্ত! আহা এয়া ঘোষণাৰ ঠাই। দুন্দুভি বজোৱা। দণ্ড ঘোষণা কৰা।

উভয়ে - শুনক আৰ্যসকল, শুনক। এই চাৰুদত্ত সাউদ বিনয় দত্তৰ নাতিয়েক আৰু সাগৰ দত্তৰ পুত্ৰ। অকাৰ্যকাৰী এওঁ শূন্য পুষ্পকৰণ্ডক নামে পুৰণি উদ্যানত সোমাই অতি তুচ্চ অৰ্থৰ কাৰণে গণিকা বসন্তসেনাক বাহুপাশেৰে বলাৎকাৰ কৰি মাৰিছে, লুপ্তধনেৰে ধৰা পৰাত, নিজে সৈ কঢ়াত ৰজা পালকে এওঁক বধ কৰিবলৈ আমাক আজ্ঞা দিছে। যদি আনেও এনেকৈ লোক- বিৰুদ্ধ অকাৰ্য কৰে তেওঁকো ৰজা পালকে এনেকুৱা শাস্তি বিহিব।

চাৰুদত্ত — (দুঃখেৰে নিজে মনতে)

আগতে শ শ যজ্ঞেৰে অতি পৱিত্ৰ হোৱা মোৰ যি বংশ (গোত্ৰ), সভাস্থলত আৰু লোকেৰে ভৰপূৰ যজ্ঞস্থানত বেদ পাঠেৰে প্ৰকাশিত হৈছিল, এতিয়া মোৰ মৰণকালত সেই বংশ পাপী বুলি অযোগ্য ব্যক্তিৰদ্বাৰা কৰা ঘোষণাত উদ্‌ঘোষিত হৈছে।১২

(ওপৰলৈ চাই আৰু কাণত হাত দি) হা প্ৰিয়া, বসন্তসেনা!

জোনৰ নিৰ্মল জোনাকৰ দৰে শুভ্ৰ দাঁতযুক্ত। মনোৰম প্ৰবালৰ দৰে অধৰ পল্লৱযুক্ত হে প্ৰিয়তমা। তোমাৰ অধৰ পান কৰি অসহায় মই কেনেকৈ (এই) অপযশৰ বিহ পান কৰিম?১৩

উভয়ে — আৰ্যসকল আঁতৰ হওক, আঁতৰ হওক।

এই গুণৰত্নৰ নিধিস্বৰূপ, সৎলোকক দুঃখৰ (নৈ) পাৰ হোৱা সেতুক বিনা স্বৰ্ণভুষণেৰেই নগৰৰপৰা আঁতৰোৱা হৈছে।১৪

আৰু অন্য এই যে—

এই জগতখনত সকলো মানুহে কেৱল সুখীজনৰ সুখৰ কথাকে ভাবে। (তাৰ বিপৰীতে) দুখঃত পৰা (বা বিপদত পতিত) মানুহৰ হিতকৰ কাম কৰা লোক বৰ বিৰল।১৫

চাৰুদত্ত — (চাৰিওফালে চাই)

সৌৱা মোৰ বন্ধুসকলে কাপোৰেৰে মুখ ঢাকি মোৰপৰা আঁতৰি যাবলৈ ধৰিছে। সুখী অৱস্থাত থকাজনৰ পৰো বন্ধু হৈ পৰে; কিন্তু বিপত্তিত পৰাজনৰ কোনো বন্ধু নেথাকে।১৬

চণ্ডালদ্বয় — (নগৰীয়া লোকসকলক) আঁতৰোৱা হ'ল। ৰাজপথ নিৰ্জান হৈছে। এতিয়া এওঁক বধ্য সময়ৰ যোগ্য চিহ্নেৰে সজাই লোৱা হওক।

চাৰুদত্ত — (উশাহ লৈ 'মৈত্রেয় ভোঃ। কিমিদমদ্য' ইত্যাদি পুনঃ আবৃত্তি কৰে)। (নেপথ্যত) হে পিতা! হে বন্ধু!

চাৰুদত্ত — (শুনি, কৰুণভাৱে) হে স্বজাতিৰ মাজত উত্তমজন! মই তোমালোকৰপৰা অলপ দান পাব খোজোঁ।

চণ্ডালদ্বয় — কি আমাৰ হাতেৰে দান ল'ব?

চাৰুদত্ত — পাপ প্ৰশমিত হওক (তেনে কথা নকবা) তোমালোক অবিবেচক আৰু অনাচাৰী পালকৰ দৰে চণ্ডাল লোক নহয়। পৰলোকৰ বাবে ওলোৱা মই পুত্ৰৰ মুখ চাবলৈ অনুমতি বিচাৰিছোঁ।

চণ্ডালদ্বয় — হয়, তাকে কৰক।

(নেপথ্যত) হে পিতা! হে জনক!

চাৰুদত্ত — (শুনি, কৰুণভাৱে) 'ভোঃ স্বজাতি মহত্তৰ' আদি পাঠ কৰে।

চণ্ডালদ্বয় — হে নগৰবাসী সকল! অলপ অৱকাশ দিয়ক।

এই চাৰুদত্তই পুত্ৰৰ মুখ চাই লওক। (নেপথ্যৰ ফালে চাই) আৰ্য, এইফালে হেৰা বালক এইফালে আহা।

[ইয়াৰ পাছত বালকক লৈ বিদূষকৰ প্ৰৱেশ]

বিদূষক — বোপাই, বেগাই বলা, বেগাই বলা। তোমাৰ পিতৃক বধ কৰিবলৈ লৈ গৈ আছে।

পুত্ৰ— হে পিতা! হে জন্মদাতা!

বিদূষক — হে প্ৰিয় বন্ধু, মইবা ক'ত আপোনাক দেখিবলৈ পাম?

চাৰুদত্ত — (পুত্ৰ আৰু বন্ধুক দেখা পাই) হা পুত্ৰ! হা মৈত্ৰেয়! (কৰুণ ভাৱে) হায় কি যে দুঃখ দুৰ্দৈৱ।

পৰলোকত মই বহুদিন ধৰি পিপাসিত হৈ ৰ'ম। কাৰণ পুত্ৰই দিয়া পিণ্ডজল মোৰ বাবে বৰ কম হ'ব (কিয়নো পুত্ৰ সাত বছৰীয়া হৈ থকাত তাৰ হাতৰ পানীও কমকৈ অৰ্পিত হ'ব)। ১৭

মই এতিয়া, পুত্ৰক কি উপহাৰ দিওঁ? (নিজৰ গালৈ চাই, একমাত্ৰ যজ্ঞোপৱীত দেখি) এৰা, এয়া মাত্ৰ এটা বস্তু মোৰ গাত আছে......

ব্ৰাহ্মণৰ এই অলংকাৰ মুক্তাৰে বা সোণৰে ৰচিত নহয়, (তথাপি) ইয়াৰ মূল্য (অপৰিমেয় কাৰণ) ইয়াৰে দেৱতা আৰু পিতৃসকলক ভাগ দিয়া হয়।১৮

[এইবুলি কৈ পুতেকক যজ্ঞোপৱীত দিয়ে]

চণ্ডাল — আহা, হেৰা চাৰুদত্ত আহা।

দ্বিতীয় চঃ— হেৰা চাৰুদত্ত বুলি। বিনা উপাধিৰে নাম কাৰিছ। হেৰৌ চা! অভ্যুদয় (উত্থান) আৰু অৱসানত (পতনৰ সময়ত) দিনে-নিশাই বিনা বাধাই প্ৰচণ্ড গতিত স্বচ্ছন্দ চাৰিণী কিশোৰীৰব দৰে নিয়তিয়ে পুৰুষক অনুসৰণ কৰি থাকে।১৯

তদুপৰি,

(মিছাকৈ দোষ জাপি দিয়াৰ পাছত। আৰ্য চাৰুদত্তৰ কুল, নাম আদি লুপ্ত হ'ল নে কিবা যে প্ৰণাম কৰি তেওঁ মূৰত তোলাৰ যোগ্য নহ'ব? ৰাহুৱে গ্ৰহণ কৰাৰ পাছতো চন্দ্ৰমা জনপদবাসীৰ বন্দনীয় নহয় নে?২০

বালক (পুত্ৰ)—হেৰা চণ্ডালসকল! মোৰ পিতাক ক'লৈ নিয়া?

চাৰুদত্ত — বাচা! কণ্ঠত কৰবীৰৰ মালা পিন্ধি, কান্ধত শূল লৈ আৰু হৃদয়ত শোক বহন কৰি যজ্ঞত শামিত্ৰশালালৈ বধ্য ছাগলী নিয়াৰ দৰে আজি ময়ো (বধ্যস্থানত) আঘাত পাম।২১

চণ্ডাল — বালক (পুত্ৰ)!

চণ্ডালৰ কুলত পূৰ্বতে জন্মিছোঁ যদিও আমি (আচৰণত) চণ্ডাল লোক নহওঁ; কিন্তু যিসকলে সাধুলোকক (অকাৰণে) উৎপীড়ন কৰে সেই পাপী সকলহে (প্ৰকৃত — চণ্ডাল)।২২

বালক (পুত্ৰ) — তেনেহ'লে মোৰ পিতাক কিয় মাৰিবলৈ নিয়া?

চণ্ডাল — দীর্ঘায়ু! এই বিষয়ত ৰজাৰ আদেশ অপৰাধী, আমি নিশ্চয় নহওঁ।

বালক (পুত্র)— মোক মাৰা, পিতাক এৰি দিয়া।

চণ্ডাল — দীর্ঘায়ু! এনেকৈ কৈও তুমি চিৰকাল জীয়াই থাকা।

চাৰুদত্ত — (চকুপানী টুকি পুতেকৰ ডিঙিত সাৱতি ধৰি)

এই স্নেহসর্বস্ব (ধন) ধনী আৰু দুখীয়াৰ বাবে সমান। বিনা চন্দন, বিনা উশীৰেৰে ই (আহত) হৃদয়ৰ অনুলেপন স্বৰূপ।২৩

(অংসেন বিভ্রৎ' (১০।২১) আকৌ পঢ়ে। চাই নিজে মনতে। বস্ত্রান্তৰিত নিৰুদ্ধবক্ত্রা' (১০।১৬) শ্লোক আকৌ আবৃতি কৰে)

বিদূষক — হেৰা ভদ্রমুখ দুজন! মোৰ প্রিয় বন্ধু চাৰুদত্তক এৰি দিয়া। মোক মাৰা।

চাৰুদত্ত — পাপ শান্ত হওক। (চাই, নিজে মনতে) আজিহে বুজিছোঁ ('পৰো অপি বন্ধু সমংসস্থিতস্য) আদি (১০।১৬) আকৌ আবৃত্তি কৰে। প্রকাশ কৰি। 'এতাঃপুনর্হম্যগতাঃ স্ত্রিয়ো মাম্ (১০।১১) ইত্যাদি পুনৰ আবৃত্তি কৰে।

চণ্ডাল — আঁতৰি যাওক আর্যসকল, আঁতৰি যাওক।

অযশৰ বশীভূত হৈ যি সজলোকে জীৱনৰ আশা এৰি পেলাইছে, যিজন জৰি ছিঙা সোণৰ কলহৰ দৰে কুৱাত ডুব যাবলৈ ধৰিছে তেওঁক নো কিয় চাইছে?২৪

চাৰুদত্ত — (কৰুণভাৱে) 'শশিবিমল মুখম্' ইত্যাদি পুনঃ আবৃত্তি কৰে।

আনচণ্ডাল — হেৰা, আকৌ ঘোষণা কৰা।

চণ্ডাল— (তাকে কৰে)

চাৰুদত্ত — মই (প্রতিকূল দৈৱৰ বশত) বিপত্তিৰ কাৰণে এই আর্যজনে নিন্দা কৰা অৱস্থা পাইছোঁ; যাৰচৰম ফল হ'ব মোৰ জীৱনৰ অৱসান। কিন্তু 'তেওঁ (বসন্তসেনা) মোৰ হাতত নিহত হৈছে' বোলা কথাষাৰ শুনিবলগীয়া হোৱা এই ঘোষণাই মোৰ মনত ব্যথা দিছে।২৫

(তাৰ পাছত অট্টালিকাৰ ওপৰত আৱদ্ধ স্থাৱৰকৰ প্ৰৱেশ)

স্থাৱৰক — (ঘোষণা শুনি বিকল হৈ) এয়া কি, নিষ্পাপ চাৰুদত্তক মাৰিবলৈ নিছে? মোক মোৰ গৰাকীয়ে শিকলিৰে বান্ধি থৈছে। বাৰু! মই চিঞৰি কওঁ। শুনক ডাঙৰীয়াসকল! শুনক। এই পাপীয়ে গাড়ী পৰিবর্তন হোৱাৰ কাৰণে বসন্তসেনাক পুষ্পকৰণ্ডক নামে পুৰণি উদ্যানলৈ লৈ গৈছিলোঁ। তেতিয়া মোৰ গৰাকীয়ে 'তই মোক নিবিচাৰিলি' বুলি বাহুপাশেৰে

বল প্রয়োগ কৰি (বসন্তসেনাক) হত্যা কৰিছে; এই আৰ্য (চাৰুদত্তই) কৰা নাই। কি দূৰৰ পৰা কোৱা বাবে কোনেও শুনা নাই? তেনেহ'লে কি কৰোঁ? নিজে জঁপিয়াই পৰোঁ। (চিন্তা কৰি) যদি ইয়াকে কৰোঁ তেনে হ'লে আৰ্য চাৰুদত্তক বধ কৰা নহ'ব। যি হওক, এই প্ৰাসাদৰ নকৈ সজোৱা ওখ প্ৰতীকৰ জীৰ্ণ খিৰিকিৰে জঁপিয়াই পৰোঁ; কুলপুত্ৰৰূপ চৰাই-চিৰিকতিৰ আশ্ৰয় আৰ্য্য চাৰুদত্তৰ মৃত্যু হোৱাতকৈ মই মৰাও ভাল। এনেকৈ মই মৰিলেও পৰলোক প্ৰাপ্তি হ'ব। (এইবুলি কৈ জঁপিয়াই পৰি) আচৰিত! নমৰিলোঁ যে। মোৰ হাতৰ শিকলিও ছিগি গৈছে। এতিয়া চণ্ডালে ঘোষণা কৰা ঠাইখন বিচাৰোঁ। (দেখা পাই, ওচৰ চাপি গৈ) হেৰ চণ্ডালহঁত! অলপ অৱকাশ দে।

চণ্ডালদ্বয় — হেৰ! কোনে অৱকাশ দিবলৈ কৈছে?

চেট (স্থাৱৰক) — 'শুনাধ, এই দানিং' আদি আকৌ কয়।

চাৰুদত্ত — অ' এয়া কি?

অনাবৃষ্টিৰ ফলত শস্য বিপন্ন হোৱাত দ্ৰোণ মেঘৰ উদয় হোৱাৰ দৰে কাল পাশেৰে মই আৱদ্ধ হৈ থকা (মুমূৰ্ষ) সময়ত এওঁ কোন ওলাল? হেৰা শুনিছা নে তোমালোকে? ২৬

মই মৃত্যুলৈ ভয় নকৰোঁ, কিন্তু মোৰ যশ দূষিত (হোৱাত হে মোৰ দুঃখ)। কাৰণ; মোৰ দৰে বিশুদ্ধজনৰ মৃত্যু পুত্ৰ জন্মৰ সমান আনন্দকৰ।২৭

তদুপৰি, তাৰে মই বৈৰিতা নকৰিলেও সেই নীচ, আৰু অল্প বুদ্ধিৰ (শকাৰে) দূষিত বিষাক্ত শৰেৰে মোক দূষিত কৰিছে।২৮

চণ্ডালদ্বয়— স্থাৱৰক! সঁচা কৈছানে তুমি?

চেট (স্থাৱৰক)— সঁচা এয়া। 'কাকো তই ক'বলৈ নোৱাৰিবি' এইবুলি মোকো শিকলিৰে বান্ধি প্ৰাসাদৰ নতুন কোঠাত আৱদ্ধ কৰি থৈছিল।

[শকাৰে প্ৰৱেশ কৰি, আনন্দৰে]

মই নিজৰ ঘৰত তিতা-টেঙাৰে, মাংস, শাক আৰু মাছেৰে কৰা জোল, শালি চাউলৰে ৰন্ধা ভাত আৰু পায়সেৰে ভোজন কৰিছোঁ।২৯

(কাণ দি) ফটা কাঁহৰ বাচনৰ দৰে খন-খন কৰা চণ্ডালৰ কণ্ঠস্বৰ শুনা গৈছে। আৰু বধ্যসময়ত বজোৱা ঢোল আৰু ডগৰৰ বাজনাৰ শব্দ

শুনা গৈছে। তাৰপৰা বুজা গৈছে যে দৰিদ্ৰ চাৰুদত্তক বধ্যস্থানলৈ নিয়া হৈছে। তাকে চাওঁগৈ। শত্ৰু বিনাশৰ কাৰণে মোৰ হৃদয়ত বৰ সন্তোষ হৈছে। শুনিছোঁ যে যিজনে নিজ চকুৰে শত্ৰুক বধ কৰা কাৰ্য্য দেখে জন্ম জন্মান্তৰতো তেওঁৰ চকুৰ অসুখ নহয়। বিষাক্ত গছৰ গাঁঠিত লুকাই থকা কীটৰ দৰে মই বুধি কৰি দৰিদ্ৰ চাৰুদত্তৰ বিনাশ সাধন কৰিলোঁ। এতিয়া নিজৰ প্ৰাসাদৰ নকৈ সজা ওখ প্ৰতীকত উঠি নিজৰ পৰাক্ৰম চাম। (তাকে কৰি, দেখা পাই) হা হা, দৰিদ্ৰ চাৰুদত্তক বধ্যস্থললৈ নিওঁতেই যদি এনেকৈ জনতাৰ ভিৰ হয় তেনেহ'লে, মোৰ দৰে প্ৰধান বৰ মানুহক বধ্যভূমিলৈ নিলে বা আকৌ কি প্ৰচণ্ড ভিৰ হ'ব? (দেখি) এয়া তৰুণ ষাঁড়ৰ দৰে সজাই (চাৰুদত্তক) দক্ষিণ দিশলৈ লৈ যোৱা হৈছে। কিন্তু কি কাৰণে মোৰ প্ৰাসাদৰ নকৈ সজা ওখ প্ৰতীকৰ ওচৰত হঠাতে ঘোষণাও হ'ল, সি নিষেধো হ'ল? (চাই) এয়া কি? স্থাৱৰক চেটও ইয়াত নাই দেখোন! সি ইয়াৰপৰা ওলাই গৈ গুপ্ত কথাষাৰ সদৰি পেলোৱা নাইতো? বাৰু তাক বিচাৰি যাওঁ। (নামি ওলাই যায়।)

স্থাৱৰক (চেট) — (দেখা পাই) ডাঙৰীয়াসকল! এয়া তেওঁ আহিছে।

চণ্ডালদ্বয় — আঁতৰ হওক। বাট দিয়া। দুৱাৰ বন্ধ কৰক নীৰৱে ৰওক। কাৰণ, উদ্ধত তীক্ষ্ণ শিঙীয়া দুষ্ট বলধটো এইফালে আহিছে।৩০

শকাৰ — হেৰ হেৰ! অৱকাশ দে। (ওচৰ চাপি) পুত্ৰক! স্থাৱৰক! চেট! আহ যাওঁ।

চেট— হে হে অনাৰ্য! বসন্তসেনিকাক মাৰি পৰিতুষ্ট হোৱা নাই? এতিয়া তেওঁৰ প্ৰণয়ী কল্পতৰু সদৃশ আৰ্য চাৰুদত্তক মাৰিবলৈ যত্ন কৰিছ।

শকাৰ — ৰত্নকলহৰ সমান শ্ৰেষ্ঠ স্ত্ৰীক মই নামাৰোঁ।

সকলোৱে — এৰা, তুমিহে মাৰিছা, চাৰুদত্তই নহয়।

শকাৰ — কোনে এনেকৈ কৈছে?

সকলোৱে — (চেটক আঙুলিয়াই) এই সাধুজনে কৈছে।

শকাৰ — (অপবাৰিত কৈ আৰু ভয়ে ভয়ে) হায়! মই স্থাৱৰক চেটক ভালদৰে বন্ধা নাছিলোঁ কিয়? সি মোৰ কুকৰ্মৰ সাক্ষী। (চিন্তা কৰি) এনেকুৱা কৰোঁ। (প্ৰকাশ কৰি) ডাঙৰীয়াসকল। তাৰ কথা মিছা। কাৰণ, মোৰ চাকৰজনে মোৰ ঘৰত সোণ চোৰ কৰা কাৰণে মই তাক মাৰিছোঁ,

আঘাত কৰিছোঁ আৰু বান্ধিও থৈছিলোঁ। এনেকৈ সি বৈৰিতা কৰি যি ক'ব সেয়ে সঁচা হ'ব নে? (আঁৰত সোনাৰ বলয় এপাত দি ফুচ ফুচাই কয়) পুত্ৰ স্থাৱৰক চেট, এই বলয়পাত ল আৰু কথাটো আন প্ৰকাৰে ক।

চেট — (বলয়পাত গ্ৰহণ কৰি) চাওক, চাওক, ডাঙৰীয়াসকল! এওঁ মোক সোণৰে প্ৰলোভন দেখুৱাইছে।

শকাৰ — (বলয়পাত কাঢ়িলৈ) এই সুবৰ্ণবলয়ৰ কাৰণে ইয়াক মই বান্ধি থৈছিলোঁ। (ক্ৰোধেৰে) হেৰা হেৰা চণ্ডালহঁত! মই ইয়াক সুবৰ্ণভাণ্ডাৰৰ ৰখীয়া পাতিছিলোঁ। তাতে সোণ চুৰি কৰাত তাক মাৰিছোঁ আৰু আঘাত কৰিছোঁ। যদি মোৰ কথাত পতিয়ন যোৱা নাই, তেনেহলে তাৰ পিঠিখন চাব পাৰে।

চণ্ডাল দুজন — (চাই) এওঁ কোৱাটোৱে ঠিক। উৎপীড়িত হৈনো মিছা কথা কিয় নকব?

স্থাৱৰক চেট — হায়! দাসত্ব যে কি (বেয়া) অৱস্থা? সঁচা ক'লেও তাক কোনেও বিশ্বাস নকৰে। (কৰুণভাৱে) আৰ্য চাৰুদত্ত! মোৰ প্ৰভাৱ ইমানখিনিয়েই। (এই বুলি কে ভৰিত পৰে।)

চাৰুদত্ত — (কৰুণভাৱে) উঠা, তুমি বিপদত পৰা সাধুজনৰ প্ৰতি সহানুভূতিশীল, অকাৰণে আহি উপস্থিত হোৱা বন্ধু আৰু ধৰ্মশীল লোক। মোৰ মুক্তিৰ কাৰণে মহৎ চেষ্টা কৰিছা যদিও তাত দৈৱই সঁহাৰি নিদিলে। তুমিনো কি কৰিবলৈ বাকী ৰ'ল।৩১

চণ্ডাল দুজন— ডাঙৰীয়া, এই চেটক মাৰি উলিয়াই দিয়ক।

শকাৰ — আঁতৰি যা (তাক আঁতৰাই)। হেৰ, হেৰ চণ্ডাল। পলম কৰিছ কিয়। এওঁক বধ কৰ।

চণ্ডাল — যদি বেগতে মাৰিব লাগে, আপুনিয়ে মাৰক।

ৰোহসেন — হে চণ্ডালহঁত। মোক মাৰা। পিতাক এৰি দিয়া।

শকাৰ — এওঁক পুতেকৰ সৈতে মাৰি পেলোৱা।

চাৰুদত্ত — এই মুৰ্খৰ কাৰণে সকলো সম্ভৱপৰ। গতিকে বাচা তুমি মাৰাৰ ওচৰলৈ যোৱাগৈ।

ৰোহসেন — মই গৈ তাত কি কৰিম?

চাৰুদত্ত — বাচা। আজিয়েই তুমি মাৰাক লগত লৈ আশ্ৰমলৈ গুছি যোৱাগৈ।

নহ'লে পিতৃৰ দোষত তুমিও (সিপুৰী) পাবাগৈ।৩২
হেৰা বন্ধু, এওঁক লৈ যোৱা।

বিদূষক — হেৰি বন্ধু! আপুনি নোহোৱাকৈ মই যে জীয়াই থাকিবলৈ নোৱাৰিম, তাকোতো আপুনি জানে?

চাৰুদত্ত — বন্ধু! স্বাধীনভাৱে জীৱিকা চলোৱা তুমি মোৰ বাবে প্ৰাণ ত্যাগ কৰাটো যুক্তি-যুক্ত নহ'ব।

বিদূষক — (নিজে নিজে) এয়া যুক্তি-যুক্ত অৱশ্যে নহয়। তথাপি প্ৰিয় বন্ধুজনৰ অবিহনে নিজৰ প্ৰাণ ধাৰণ কৰিবলৈ কেতিয়াও সমৰ্থ নহওঁ (বুলি জানিব)। সেইবাবে ব্ৰাহ্মণীৰ হাতত ল'ৰাটোক গতাই (শোধাই) দি প্ৰাণত্যাগ কৰি প্ৰিয়বন্ধুৰ অনুগমন কৰিম। (প্ৰকাশ কৰি) বন্ধু! এওঁক মই বেগতে লৈ যাওঁ। (তেওঁ চাৰুদত্তৰ ডিঙিত সাৱতি ধৰি, ভৰিত ধৰিলে)। (ল'ৰাটোৱেও কান্দি কান্দি পিতৃৰ ভৰিত পৰিল।)

শকাৰ — হেৰ! মই কৈছোঁ নহয়। চাৰুদত্তক পুতেকৰে সৈতে মাৰি পেলা।

[চাৰুদত্তই ভয় পোৱাৰ অভিনয় কৰে]

চণ্ডাল দুজন — পুতেকৰ সৈতে চাৰুদত্তক মাৰিবলৈ আমি ৰাজাজ্ঞা পোৱা নাই। হেৰা বোপাই, গুচি যোৱা ইয়াৰপৰা, গুচি যোৱা। (বালকৰে সৈতে বিদূষক ওলাই যায়।) এয়া তৃতীয়বাৰ ঘোষণা কৰা ঠাই। ঢোল-ডগৰ বজোৱা।

[আকৌ ঘোষণা কৰে]

শকাৰ — (নিজকে নিজে মনতে) কি নগৰবাসীসকলে কথাটো বিশ্বাস কৰা নাই নে কি? (প্ৰকাশ কৰি) হেৰ বটুক চাৰুদত্ত এই নাগৰিকসকলে বিশ্বাস কৰা নাই। গতিকে নিজে জিভাৰে কোৱা যে 'মই বসন্তসেনাক মাৰিছোঁ'।

চাৰুদত্ত — (নীৰৱে থাকে)।

শকাৰ — হেৰ গোহ চণ্ডাল! এই ব্ৰাহ্মণৰ পুত্ৰ চাৰুদত্তই নকয়। সেইবাবে তইঁতে পুৰণি বাহৰ টুকুৰাৰে আৰু ঢাক-ঢোল বজোৱা বাৰীৰে মাৰি মাৰি ইয়াক সৈ কাঢ়ব।

চণ্ডাল — (প্ৰহাৰ কৰিবলৈ হাত দাঙি) হেৰা চাৰুদত্ত! কোৱা।

চাৰুদত্ত — (সকৰুণভাৱে) এই বিপদৰ মহাসমুদ্ৰত পৰিও মোৰ মনত কোনো ভয় বা বিষাদৰ ভাব অহা নাই। কিন্তু একমাত্ৰ লোক নিন্দাৰ অগ্নিয়ে মোক দহি মাৰিছে আৰু তাতে আকৌ মই ক'ব লাগে যে 'মই প্ৰিয়া

বসন্তসেনাক মাৰিছোঁ।'৩৩

শকাৰ — (শকাৰে আকৌ আগৰ কথাকে দোহাৰে)।

চাৰুদত্ত — হে পুৰবাসী লোকসকল! ('ময়া খলু নৃশংসেন .... ইত্যাদি ৯।৩০; ৩৮ শ্লোক আকৌ পাঠ কৰে।)

শকাৰ — 'মাৰা গৈছে।'

চাৰুদত্ত — যি কৈছা সেয়ে হয়।

প্ৰথম চণ্ডাল — হেৰ! আজি বধ কৰা পাল তোৰহে।

দ্বিতীয় চণ্ডাল — মোৰ নহয়, তোৰহে।

প্ৰথম জন — হেৰ, ৰ'চোন, হিচাব কৰোঁ। (বিভিন্ন প্ৰকাৰে হিচাব কৰি) যদি বধ কৰা পাল মোৰ হে হয়, তেনেহ'লে ক্ষন্তেক অপেক্ষা কৰ।

দ্বিতীয়জন — কিয় ৰ'ব লাগে?

প্ৰথমজন — হেৰ শুন। মোৰ বাবাই স্বৰ্গ লৈ যোৱাৰ পূৰ্বে মোক কৈছিল— 'বাচা'! বীৰক! যদি কেতিয়াবা কাৰোবাক বধ কৰা পাল তোৰ গাত পৰে, বধ্যজনক বেগতে বধ নকৰিবি।'

দ্বিতীয়জন — হেৰ! কিয়? কি কাৰণে?

প্ৰথমজন — কেতিয়াবা কোনোবা সজ্জলোকে ধন দি বধ্যজনক মুকলি কৰি নিয়ে। কেতিয়াবা ৰজাৰ পুত্ৰ জন্ম হয়, সেই উদ্‌যাপিত বৃদ্ধি মহোৎসৱৰ কাৰণে সকলো বধ্যলোকে মুক্তি পায়। কেতিয়াবা কোনো হাতী বান্ধৰপৰা মুক্ত হৈ আহে, তাৰ ভয়ৰ ফলতে বধ্যজন মুক্ত হয়। কেতিয়াবা হঠাতে ৰজা সলনি হয়, তেতিয়াও সকলো বধ্যলোকৰ মুক্তি হয়।

শকাৰ — কি কৈছ? কি কৈছ? ৰজা সলনি হয়।

চণ্ডাল — অৰে ডাঙৰীয়া, কাৰ পালা পৰিছে তাৰে হিচাপ কৰিছোঁ!

শকাৰ— হেৰ, বেগতে মাৰ এই চাৰুদত্তক।

চণ্ডাল — আৰ্য্য চাৰুদত্ত। তোমাৰ বধৰ বাবে অপৰাধী হৈছে ৰজাৰ হুকুম। গতিকে নিজৰ অভীষ্টজনৰ স্মৰণ কৰা।

চাৰুদত্ত — ভাগ্যৰ দোষত ক্ষমতাপন্ন লোকৰ কথাত যদিও মই দোষত পৰিছোঁ, তথাপি যদি মোৰ ধৰ্মৰ কোনো প্ৰভাৱ থাকে, দেৱৰাজৰ ৰাজপুৰীতে থাকক বা অন্য কৰবাতে থাকক তেওঁ (বসন্তসেনাই) নিজ স্বভাৱৰ

গুণেৰেই মোৰ (ওপৰত পৰা) কলঙ্ক দূৰ কৰিব।৩৪
হেৰা! কোৱা, এতিয়া মই ক'লৈ যাব লাগিব?

চণ্ডাল — (আগলৈ সমুখলৈ বাট দেখুৱাই) সৌৱা, দক্ষিণৰ শ্মশান যে দেখিবলৈ পোৱা গৈছে, তাক দেখি অনেক বধ্যলোকে ভয়তে মৰি যায়। সেৱা, চোৱা।

ওপৰলৈ শৰীৰ তোলা শিয়ালবোৰে শূলত ওলোমাই থোৱা শৰীৰ টানি আছে, আৰু (শূলত বিদ্ধ) শৰীৰৰ বাকী অংশ বিকট হাঁহিৰ ৰূপান্তৰ মাত্র যেন দেখা গৈছে।৩৫

চাৰুদত্ত — হায়! মই মন্দভাগ্যজন এতিয়াহে মৰিলোঁ।

[এই বুলি কৈ আবেগেৰে মাটিত বহে]

শকাৰ — এতিয়া ও উভতি নাযাওঁ! চাৰুদতক বধ কৰা চাইহে যাম। (পৰিক্রমণ কৰি দেখি) এওঁ বহিল কিয়?

চণ্ডাল — চাৰুদত্ত! তুমি তেনেহলে ভয় কৰিছা?

চাৰুদত্ত — (হঠাতে থিয় হৈ) মূৰ্খ! (নভীতো মৰণাদস্মি ...... ইত্যাদি ১০।২৭ শ্লোক আকৌ আবৃত্তি কৰে)।

চণ্ডাল — আৰ্য চাৰুদত্ত! আকাশত থকা সূৰ্য্য আৰু চন্দ্ৰয়ো (কেতিয়াবা) বিপত্তিত পৰে। আমাৰ দৰে মৃত্যুক ভয় কৰা মানুহৰ কথা ক'ব লাগিছেনে? সংসাৰত উত্থান হোৱা যি কোনো লোকৰে পতন হয় আৰু কেতিয়াবা পতন হোৱা জনৰো উত্থান হয়।

ওপৰলৈ উঠি তললৈ পৰা মৃতশৰীৰো বস্ত্ৰখণ্ডৰ (পতাকাৰ) দৰে (উত্থান) পতনৰ ক্রিয়া হয়। এই কথা অন্তৰত ভাল দৰে বিচাৰ কৰি নিজকে স্থিৰ কৰি লোৱা।৩৬

(দ্বিতীয় চণ্ডালৰ প্ৰতি) এতিয়া এয়া ঘোষণাকাৰ্য্যৰ চতুৰ্থখন ঠাই। আহা দুয়ো ঘোষণা কৰোঁ।

[আকৌ আগৰ দৰে ঘোষণা কৰে]

চাৰুদত্ত — হে প্রিয়া বসন্তসেনা! (শশি বিমল ময়ুখ ... আদি ১০।১৩ শ্লোক আকৌ আবৃত্তি কৰে)।

[ইয়াৰ পাছত ব্যাকুল চিত্তেৰে বসন্তসেনাৰ সৈতে বৌদ্ধ সন্ন্যাসীৰ প্রবেশ]

ভিক্ষু — আচৰিত অস্থানত মূৰ্চ্ছিত হোৱা বসন্তসেনাক আশ্বস্ত কৰি লগত লৈ যাওঁতে যাওঁতে মই সন্ন্যাস গ্ৰহণত কৃতকৃত্য হলোঁ। উপাসিকা! আপোনাক কলৈ নিম?

বসন্তসেনা — আৰ্য্য চাৰুদত্ত ঘৰলৈ। চন্দ্ৰক দেখি ভেট ফুলে আনন্দ পোৱাৰ দৰে চাৰুদত্তক দেখিলেহে আনন্দ পাম।

ভিক্ষু — (নিজে মনতে) কোনটো বাটৰে যাম? (চিন্তা কৰি) ৰাজপথেৰে যাওঁ। উপাসিকা! আহক! এয়া ৰাজপথ। (কাণপাতি শুনি) ৰাজপথত নো আকৌ এয়া কিহৰ কোলাহল শুনিছোঁ?

বসন্তসেনা — (আগলৈ চাই) অৰে! আগত নো ইমানখন মানুহৰ ভিৰ কিয় হৈছে? আৰ্য! জানি লওক চোন তাত কি ঘটিছে? বসুমতী যেন বিষম জনতাৰ ভৰত আক্ৰান্তা হৈছে, তাতে একস্থানত আছে এই উজ্জয়িনীনগৰী।

চণ্ডাল — এয়া অন্তিম ঘোষণাৰ ঠাই। দুন্দুভি বজোৱা। ঘোষণা শুনাওঁ আহ। (তাকে কৰে) হেৰা চাৰুদত্ত! এতিয়া সাৱধান হোৱা। ভয় নাই। বেগতে মৰিবা।

চাৰুদত্ত — হে ভগৱতী দেৱতাসকল!

ভিক্ষু — (শুনি, ব্যগ্ৰতাৰে সৈতে) উপাসিকা! আপোনাক চাৰুদত্তই মাৰিছে (বুলি অভিযুক্ত কৰি) চাৰুদত্তক বধ কৰিবলৈ নিয়া হৈছে।

বসন্তসেনা — (ভয় খায়) হায়! হায় মোৰ দৰে অভাগিনীৰ বাবে আৰ্য চাৰুদত্ত মৰা পৰিব? হেৰি সন্ন্যাসী? মোক বেগতে তালৈ বাট দেখুৱাই নিয়া।

ভিক্ষু — বুদ্ধৰ উপাসকা! লৰালৰি কৰক। চাৰুদত্তক জীৱন্ততে আশ্বাস দিবলৈ শীঘ্ৰে বলক। ডাঙৰীয়া সকল! বাট এৰি দিয়ক (অৱকাশ দিয়ক)।

বসন্তসেনা — বাট দিয়ক, বাট কৰি দিয়ক।

চণ্ডাল — আৰ্য চাৰুদত্ত! ৰজাৰ আদেশহে অপৰাধী! যাক স্মৰণ কৰিবলগীয়া, আছে তেওঁক মনত পেলোৱা।

চাৰুদত্ত — অধিক নো কি কৰিম? (প্ৰভৱতি ..... ইত্যাদি ১০।৩৪ শ্লোক আকৌ আবৃত্তি কৰে।)

চণ্ডাল — (খড়্গ আকৰ্ষণ কৰি) ওপৰ মুৱা (চিৎহৈ) সমানে থাকিবা। একে কোবে মাৰি তোমাকে স্বৰ্গলৈ পঠিয়াম।

[চাৰুদত্তই তাকে কৰে]

চণ্ডাল — প্ৰহাৰ কৰিবলৈ যত্ন কৰে, হাতৰপৰা তৰোৱাল পৰাৰ অভিনয় কৰি এয়া কি হ'ল?

যদিও খঙেৰে খড়্গৰ মুঠিত (ডাবত) মুঠি মাৰি ধৰিছিলোঁ, তথাপি এই ভয়ানক বজ্ৰ সদৃশ খড়্গ কিয় জানো হাতৰপৰা উফৰি পৰিল?৩৭

এনেকৈ হাতৰ খড়্গ পৰি যোৱাৰ পৰা মই অনুমান কৰিছোঁ, যে চাৰুদত্তৰ জীৱন বিপন্ন নহ'ব। হে ভগৱতী! সহ্যবাসিনী! প্ৰসন্ন হোৱা। আই! প্ৰসন্ন হোৱা। চাৰুদত্তৰ যদি মুক্তি হয় আমাৰ চণ্ডাল বংশও অনুগৃহীত হব।

দ্বিতীয় চণ্ডাল — ৰজাৰ আদেশ মতেহে আমি কাম কৰিম।

প্ৰথম চণ্ডাল — বাৰু! এনে কৰোঁ দুয়ো (দুয়ো চাৰুদত্তক শূলত দিবলৈ খোজে)।

চাৰুদত্ত — ('প্ৰভৱতি ...... ১০।৩৪ শ্লোকৰ আবৃত্তি কৰে)।

ভিক্ষু আৰু বসন্তসেনা — (দেখা পাই) আৰ্য্য, তেনে নকৰিব :সয়: নকৰিব।

আৰ্য্যসকল! ময়ে সেই অভাগিনী যাৰ বাব এওঁক মাৰিবলৈ ওলাইছা।

চণ্ডাল — (দেখা পাই) কান্ধত বৈ পৰা চুলিৰ ভাৰ লৈ দুয়ো হাত ওপৰলৈ তুলি 'তেনে নকৰিবা, নকৰিবা' বুলি নিষেধ কৰি বৰ বেগেৰে এইফালে লৰি অহা এই মহিলা গৰাকী কোন?৩৮

বসন্তসেনা — আৰ্য্য চাৰুদত্ত! এয়া কি কাণ্ড হৈছে?

(বুকুত গৈ পৰে)।

ভিক্ষু — আৰ্য্য চাৰুদত্ত! এয়া কি হৈছে। (ভৰিত গৈ পৰে)।

চণ্ডাল — (ভয়ে ভয়ে কাষ চাপি) এয়া কি বসন্তসেনা? আমি চাৰুদত্তক নেমাৰি ভালেই কৰিলোঁ।

ভিক্ষু — (উঠি) অৰে! চাৰুদত্ত যে জীয়াই আছে।

চণ্ডাল — শ বছৰলৈ জীয়াই থাকিব।

বসন্তসেনা — (আনন্দ কৰি) তেওঁক পাই মই আকৌ জীৱিত হৈ থাকিলোঁ।

চণ্ডাল — এতিয়া আমি যজ্ঞশালালৈ যোৱা ৰজাক এই বিষয়ে জনাওঁ গৈ (বলা)। (দুয়ো ওলাই যায়।)

শকাৰ — (বসন্তসেনাক দেখি, ভয় খাই) আচৰিত! কোনে এই গৰ্ভদাসীক জীয়াই তুলিলে? (এইবাৰ) মোৰ প্ৰাণ গ'ল। যি হওক — পলাই যাওঁ (পলায়ন কৰে।)

চণ্ডাল — (ওচৰ চাপি) অৰে, আমাৰ ৰজাই এই বুলি আজ্ঞা দিছে যে 'যিজনে তেওঁক (বসন্তসেনাক) মাৰিছিল তাকেই বধ কৰ।' এইবাবে ৰজাৰ শ্যালকক বিচাৰোঁ!

চাৰুদত্ত — (বিস্ময় প্ৰকাশ কৰি) মাৰিবলৈ অস্ত্ৰ উদ্যত কৰাত, মই মৃত্যুৰ গৰাহত পৰা সময়ত অনাবৃষ্টি হোৱাৰ ফলত লেৰেলি যোৱা শস্যৰ ওপৰত দ্ৰোণ মেঘৰ বৃষ্টি পৰাৰ দৰে এয়া কোন আহি ওলাল? ৩৯

[চাই]

কি এয়া দ্বিতীয়া বসন্তসেনা? তেওঁ সোঁশৰীৰে স্বৰ্গৰপৰা আহি ওলাল নেকি? অথবা নে মোৰ ভ্ৰান্ত মনে হে এই নাৰীক বসন্তসেনা যেন দেখিছে? অথবা, বসন্তসেনা হয়তো মৰা নাই তেঁৱে এওঁ।৪০

অথবা, মোৰ জীৱন কামনা কৰিয়েই তেওঁ পুনঃ স্বৰ্গৰপৰা উভতি ওলাল হি নে কি? অথবা তেওঁৰ লগত সাদৃশ্য থকা অন্য কোনোবা আহিছে নে কি? ৪১

বসন্তসেনা — (চকুপানী টুকি, উঠি চাৰুদত্তৰ ভৰিত পৰি) আৰ্য চাৰুদত্ত! ময়ে সেই পাপিনী বসন্তসেনা, যাৰ কাৰণে আপোনাৰ এনে দুৰৱস্থা হৈছে।

[নেপথ্যত]

আচৰিত! আচৰিত! বসন্তসেনা জীয়াই আছে।

(এইকথা সকলো লোকে কোৱাকুই কৰে।)

চাৰুদত্ত — (শুনি, হঠাতে উঠি স্পৰ্শসুখ অনুভৱৰ অভিনয় কৰি নিমীলিত চকুজুৰিৰে গদ্ গদ্ মাতেৰে) তুমিয়েই বসন্তসেনা।

বসন্তসেনা — হয়! ময়েই সেই মন্দভাগিনী।

চাৰুদত্ত — (আনন্দেৰে) এয়া কি বসন্তসেনাই! (আকৌ আনন্দ প্ৰকাশ কৰি)

মই মৃত্যুৰ কবলত পৰা সময়তে চকুপানীৰ স্তনযুগল স্নান কৰাই সঞ্জীৱনী বিদ্যাৰ দৰে তুমিনো ক'ৰপৰা ওলালাহি?৪২

হে প্ৰিয়া বসন্তসেনা।

তোমাৰ কাৰণে বিনষ্ট হ'বলৈ যোৱা মোৰ এই শৰীৰ তুমিয়েই মুক্ত কৰিলা। এয়া যে প্ৰিয় মিলনৰ প্ৰভাৱ! মৰিও যে আকৌ জীৱন ধৰিছো।৪৩

তদুপৰি প্ৰিয়া চোৱা।

তোমাৰ (গাৰ) ৰঙা কাপোৰ আৰু মোৰ ডিঙিৰ ৰঙা (কৰবীৰ) মালা বধূ বৰৰ মিলন কালৰ দৰে জিলিকিছে; তেনেকৈয়ে বধ্যকালৰ এই ঢোলৰ মাত বিবাহ-মঙ্গলৰ সময়ৰ সমানেই বাজিছে।৪৪

বসন্তসেনা—আপোনাৰে দৰে দয়া দাক্ষিণ্য থকাজনেনো কেনেকৈ এই দুৰৱস্থাত উপস্থিত হ'ল?

চাৰুদত্ত — প্ৰিয়া! তোমাক হেনো মই মাৰিছোঁ— এইবুলি পূৰ্বৰেপৰা বৈৰিতা সাধন কৰা অত্যন্ত শক্তিশালী নৰকগামী শত্ৰু শকাৰে মোক এই অৱস্থাত পেলাইছে।৪৫

বসন্তসেনা— (কাণত হাতদি) পাপ শান্ত হওক। আচলতে ৰাজশ্যালক শকাৰে হে মোক হত্যা কৰিছিল।

চাৰুদত্ত — (ভিক্ষুক দেখি) এখেত আকৌ কোন?

বসন্তসেনা — সেই অনাৰ্য শকাৰে মোক মাৰিলে আৰু এই আৰ্যই মোক পুনৰ্জীৱন দিলে।

চাৰুদত্ত — আপুনি বিনা কাৰণে হোৱা কোন বন্ধু বাৰু?

ভিক্ষু — আৰ্য্যই মোক চিনি পোৱা নাই নে? আপেনাৰ চৰণ সংবাহন কৰা আপোনাৰ সেৱক সংবাহক। এবাৰ মই জুৱাৰীৰ হাতত পৰাত এই উপাসিকাই আৰ্য্যৰ আত্মীয় বুলি জানি অলংকাৰেৰে মোক মুক্ত কৰিলে। তাৰ পাছত জুৱাত বিৰক্ত হৈ মই বৌদ্ধ ভিক্ষু হৈছোঁ। গাড়ীৰ সাল-সলনি হোৱাত এই আৰ্য্যাই পুষ্পকৰণ্ডক নামে পুৰণি উদ্যানলৈ গ'ল। সেই অনাৰ্য শকাৰে 'মোক গণ্য নকৰে তাই' এই ভাবেৰে বাহুপাশেৰে বলাৎকাৰ কৰি আৰ্যাক মাৰি পেলাই থলে। মই তেওঁক দেখিলোঁ।

[নেপথ্যত কোলাহল হয়]

দক্ষযজ্ঞ বিনাশকাৰী বৃষভধ্বজৰ জয় হওক।

তাৰ পাছত ক্ৰৌঞ্চপৰ্বত বিন্ধোতা ক্ৰৌঞ্চশত্ৰু ষড়ানন কাৰ্ত্তিকেয়ৰ জয় হওক, তাৰ পাছত প্ৰবল শত্ৰু-পালকক বধ কৰোঁতা শুভ্ৰ কৈলাসপৰ্বত যাৰ পতাকা তেওঁ এই বিশাল পৃথিবী জয় কৰক।৪৬

[হঠাতে প্ৰৱেশ কৰি]

শৰ্বিলক — ময়ে সেই দুষ্ট ৰজা পালকক হত্যা কৰি, এই ৰাজ্যত আৰ্যকক অভিষিক্ত কৰি তেওঁৰ অৱশিষ্ট আজ্ঞা মূৰত লৈ এতিয়া বিপদগ্ৰস্ত চাৰুদত্তক মুক্ত কৰিম।৪৭

সেই বল আৰু মন্ত্ৰীহীন শত্ৰু পালকক মাৰি আকৌ পুৰবাসীসকলক আশ্বাস দি ইন্দ্ৰৰ ৰাজ্যৰদৰে শত্ৰুৰ সমগ্ৰ ৰাজ্য সাৰ্বভৌমত্বসহ জয় কৰিছোঁ।৪৮

(আগলৈ চাই) যি হওক। আৰ্য্য চাৰুদত্ত এইখিনিতে কৰবাত আছে। ইয়াত অনেক লোকৰ সমাগম হৈছে। ৰজা আৰ্যকৰ (ৰাজত্বৰ) শুভাৰম্ভ চাৰুদত্তৰ জীৱন লাভৰ মাজেৰে সাৰ্থক হওক। (বৰ বেগেৰে উপস্থিত হৈ) আঁতৰ হ মুৰ্খহঁত। (দেখা পাই, আনন্দেৰে) তেনেহ'লে বসন্তসেনাৰ সৈতে চাৰুদত্ত জীৱিক আছে? মোৰ প্ৰভু আৰ্যকৰ মনোৰথ পূৰ হ'ল।

সৌভাগ্যক্ৰমে সদগুণেৰে আকৃষ্ট সুন্দৰ সজ স্বভাৱী নাৱৰ দৰে প্ৰিয়তমা বসন্তসেনাৰ জৰিয়তে অপাৰ বিপদ সাগৰ পাৰ হোৱা চাৰুদত্তক গ্ৰহণৰ পৰা মুক্ত হোৱা জ্যোস্নাযুক্ত চন্দ্ৰৰ দৰে বহু দিনৰ পাছত দেখা পাইছোঁ। ৪৯

কিন্তু মহাপাপ কৰা (চৌৰকৰ্ম কৰা) মইনো তেওঁৰ ওচৰলৈ কেনেকৈ যাওঁ? অথবা সকলোতে সৰলতাই শোভা পায়। (প্ৰকাশ্যে সমুখলৈ আহি, হাত জোৰ কৰি) আৰ্য্য চাৰুদত্ত!

চাৰুদত্ত — আপুনি নো কোন?

শৰ্বিলক — যিজনে আপোনাৰ ঘৰত সিন্ধি দি ন্যাসৰূপে ৰখা ধন চুৰি কৰিছিল, সেই লোকজনে আজি আপোনাৰ শৰণ লৈছোঁ।৫০

চাৰুদত্ত — বন্ধু! তেনে কথা নক'ব। আপুনি সিদিনাও মোৰ প্ৰতি চেনেহ দেখুৱাইছে। (ডিঙিত আকোৱালি ধৰে)।

শৰ্বিলক — আকৌ — সৎচৰিত্ৰৱান আৰ্যকে যজ্ঞশালাত থকা পশুৰ দৰে দুষ্টাত্মা পালকক বধ কৰি নিজৰ কুল আৰু মান ৰক্ষা কৰিছে।৫১

চাৰুদত্ত — কি?

শৰ্বিলক — যিজন (আৰ্যকে) আপোনাৰ বাহনত উঠি আপোনাৰ শৰণাগত হৈছিল, তেঁৱেই যজ্ঞ আৰম্ভ কৰাত পশুবধ কৰাৰ দৰে পালকক বধ কৰিছে।৫২

চাৰুদত্ত — শৰ্বিলক! পালকে যিজনক ঘোষৰ (গৰখীয়াগাওঁৰ) পৰা অকাৰণে ধৰি আনি বন্দী কৰি ৰাখিছিল, আৰু তুমি যাক মুক্ত কৰিছা তেঁৱেই আৰ্যক নহয় নে?

শৰ্বিলক — হয়। আপুনি যি কৈছে সেয়ে হয়।

চাৰুদত্ত — এয়া প্ৰিয় সংবাদ।

শৰ্বিলক — উজ্জয়িনীত প্ৰতিষ্ঠিত হৈয়েই আপোনাৰ বন্ধু আৰ্যকে বেণানদীৰ পাৰত থকা কুশাৱতী নগৰী আপোনাৰ হাতত অৰ্পণ কৰিছে। আপুনি বন্ধুজনৰ এই প্ৰথম অনুৰোধ স্বীকাৰ কৰক। (পৰাবৰ্ত্তন কৰি) হেৰা, কোন আছা? পালকৰ শ্যালক পাপী শকাৰক লৈ আহা।

(নেপথ্যত) শৰ্বিলকে যি আদেশ কৰিছে।

শৰ্বিলক — আৰ্য্য! ৰজা আৰ্য্যকে জনাইছে যে এই ৰাজ্যখন আপোনাৰ বলতেই পালোঁ; সেয়ে এতিয়া এই ৰাজ্য আপুনি ভোগ কৰক।

চাৰুদত্ত — এয়া জানো আমাৰ গুণেৰে উপাৰ্জিত ৰাজ্য?

(নেপথ্যত) হেৰ হেৰ! ৰাষ্ট্ৰীয় শ্যালক। আহ, আহ। নিজৰ ধৃষ্টতাৰ ফল ভোগ কৰ।

(তাৰ পাছত বাহুবদ্ধ অৱস্থাত ৰাষ্ট্ৰীয় শ্যালক শকাৰক লৈ জনদিয়েক লোকৰ প্ৰৱেশ)

শকাৰ — হায়! বান্ধ চিগা গাধৰ দৰে মই বহুদূৰলৈ পলাইছিলোঁ; কিন্তু অতিক্ৰুৰ কুকুৰৰ দৰে আকৌ মোক ধৰি অনা হ'ল। ৫৩

(চাৰিওফাললৈ চাই) হায়! চাৰিওফালে ৰজা আৰ্যকৰ আত্মীয়কে দেখা গৈছে) এই বিপত্তিৰ সময়ত মই কাৰ শৰণ লওঁ? (চিন্তা কৰি) বাৰু! মই সেই শৰণাগত বৎসল (চাৰুদত্ত)ৰ ওচৰতে শৰণ লওঁ। (ওচৰ চাপি) আৰ্য চাৰুদত্ত! পৰিত্ৰাণ কৰক। পৰিত্ৰাণ কৰক। (ভৰিত পৰে)।

(নেপথ্যত) আৰ্য্য চাৰুদত্ত! আপুনি তাক এৰি দিয়ক। আমি তাক জীয়াই নেৰাখিম।

শকাৰ — (চাৰুদত্তৰ প্ৰতি) হে অনাশ্ৰয়ৰ আশ্ৰয়। মোক বচাওক।

চাৰুদত্ত — (অনুকম্পাৰে সৈতে) আহ! শৰণাগতজনৰ ভয় নাই।

শৰ্বিলক — (আবেগেৰে সৈতে) আঃ চাৰুদত্তৰ ওচৰৰপৰা এইটোক আঁতৰাই নিয়া। (চাৰুদত্তৰ প্ৰতি) কওক, এই পাপীজনক কি শাস্তি দিয়া উচিত? চণ্ডালসকলে তাক বান্ধি চোচৰাই নিয়ক? তাৰ পাছত কুকুৰৰ দ্বাৰা তাক খুউৱা হওক? নহ'লে শূলত দিয়া হওক বা কৰতেৰে কটা হওক?৫৪

চাৰুদত্ত — মই যি কম তাকে কৰা হ'ব নে?

শর্বিলক — তাত সন্দেহ কি আছে?

শকাৰ — প্ৰভু চাৰুদত্ত! মই আপোনাৰ ওচৰত শৰণ লৈছোঁ। গতিকে, মোক পৰিত্ৰাণ কৰক, পৰিত্ৰাণ কৰক। আপোনাৰ যশস্যাৰ অনুৰূপ যি ভাল কৰক। মই আকৌ এনে কৰ্ম কেতিয়াও দুনাই নকৰোঁ।

(নেপথ্যত) পুৰবাসীকল! তাক মাৰি পেলোৱা। কি কাৰণে এই পাপী কিয় জীৱিত থাকিব?

(বসন্তসেনাই চাৰুদত্তৰ ডিঙিৰপৰা বধ্যমালা উলিয়াই শকাৰৰ গালৈ দলিয়াই দিয়ে)

শকাৰ — হে গৰ্ভদাসীৰ পুত্ৰী! প্ৰসন্ন হোৱা, প্ৰসন্ন হোৱা। আৰু কেতিয়াও নামাৰোঁ। মোক বচোৱা।

শর্বিলক — হেৰ, ইয়াৰপৰা আঁতৰকৰ ইয়াক। আজ্ঞা দিয়ক, চাৰুদত্ত! এই পাপীক কি শাস্তি বিহা হ'ব?

চাৰুদত্ত — কি মই যি কম সেয়ে কৰা হ'ব নে?

শর্বিলক — ইয়াত কি সন্দেহ আছে?

চাৰুদত্ত — সঁচাকৈ নে?

শর্বিলক — সঁচাকৈ।

চাৰুদত্ত — যদি সেয়ে হয় বেগতে এওঁক—

শর্বিলক — বধ কৰা হওক।

চাৰুদত্ত — নহয়, নহয়। এৰি দিয়ক।

শর্বিলক — কিয়? (কি কাৰণে?)

চাৰুদত্ত — অপৰাধ কৰা শত্ৰুজনে শৰণ লৈ ভৰিত পৰিছে। তেওঁক অস্ত্ৰেৰে বধ কৰা অনুচিত ........

শর্বিলক — সেয়ে কুকুৰ লগাই খুউৱা হওক।

চাৰুদত্ত — নহয়। উপকাৰেৰে প্ৰত্যাঘাত কৰা হওক।৫৫

শর্বিলক — অঃ কি আচৰিত! মই কি কৰিম। কওক আৰ্য্য!

চাৰুদত্ত — তেওঁক এৰি দিয়ক।

শর্বিলক — মুকলি হওক (এইজন)।

শকাৰ — হায়! পুনৰ জীৱন লাভ কৰিলোঁ। (অনুচৰ-সকলৰে সৈতে ওলাই যায়।)

[নেপথ্যত কোলাহল হয়]

(আকৌ নেপথ্যত) এয়া আৰ্য চাৰুদত্তৰ পত্নী ধূতা দেৱীয়ে জ্বলা জুইত প্ৰৱেশ কৰিবলৈ প্ৰয়াস কৰিছে। খোজে খোজে ৰোহসেনে আঁচলত ধৰি মাকক বাধা দি আছে। নাগৰিকসকলৰ চকু চকুলোৰে ভৰিছে; তেওঁলোকেও তেওঁক অগ্নিপ্ৰৱেশত বাধা দিছে। তথাপি তেওঁ আগবাঢ়ি আছে।

শৰ্বিলক — (শুনি, নেপথ্যৰ ফালে চাই) এয়া চন্দনকনে? চন্দনক এয়া কি?

চন্দনক — (প্ৰৱেশ কৰি) আৰ্য্য আপুনি দেখা নাইনে? ৰাজপ্ৰাসাদৰ দক্ষিণত মানুহৰ কেনে ভিৰ হৈছে? (এষা ইত্যাদি আকৌ আবৃত্তি কৰে।) মই তেখেতক কৈছোঁ — 'আৰ্যে, এনে দুঃসাহস নকৰিব। চাৰুদত্ত জীয়াই আছে।' কিন্তু দুঃখত ইমান ব্যাকুল হৈ থকা সময়ত মোৰ কথা ক'ত শুনে? ক'ত বিশ্বাসেই বা কৰে?

চাৰুদত্ত — (উদ্বেগৰ সৈতে) হা প্ৰিয়া! মই জীয়াই থাকোঁতে তুমি এয়া কৰিবলৈ ওলাইছা। (ওপৰলৈ চাই দীৰ্ঘনিঃশ্বাস পেলাই)

হে সুন্দৰ চৰিত্ৰৱতী! যদিও তোমাৰ চৰিত্ৰ পৃথিৱীত থকাৰ যোগ্য নহয়, তথাপি হে পতিব্ৰতা পতিক এৰি থৈ তুমি অকলে পৰলোকৰ সুখ ভোগ কৰা উচিত নহ'ব।৫৬

[ইয়াকে কৈ তেওঁ মূৰ্চ্ছা যায়]

শৰ্বিলক — হায়! এয়া কি যে প্ৰমাদ (অসাৱধানতা)।

ধূতাদেৱীৰ ওচৰলৈ বেগতে যাব লাগে, ইফালে এখেত আৰ্য্য চাৰুদত্ত মূৰ্চ্ছিত হৈ পৰিল। দেখিছোঁ, এওঁলোকক বচোৱাৰ সকলো প্ৰয়াস যে বিফল হৈ পৰিব।৫৭

বসন্তসেনা — আৰ্য্য আশ্বস্ত হওক। তালৈ গৈ আৰ্যাৰ জীৱন বচাওক। নহ'লে অধৈৰ্যই অনৰ্থ ঘটাব।

চাৰুদত্ত — (আশ্বস্ত হৈ, হঠাতে উঠি) হা প্ৰিয়া! তুমি ক'ত? মোৰ কথাৰ উত্তৰ দিয়া।

চন্দনক — এইফালে আৰ্য, এইফালে (আহক)।

[এইদৰে সকলোৱে পৰিক্ৰমণ কৰে]

(তাৰ পাছত নিৰ্দেশমতে ধূতা, আঁচলতে ধৰি ৰোহসেন, তেওঁলোকৰ পাছে পাছে বিদূষক আৰু বদনিকাৰ প্ৰৱেশ)

ধূতা — (চকুপানী মচি) বাচা! মোক এৰি দে। বিঘিনি নকৰিবি। আৰ্যপুত্ৰৰ অমঙ্গলীয়া খবৰ মোৰ কাণত পৰে বুলি মই ভয় কৰিছোঁ। (এইবুলি উঠি, ল'ৰাৰ হাতৰপৰা আঁচলটো এৰুৱাই জুইৰ ফালে আগবাঢ়ে)।

ৰোহসেন — শ্ৰদ্ধেয় মা, মোৰ বাবে অপেক্ষা কৰা ( মোক প্ৰতিপালন কৰা)। তুমি নহ'লে যে মই জীৱন ধাৰণ কৰিবলৈ নোৱাৰিম।

বিদূষক — আপুনি ব্ৰাহ্মণী, এনেস্থলত পতি অবিহনে ভিন্ন চিতাত আৰোহণ কৰা কাৰ্য্যক ঋষিসকলে (ব্ৰাহ্মণীৰ বাবে) পাপ বুলি কৈছে।

ধূতা — আৰ্যপুত্ৰৰ অমঙ্গলীয়া কথা কাণেৰে শুনাতকৈ এনে পাপ আচৰণ কৰাই ভাল।

শৰ্বিলক — (সমুখৰ ফালে চাই) আৰ্যা ধূতা প্ৰায় জুইৰ কাষ পাইছে গৈ। গতিকে বেগাই বলক, বেগাই বলক।

[চাৰুদত্তই বেগেৰে পৰিক্ৰমণ কৰে]

ধূতা — ৰদনিকা! ল'ৰাটোক ধৰি ৰাখিবি, মই যাতে নিৰ্বিঘ্নে জুইত প্ৰৱেশ কৰিবলৈ পাৰোঁ।

চেটী — (করুণভাৱে) ময়ো আপুনি শিকোৱা মতে কাম কৰিবলৈ আছোঁ।

ধূতা — (বিদূষকলৈ চাই) আৰ্য আপুনিও তাৰ সহায়ক হ'ব।

বিদূষক — (আবেগৰ সৈতে) অভীষ্ট কোনো কাৰ্য্য সিদ্ধিৰ কাৰণে ব্ৰাহ্মণকহে আগত লৈ যাব লাগে। সেয়ে ময়ো আৰ্যাৰ আগত যাম।

ধূতা — কি দুয়োয়ে মোৰ অনুৰোধ প্ৰত্যাখ্যান কৰিলে? (বালকক আলিঙ্গন কৰি) আমাক তিলাঞ্জলি দিবলৈ বাচা নিজে নিজকে চম্ভালি চলিবা। মৰাৰ পাছতনো মনোৰথ পূৰণৰ কি আশা? (নিঃশ্বাস পেলাই) আৰ্য্যপুত্ৰয়ো এতিয়া তোমাক চোৱাচিতা কৰিবলৈ নাথাকিব।

চাৰুদত্ত — (শুনি, হঠাতে ওচৰ চাপি) মই বালকক পালন কৰিম। (এইবুলি কৈ বালকক আকোৱালি লয়।)

ধূতা — (চাই/দেখি) অঃ এয়া আৰ্য্য পুত্ৰৰ কণ্ঠস্বৰ। (আকৌ ভালদৰে চাই, আনন্দৰে) ভাগ্যক্ৰমে এয়া আৰ্যপুত্ৰ (পালেহি)। এয়া মোৰ প্ৰিয় ক্ষণ।

বালক — (চাই, আনন্দ কৰি) অ' এয়া মোৰ পিতাই আলিঙ্গন কৰিছে। (ধূতাৰ প্ৰতি) আৰ্যা! আপোনাৰে আয়ুস্ বাঢ়িল। পিতাই মোক প্ৰতিপালন কৰিব।

চাৰুদত্ত — (ধূতাৰ প্ৰতি) হে প্ৰেয়সি! প্ৰেয়স্ জন (মই) জীয়াই থাকোঁতেনো তুমি (অগ্নিত প্ৰবেশৰ দৰে) কঠোৰ কামত কিয় প্ৰবৃত্ত হৈছিলা? সূৰ্য্য অস্ত নৌ যাওঁতেই পদুম ফুল কেতিয়াবা মৰহি যায়নে?৫৮

ধূতা — আৰ্যপুত্ৰ! এইবাবেই তাক অচেতন বোলা হয়।

বিদূষক — (দেখি আনন্দৰ সৈতে) হী হী! বোলো! এই দুটা চকুৰে প্ৰিয়বন্ধুক দেখা পাইছোঁ। কি যে সতীৰ প্ৰভাৱ! অগ্নিত প্ৰবেশ কৰাৰ ইচ্ছা কৰা মাত্ৰেই প্ৰিয় সমাগম সম্ভৱ হ'ল। প্ৰিয়বন্ধুৰ জয় হওক, জয় হওক।

চাৰুদত্ত — আহা মৈত্ৰেয় (আলিঙ্গন কৰে।)

চেটি — অ' কিযে সংযোগ (মিলন)। আৰ্য্যা সেৱাহে।

চাৰুদত্ত — (পিঠিত হাত দি) ৰদনিকা উঠা (তুলি ধৰে)।

ধূতা — (বসন্তসেনাক দেখি) ভাগ্য গুণে ভনীজনীৰ ভালনে?

বসন্তসেনা — হয়, এতিয়া কুশলিনীয়েই হলোঁ। (এতিয়াহে ভাল বুলিবলৈ পাৰি)।

শৰ্বিলক — দৈবক্ৰমে আৰ্য্য চাৰুদত্ত সপৰিবাৰে সবান্ধৱে কুশল।

চাৰুদত্ত — আপোনাৰ অনুগ্ৰহত হে।

শৰ্বিলক — আৰ্য্যা! বসন্তসেনা! পৰিতুষ্ট ৰজা আৰ্যকে আপোনাক 'বধূ' শব্দৰে অনুগৃহীত কৰিছে।

বসন্তসেনা — আৰ্য্য! মই কৃতাৰ্থ হলোঁ।

শৰ্বিলক — (বসন্তসেনাৰ মূৰত ওৰনি টানি দি চাৰুদত্তৰ প্ৰতি) এই ভিক্ষুৰ কাৰণে কি কৰা যায়?

চাৰুদত্ত — ভিক্ষু! তোমাৰ ইচ্ছা কি কোৱা?

ভিক্ষু — এনেকৈ সংসাৰৰ অনিত্যতা দেখি সন্ন্যাসৰ প্ৰতি মোৰ দ্বিগুণ আসক্তি হৈছে।

চাৰুদত্ত — সখি! এওঁ নিজ-কথাত দৃঢ়নিশ্চয়। গতিকে পৃথিৱীৰ সকলো বৌদ্ধ-বিহাৰৰ ওপৰত এওঁক কুলপতি পতা হওক।

শৰ্বিলক — আৰ্যই যিকয় সেয়ে হ'ব।

ভিক্ষু — সেয়ে মোৰ প্ৰিয় বিষয় হ'ব।

বসন্তসেনা — সম্প্ৰতি মই পুনৰ্জীৱন লাভ কৰিছোঁ।

শৰ্বিলক — স্থাৱৰকৰ বিষয়ে কি কৰা হ'ব?

চাৰুদত্ত — সজ চৰিত্ৰবান স্থাৱৰক দাসত্বমুক্ত হওক। সেই চণ্ডাল কেইজন সকলো

চণ্ডাললোকৰ অধিপতি হওক। চন্দনক প্ৰধান সেনাপতি হওক। ৰাজশ্যালক সংস্থানক পূৰ্বৰ কাৰ্যতে মকৰল হৈ থাকক।

শৰ্বিলক — এনেকৈ আৰ্যই কোৱাদৰে হ'ব। কিন্তু এই শকাৰক এৰক; তাক মযে মাৰেগৈ।

চাৰুদত্ত — শৰণাগতক অভয় দান কৰা হৈছে। (শত্ৰুঃ কৃপাৰাধ ইত্যাদি (১০।৫৫) পুনঃ আবৃত্তি কৰে)।

শৰ্বিলক — এতিয়া কওক, আপোনাৰ আৰু কি প্ৰিয় কাৰ্য কৰোঁ?

চাৰুদত্ত — ইয়াতকৈনো প্ৰিয়বস্তু কি লাগিছে?

মই নিজৰ চৰিত্ৰৰ পবিত্ৰতা ঘুৰাই পালোঁ, শৰণাগত শত্ৰুজনকোমুক্ত কৰিলোঁ। শত্ৰুৰজা পালকক মূলেসৈতে উৎখাত কৰি প্ৰিয় বন্ধু আৰ্যকে অচলা পৃথিৱীখন শাসন কৰিছে। প্ৰিয়া বসন্তসেনাক আকৌ পাইছোঁ। প্ৰিয়বন্ধু আৰ্যকৰ জৰিয়তে আপুনিও মোৰ বন্ধু হ'ল। ইয়াতকৈ অধিক পাবলগীয়া কি প্ৰিয়বস্তু আছে, যিটোৰ বাবে আপোনাক অনুৰোধ কৰিম?৫৯

কাকো তুচ্ছ কৰিছে, কাকো বা সমৃদ্ধিৰে পূৰ্ণ কৰিছে, কোনোজনক উন্নত কৰিছে আৰু কোনোজনক বা তললৈ নমাইছে (পতন ঘটাভছে), অন্য কোনজনক সংশয়ত ব্যাকুল কৰিছে — এইদৰে কূপযন্ত্ৰ আৰু ঘটৰ ন্যায় অনুসৰি বিধিয়ে (ভাগ্যই) পৰস্পৰ বিপৰীতসকলৰ উন্নতি-অবতিৰ সমষ্টি ৰূপ এই লোকস্থিতিৰ বোধ এখন খেলহে খেলিছে।৬০

তথাপি এই ভৰত বাক্য উচ্চাৰিত হওক — গাইবোৰ খীৰতী হওক, পৃথিৱীখন শস্যাৰে ভৰি পৰক, পৰ্জন্যই সময়মতে বৰষুণ দিয়ক, সকলো লোকৰ মনত আনন্দ দিয়া বতাহ বওক। সকলো জীৱ আনন্দমুখৰ হওক, ব্ৰাহ্মণসকলে সততে সন্মান লাভ কৰক, সজ্জলোকসকল সমৃদ্ধিশালী হওক, ধৰ্মপৰায়ণ ৰজাই শত্ৰুসকলক দমন কৰি পৃথিৱী শাসন কৰক (পালন কৰক)।৬১

(এনেদৰে সকলোৱে ওলাই যায়)

'সংহাৰ' নামে দশম অঙ্ক সমাপ্ত।

মৃচ্ছকটিকম্ নাটক সমাপ্ত।